# প্ৰেম আৰু মানৱতা

( উপন্যাস )

শ্ৰীপ্ৰাণেশ্বৰ কলিতা

Prem Aaru Manavata ( Love & Humanity ) : An Assamese Social Novel written by Sri Praneswar Kalita, Shillong and published by Smti Olima Kalita, Malavika prakash, Nongrim Hill, Shillong—793003.

Price Rs— 40.00

Spl. Binding Rs.—45.00

---

বেটুপাতৰ শিল্পী— শ্ৰীচন্দন চুতীয়া

মূল্য—৪০'০০ টকা

" ৪৫'০০ টকা শোভন

প্ৰথম প্ৰকাশ— ১৯৯৩ ইং ।

মুদ্ৰক— শ্ৰীঅশোক দাস

লাই লেচাই ছপাঘৰ, গুৱাহাটী

বেটুপাতৰ মুদ্ৰক—অনুৰাগ অফ্‌ছেট

ময়ূৰ প্ৰকাশ, উলুবাৰী, গুৱাহাটী

---

প্ৰকাশক— শ্ৰীমতী অলিমা কলিতা, মালবিকা প্ৰকাশ, নংগ্ৰিম হিল

শিলং ৭৯৩০০৩

# ॥ উছৰ্গা ॥

যি গৰাকী সাধাৰণ ব্যক্তিয়ে গোটেই জীৱন মানৱতাক পন্য দ্ৰব্যৰ উৰ্দ্ধত দেখিলে, গোটেই জীৱন অন্যায়ৰ লগত মিতিৰালি নকৰিলে সেই কমাৰ শালতে গঢ়িবলৈ পুত্ৰকো যত্ন কৰিলে— সেইজনেই মোৰ বাবে অসাধৰণ ব্যক্তি— স্বৰ্গগত পিতৃ ৰঞ্জিত কলিতা। তেখেতৰ পবিত্ৰ স্মৃতিত ভক্তিৰে উছৰ্গা কৰিছো—

"প্ৰেম আৰু মানৱতা"

প্ৰাণেশ্বৰ

জেষ্ঠপুত্ৰ

# ।। লিখকৰ নিবেদন ।।

দেশ সেৱা বা সাহিত্য সেৱা কৰা সহজ কাম নহয়। উভয়তে যথেষ্ট জ্ঞান, কঠোৰ পৰিশ্ৰম আৰু ঐকান্তিক সাধনাৰ প্ৰয়োজন। গতিকে সাহিত্যিক বা জননেতা হোৱা ইমান উজু নহয়। অৱশ্যে ৰাতিটোৰ ভিতৰতে একোজন ৰাজনৈতিক নেতা সৃষ্টি হোৱাৰ অনেক নজীৰ পৃথিৱীৰ সৰ্ব্ববৃহৎ গণতান্ত্ৰিক ৰাষ্ট্ৰ আমাৰ ভাৰতবৰ্ষত নোহোৱা নহয়। কিন্তু একে ৰাতিৰ ভিতৰতে সাহিত্যিক হোৱা নজীৰ মোৰ সীমিত স্মৃতিৰ অগোচৰ। এই বিষয়ে বিস্তৰ আলোচনা বিজ্ঞজনলৈ এৰিলোঁ।

সাহিত্যিক হোৱাৰ ধৃষ্টতা মোৰ নাই। সেই অনুপাতে মোৰ আৱশ্যকীয় ত্যাগ, উপলব্ধি, সাধনা আৰু অভিজ্ঞতাৰো যথেষ্ট অভাৱ। কিন্তু কিয় জানো কিবা কিবি মনৰ কথা প্ৰকাশ কৰিবলৈ মন যায়, সকলো মানুহক কবলৈ মন যায়- ইচ্ছা হয়; প্ৰবল ইচ্ছা হয়। এই প্ৰবল ইচ্ছাৰ খাতিৰতেই তাহানিৰ মোৰ কানিয়া স্বভাৱটোৰ মোকাবিলা কৰিব লগা হ'ল। শিক্ষানুষ্ঠানৰ কোনো পৰ্য্যায়তে, কোনো পৰীক্ষাতে, প্ৰাথমিকৰ পৰা বিশ্ববিদ্যালয় পৰ্য্যন্ত, প্ৰশ্নৰ উত্তৰ লিখা বহীবোৰ 'ৰিভিজন' কৰা সজ গুণটোৰ লগত মোৰ ৰজিতা নাছিল। মই স্বীকাৰ নকৰি নোৱাৰো সেইটো সময়ৰ অভাৱত নাছিল— আছিল সজগুণৰ অভাৱত বা বদ অভ্যাসৰ কাৰণেহে। সাহিত্য সেৱাৰ (?) ঐকান্তিক ধাউতিতে সম্ভৱ ৰূপান্তৰ ঘটিল মোৰ সেই বদ অভ্যাসৰ, লিখাকে লিখিছো পঢ়াকে পঢ়িছো নিজৰ মনৰ জুতি লগাবলৈ। অৱশ্যে বিভিন্ন ৰসৰ অভিজ্ঞতা থাকিলেহে জিভাৰ সাৰ্থকতা হয়। খিতাতে পোৱা খাৰখাৰলিতে পঞ্চামৃতৰ তৃপ্তিৰ আশাত জন্ম পোৱা মোৰ এই ক্ষুদ্ৰ উপন্যাস, প্ৰেম আৰু মানৱতা'।

সাহিত্যিকে তেওঁৰ সাহিত্য বস্তুৰ মাজেৰে সমাজৰ এখন বাস্তৱ ছবি অঙ্কন কৰিবলৈ যত্ন কৰে। ৰং তুলিকাৰ প্ৰয়োগৰ বিচক্ষণতা, জীৱ আৰু জগতৰ বিষয়ে সুক্ষ্ম অভিজ্ঞতা তাৰ ওপৰতে নিৰ্ভৰ কৰে সাহিত্যিকৰ মাপ কাঁঠি। ইয়াতে তেওঁৰ সমাজৰ ওচৰত দায়বদ্ধতাৰ কথাও আছে। সাহিত্যিকে নিজ অভিজ্ঞতাৰ সমলেৰে চৰিত্ৰ সমূহ অঙ্কন কৰি সেই চৰিত্ৰ সমূহৰ জৰিয়তে নিজৰ কৰনণীয়াখিনি ব্যক্ত কৰে। তেওঁৰ জ্ঞান খিড়িকীৰ মাজেদি সমাজখন যেনে ভাবে দেখে বা বুজে বা উপলব্ধি কৰে বা হোৱা উচিত বুলি ভাবে তাৰ প্ৰতিছবি আৰু ইঙ্গিত দিয়ে চৰিত্ৰ সমূহৰ মাজেৰে। মোৰ 'প্ৰেম আৰু মানবতা'ৰ চৰিত্ৰ সমূহ সম্পূৰ্ণ কাল্পনিক আৰু ইয়াৰ পটভূমি সমগ্ৰ ভাৰতবৰ্ষ। জীৱনৰ একাঁবেকাঁ বাট বুলুতে যি যৎকিঞ্চিৎ তিতা, কেহা, মিঠা অভিজ্ঞতা হ'ল তাৰেই বহিঃপ্ৰকাশ মোৰ "প্ৰেম আৰু মানৱতা"

ভালক ভাল বোলা বেয়াক বেয়া বোলা যেনেকৈ এটা সাধু ৰীতি তেনেকৈ সত্য উপলব্ধি কৰাও এক বাস্তৱ নীতি- ইয়াত মোৰ অটল বিশ্বাস। মোৰ এই ক্ষুদ্ৰ উপন্যাস "প্ৰেম আৰু মানৱতা" বহু আশা কৰা স্বত্বেও সুহৃদ পাঠক পাঠিকাৰ সুখ পাঠ্য নহবও পাৰে। ইয়াৰ বাবে দোষী হব লিখক নিজেই আৰু যদি সুখ পাঠ্য হয় সুখী হব উভয়ে। সেয়ে উভয়ৰে সুখ কামনা কৰি দেৱৰো দুৰ্লভ বস্তু স্বৰূপ ৰাইজৰ সহানুভূতি ক'ণ বিচাৰি সম্ভাব্য ভুল ক্ৰুটিৰ বাবে ক্ষমা বিচাৰি সামৰণি মাৰিছোঁ।

আশীৰ্ব্বাদ ভিখাৰী
প্ৰাণেশ্বৰ কলিতা

নংগ্ৰিম হিল
শ্বিলং ৭৯৩০০৩
ইং ৯/৩/৯৩

# কৃতজ্ঞতা জ্ঞাপন

লিখা আৰু তাক গ্ৰন্থ আকাৰে প্ৰকাশ কৰা দুয়োটাতে গভীৰ আত্মবিশ্বাসৰ আৱশ্যক। বিশেষকৈ নবীন লিখকৰ কাৰণে। এই আত্মবিশ্বাসক বাস্তৱ ৰূপ দিবলৈ যাওঁতে শুভাকাংক্ষীৰ প্ৰেৰণা ইয়াৰ চলন্তিকা শক্তি। এই উপন্যাস খনি প্ৰকাশৰ পথত আগবাঢ়োতে এই লিখকক বহুতো সদাশয় ব্যক্তিয়ে শুভেচ্ছা সৎপৰামৰ্শৰে প্ৰেৰণা যোগাইছে। তেখেত সকলৰ ভিতৰত প্ৰবীন সাহিত্যিক শ্ৰীৰাম গোস্বামী, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱা, সৰ্ব্বশ্ৰী ৰত্নেশ্বৰ দাস, অৰূপ কুমাৰ বড়া, অমৰ জ্যোতি বৰুৱা, মকুন্দ ৰায় চৌধুৰী নিখিল গোস্বামী, আৰু হৰি চন্দ্ৰ কাকতিৰ নাম বিশেষ ভাবে উল্লেখনীয়।

কটন কলেজৰ অসমীয়া বিভাগৰ প্ৰৱক্তা ডঃ যমুনা শৰ্মা চৌধুৰী আৰু প্ৰবীন সাহিত্যিক শুকদত্ত ভাগৱতীদেৱে ক্ৰমে উপন্যাসখনিৰ পাতনি আৰু অভিমত লিখি সহায় কৰাৰ কাৰণে তেখেত সকলৰ ওচৰত মই চিৰকৃতজ্ঞ।

বেটুপাটৰ শিল্পী শ্ৰীচন্দন চুতীয়া, ময়ূৰ প্ৰকাশৰ স্বত্বাধিকাৰ শ্ৰীপ্ৰফুল্ল শৰ্ম্মা, লাই লেচাই ছপাঘৰৰ স্বত্বাধিকাৰ শ্ৰীঅশোক কুমাৰ দাস আৰু তেওঁৰ কৰ্মীবৃন্দৰ ওচৰত লিখক সমভাবে কৃতজ্ঞ। সদৌ শেষত মালবিকা প্ৰকাশৰ শ্ৰীঅনিমা কলিতালৈ কৃতজ্ঞতা জনাই সামৰণি মাৰিলো। ইতি—

শ্ৰদ্ধাৰে—

প্ৰাণেশ্বৰ কলিতা

## ।। পাতনি ।।

শ্ৰীপ্ৰাণেশ্বৰ কলিতাৰ 'প্ৰেম আৰু মানৱতা' অসমীয়া উপন্যাস সাহিত্যলৈ এক নতুন সংযোজনা।

অৰুণাচল প্ৰদেশৰ পটভূমিত উপন্যাসৰ মূল কাহিনীটো উপস্থাপন কৰা হৈছে। অৰুণাচল প্ৰদেশৰ ৰীতি-নীতি, আচাৰ ব্যৱহাৰ আদিৰ সংক্ষেপ বিৱৰণ উপন্যাসখনত আছে যদিও এইবোৰ দেখুওৱাটো উপন্যাস খনৰ মূল উদ্দেশ্য নহয়। ইয়াত লেখকে প্ৰেম আৰু মানৱতাৰ সুন্দৰ সমন্বয় ঘটাইছে। উপন্যাসখনৰ মূল কাহিনীটোৰ লগত আৰু দুটা প্ৰেম কাহিনীৰ সংযোগ কৰা হৈছে। কিন্তু এই প্ৰেম আমাৰ তথাকথিত আধুনিক সভ্য সমাজৰ বিলাসবহুল প্ৰেম নহয়। ডাঃ বসুমতাৰীয়ে অৰুণাচলৰ গাভৰু ইয়ানীৰ উদভ্ৰান্ত যৌৱনৰ আকৰ্ষণত নিজৰ সমাজ, মাক-দেউতাক আত্মীয় স্বজনক ত্যাগ কৰা নাছিল। এগৰাকী সহজ সৰল পাহাৰী যুৱতীৰ নিস্বাৰ্থ সেৱা আৰু মৰমৰ বিনিময়ত বসুমতাৰীৰ সেইকণ ত্যাগ তেনেই সামান্য।

দ্বিতীয় প্ৰেম কাহিনীৰ নায়ক নায়িকা প্ৰশান্ত আৰু মলয়া। তেওঁলোকৰ প্ৰেমে বৈবাহিক সম্বন্ধত সাৰ্থকতা লাভ কৰিব নোৱাৰিলে একমাত্ৰ মলয়াৰ মাকৰ বাবে। নিজৰ জন্মদায়িনী মাতৃয়েও যে নিজৰ স্বাৰ্থৰ বাবে সন্তানৰ ভৱিষ্যত, সিহঁতৰ আশা আকাঙ্খাক মষিমূৰ কৰিবলৈ পাৰে মলয়াৰ মাক তেনে মাতৃৰ জলন্ত নিদৰ্শণ। এই অসফল প্ৰেম কাহিনীয়ে জন্ম দিলে আন এক মানবতাৰ কাহিনী। এইবাৰৰ আদৰ্শ পুৰুষ হ'ল ৰহিম ওৰফে ৰাসীখান। এক উদাৰ মানৱতাবোধত উদ্বুদ্ধ হৈ ৰাসীখানে মলয়াৰ মাকে তেওঁৰ পৰা লোৱা চল্লিশ হেজাৰ টকা সুতে মূলে পোৱা বুলি ৰছিদ এখন লিখি দিয়ে। কিন্তু মলয়া আত্মাভিমানী। সেয়েহে সেই

টকাৰ বিনিময়ত তাই নিজ ইচ্ছাৰে আৰু এক প্ৰকাৰ জোৰ কৰিয়েই ৰালীধানক তাইক বিয়া কৰাবলৈ বাধ্য কৰালে।

উপন্যাসখনৰ এক বিশেষ উল্লেখনীয় দিশ হৈছে চৰিত্ৰবোৰৰ ধৰ্মীয় আচাৰ -নীতিৰ প্ৰতি থকা এক বহল উদাৰ দৃষ্টিভংগী। এয়া লেখকৰ নিজস্ব চিন্তাধাৰাৰে প্ৰতিফলন হব পাৰে। "নিজৰ আইক ভালপাওঁ বুলি ক'লে আনৰ আইক জানো বেয়া পোৱাটো বুজাব ?" সেইদৰে নিজৰ ধৰ্মৰ প্ৰতি প্ৰত্যেক ব্যক্তিৰে শ্ৰদ্ধা থাকে, সেইবুলি আন ধৰ্মৰ প্ৰতি, তেওঁলোকৰ আচাৰ অনুষ্ঠানৰ প্ৰতি বিৰূপ মনোভাব থাকিব জানো ? প্ৰকৃত কথা হৈছে মানুহৰ মনটো। মনৰ পবিত্ৰতা। আধুনিক শিক্ষা দীক্ষাৰে শিক্ষিত এজন ব্যক্তিয়ে তেওঁৰ ধৰ্মীয় পৰম্পৰা মানিবও পাৰে, নামানিবও পাৰে। সেয়া তেওঁৰ নিজস্ব চিন্তা, নিজৰ ধ্যান-ধাৰণা। সেইলৈ বিভ্ৰান্তিৰ সৃষ্টি হ'ব নালাগে। এনে সৰু সুৰা অথচ গুৰুত্বপূৰ্ণ মানৱীয় অনুভূতি সমূহক উপন্যাসিকে ফুটাই তোলাৰ প্ৰয়াস কৰিছে।

লেখকৰ প্ৰথম উপন্যাস হোৱা বাবে উপন্যাসখনিৰ দুই এটা আসোঁৱাহ চকুত পৰা বিধৰ হৈছে। আটাইতকৈ চকুত লগা আসোঁৱাহটি হৈছে ঘটনাৰ ধাৰাবাহিকতা ৰক্ষা কৰিবৰ বাবে লেখকে দুই এঠাইত যি কৌশল অৱলম্বন কৰিছে (হে সুহৃদ পাঠক, দ্বিতীয় অধ্যায়ত আমি ... .... .... পৃঃ ১১২ ॥ সাত ॥) সেয়া বৰ্ত্তমান যুগৰ উপন্যাসৰ ক্ষেত্ৰত এক প্ৰচলিত ৰীতি। অৱশ্যে এনে কৌশল আমি ৰজনী কান্ত বৰদলৈৰ উপন্যাসতো দেখিবলৈ পাওঁ। বৰদলৈ-দেৱৰ ৰচনাৰীতিৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু গৌৰৱ আছে সঁচা কিন্তু সেই ৰীতিকে যদি শ্ৰীকলিতাই অনুসৰণ কৰিছে, তেন্তে তেওঁক কৈ থোৱা ভাল হ'ব যে সেই ৰীতি শুদ্ধ নহয়।

চৰিত্ৰচিত্ৰণৰ ক্ষেত্ৰত আমাৰ কিছু কবলগীয়া আছে। মেৰিনা

কং, ৰাজীখান, ভিক্ষাৰী আদি চৰিত্ৰবোৰৰ ক্ষেত্ৰত বাস্তৱতা থকা যেন বোধ নহয়। মেৰীনা কংৰ চিঠিখনে আমাক বহু সময়ত বিবুধিত পেলায়। ৰাজীখানৰ মহানতাত সন্দেহৰ থল বৈ যায়। ভিক্ষাৰী-জনৰ আবিৰ্ভাৱ তাৰ প্ৰস্থানৰ মাজত কিবা এক অস্বাভাৱিকতাৰ গোন্ধ পোৱা যায়। সেইদৰে হস্পিতালৰ আটাইবোৰ চৰিত্ৰক আকস্মিক ভাবে লগ লগাই আকৌ আটাইবোৰ চৰিত্ৰক ৰেল দুৰ্ঘটনাত নিহত হোৱা ঘটনাটো বৰ বিশ্বাসযোগ্য হোৱা যেন নেলাগে। তদুপৰি একমাত্ৰ জীৱিত চৰিত্ৰ মানিক হঠাতে নিজৰ নাতি-নাতিনীৰ লগতে আন দুযোৰা ল'ৰা ছোৱালীক তেওঁৰ সম্পত্তিৰ ভাগ দিয়াটোও বৰ বাস্তৱ যেন নালাগিল।

এনে সৰু-সুৰা দুই এটা আসোঁৱাহৰ বাহিৰে উপন্যাসখনে সুধী সমাজত যে এখনি বিশেষ স্থান পাব সেয়া নিশ্চিত। উপন্যাস-খনৰ ভাষা সহজ, ভাষাক অযথা অলংকৃত কৰাৰ প্ৰয়াস দেখা নাযায়। পিচৰ সংস্কৰণত বানানৰ প্ৰতি লক্ষ্য ৰাখিলে উপন্যাস-খনিয়ে পাঠক সমাজৰ পৰা অধিক স্নেহ লাভ কৰিব।

শ্ৰীকলিতাৰ উত্তৰোত্তৰ উন্নতিৰ কামনাৰে।

যমুনা শৰ্মা চৌধুৰী

## ॥ এক ॥

প্রকৃতার্থত 'সন্ধি' শব্দটো আমাৰ ব্যাকৰণ শাস্ত্ৰৰ এক অপৰিহাৰ্য্য অংগ। সন্ধি জ্ঞানৰ অবিহনে কোনো এটা শব্দৰ প্ৰকৃত অৰ্থ সহজ ভাৱে ব্যাখ্যা কৰাত যথেষ্ট অসুবিধা হয়। একেদৰেই ৰাজনীতিৰ ক্ষেত্ৰতো 'সন্ধি'ৰ প্ৰয়োজনতা আৰু তাৎপৰ্য্য যথেষ্ট আছে। কিয়নো ৰাজনৈতিক সন্ধিৰ জৰিয়তে দুখন ৰাষ্ট্ৰৰ মাজত পৰস্পৰৰ বুজাবুজিৰ জৰিয়তেই সূচনা হয় ভ্ৰাতৃত্ব বোধৰ। পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰৰ ৰাজনৈতিক, সামাজিক তথা সাংস্কৃতিক ইতিহাসবোৰে আমাক এনে ধৰণৰ এখন স্পষ্ট ছঁবি ডাঙি ধৰে। বিশেষকৈ আজিৰ এই কুৰি শতিকাতো ৰাজনৈতিক সন্ধিৰ গুৰুত্ব বিশেষ ভাৱে লক্ষ্য কৰিব লগীয়া। অৱশ্যে বিবৰ্ত্তনৰ ঘঁহনি খাই ইয়াৰ চাল বাকলি, ৰং বিৰিং হেৰোৱাতো স্বাভাৱিক। অতীতৰ ৰজা মহাৰজা সকলেও এই সন্ধিক বিশেষ গুৰুত্ব সহকাৰে সন্মান দেখুৱাইছিল। কিন্তু বৰ পৰিতাপৰ বিষয় এই যে আজি মানৱ সভ্যতাৰ চূড়ান্ত পৰ্য্যায়তো ইয়াৰ প্ৰকৃত বাস্তৱিক মূল্য বহু পৰিমানে হ্ৰাস পাই অহাতো। ব্যক্তি আৰু ৰাষ্ট্ৰ যন্ত্ৰ ক্ৰমান্বয়ে আত্মকেন্দ্ৰীকতাৰ ফালে গতি কৰিছে। আধুনিক ৰাজনৈতিক শব্দকোষে মাছ নুবুলি জিজি বোলাৰ দৰেই ইয়াকো সন্ধি নুবুলি 'পেক্ট' 'চুক্তি, 'কমোনীক' ইত্যাদি

নামেৰেহে নামাকৰণ কৰিছে। এই ৰাজনৈতিক সন্ধিৰ পৰিভাষা যিয়েই নোবোলক কিয় কাৰ্য্যক্ষেত্ৰত এই আটাইবোৰেই বিফল হোৱা দেখা যায়।

১৯৫৪ চনত চুক্তিবদ্ধ হোৱা 'ইন্দো-চাইনা ভাই ভাই' মন্ত্ৰেৰে ভাৰতবৰ্ষৰ সেই সময়ৰ প্ৰয়াত প্ৰধান মন্ত্ৰী পণ্ডিত জৱাহাৰলাল নেহৰুৱে চীনৰ প্ৰধান মন্ত্ৰী চৌ-এন লাইৰ সৈতে কৰা সাম্য মৈত্ৰীৰ সন্ধি যাক ৰাজনৈতিক ভাষাত কোৱা হ'ল 'পঞ্চশীল' বুলি। সেই 'জহৰ লাই'ৰ অতি আদৰৰ ফুল কোমলীয়া শিশুটিক অনেক আশাৰে তুলি-তালি আঠ বছৰীয়া কৰি হঠাৎ চৌ-এন লাইয়ে নিজ হাতে নিৰ্ম্মম ভাবে হত্যা কৰিলে ১৯৬২ চনত। ভাৰতবৰ্ষৰ উত্তৰ পূব প্ৰান্তৰ অসম তথা নেফা অবাঞ্ছিত ভাৱে পৰিণত হ'ল এক বিশাল যুদ্ধ ক্ষেত্ৰত। আমাৰ সৰ্ব্ব ভাৰতীয় নেতাসকলৰ চকু মেল খালে। কিন্তু ঘটনাই জোৰ পুৰি হাত পালে। ভাৰতীয় সৈন্যবাহিনীক স্বদেশ প্ৰেমৰ হাঠিয়াৰ দি পঠাই দিলে সীমান্তলৈ পৰাক্ৰমী চীনা সৈন্য ভেটিবলৈ। আমাৰ সকলো ফালে অপ্ৰস্তুত সেনা বাহিণী থিয় দিলেহি এটা বিৰাট পৰাক্ৰমী বাহিনীৰ পৰিকল্পিত সংগ্ৰামৰ চাকনৈয়াত। দেশৰ সৰ্ব্বভৌমত্ব তথা অখণ্ডতা ৰক্ষা কৰিবলৈ হলে দেশ প্ৰেমেই যথেষ্ট নহয়. ইয়াৰ লগতে আৰু বহুতো কিবা কিবিৰ নিতান্ত্যই প্ৰয়োজন। আমাৰ ভাৰতবৰ্ষ বিশ্বৰ ভিতৰতে এক সৰ্ব্ব বৃহৎ ৰাষ্ট্ৰ হলেও ইয়াৰ অৰ্থনীতিৰ মূল ভেটি হ'ল কৃষি। আমেৰিকা জাপান বৃটেইন আদিৰ দৰে উদ্যোগীক উন্নতিশীল দেশ নহয়। একমাত্ৰ কৃষিয়েই হ'ল মূল ভেটি, সেইবাবে দেশখন কিছু বিশেষ বিশেষ ক্ষেত্ৰত সেই সময়ত অধিক দুৰ্ব্বল আছিল। উদাহৰণ স্বৰূপে যাতায়তৰ কথাকেই উল্লেখ কৰিব পাৰি। এখন ৰাষ্ট্ৰৰ প্ৰগতিৰ বাবে সুৰক্ষাৰ বাবে যাতায়তৰ সুব্যৱস্থা অপৰিহাৰ্য্য। কিন্তু কেন্দ্ৰীয় চৰকাৰে নেফাক এজেন্সী চৰকাৰৰ হাতত চম্‌জাই দি নিজ

দায়িত্ব এৰাই চলিছিল। ফলত উত্তৰ পূব ভাৰতৰ এই ৰাজ্যসমূহৰ প্ৰগতিৰ খতিয়ান আমোলাৰ পেন পেন্‌চিল আৰু ৰং তুলিকাতে সীমাবদ্ধ আছিল। নেফাৰ ৰাস্তা ঘাট দলং আদি নিৰ্ম্মানৰ কাৰণে নিৰ্দ্ধাৰিত ধন-পুঁজি বহু পৰিমানে অপব্যয় হৈয়েই আছিল। কিন্তু দুৰ্ভাগ্য যে চীন চৰকাৰে সন্ধি ভাঙিলে! ৰাইজে বিসন্ধি শব্দ দুটাৰ অৰ্থ সুন্দৰকৈ বুজিব পাৰিলে। ইয়াৰ ৰাজনৈতিক অৰ্থ হ'ল— চীন চৰকাৰে দুয়োদেশৰ জনগণৰ কল্যান বা শান্তি কামনা নকৰে। দ্বিতীয় অৰ্থ— ভাৰতৰ প্ৰশাসন যন্ত্ৰটো লোকসেৱাৰ নামত লোক শোষকৰ অভিনয়ত নামিছে। ভাৰতীয় সৈন্যই উপযুক্ত যাতায়তৰ অভাৱত এক ভাবিব নোৱাৰা সংকটময় অৱস্থাত পৰি নিজৰ অকাল মৃত্যুক সাৱটি ললে। চৰকাৰৰ ভুল তথ্যৰ বলি হৈ নিমাখিত সৈন্য-বোৰে জলন্ত চাকিত চগা জাঁহ যোৱাদি বিদেশী সৈন্যৰ হাতত প্ৰাণ দিব লগা হ'ল। অৱশ্যে শাপে বৰ হোৱাৰ দৰে চীনা আক্ৰমণৰ বিভীষিকাই আমাৰ চৰকাৰ তথা দেশবাসী লৈ কঢ়িয়াই আনিলে এক নতুন চেতনা— ভাৰতবৰ্ষৰ সৰ্ব্বভৌমত্ব ৰক্ষা কৰিব হলে এই অৱহেলিত উত্তৰ পূব অঞ্চলবো অখণ্ডতা ৰক্ষা কৰিব লাগিব, দেশৰ প্ৰগতিৰ বা-বতাহ এই অঞ্চলবোৰলৈকেও নিশ্চয় বোৱাবৰ যত্ন কৰিব লাগিব। তেহে দেশৰ নিৰাপত্তা, অখণ্ডতা আৰু সৰ্ব্বভৌমত্ব ৰক্ষা কৰা সম্ভৱপৰ হব।

সেই তাহানীৰ নেফা অঞ্চলেই বৰ্ত্তমানৰ অৰুনাচল হিচাবে নামাকৰণ কৰা হ'ল। বৰ্ত্তমান অৰুনাচলো চাওঁতে চাওঁতে দেশৰ প্ৰগতিৰ অংশীদাৰ হৈছে গৈ। যাতায়তৰ উন্নতি হৈছে যদিও বাৰিষা একেৰাহে দুই তিনি মাহ ধৰি দেশৰ বাকী অংশৰ লগত অৰুনাচল আৰু ইয়াৰ জনতা এতিয়াও বিচিন্ন হৈ থাকে··· ··· ··· ···· ····।

.. .... ... .... ... ... ... ... ... .... ...

দেহা-দেই পুৰি নিয়া জুনমাহৰ এটি অতি আমনি লগা

নিড়িবিলি সন্ধ্যা। বাহিৰত ধাৰাসাৰ বৰষুণ। আজি দহদিন হ'ল একেদৰেই আছে। কাম বুলিবলৈ একমাত্র খোৱা আৰু শোৱা। কেতিয়া ৰাস্তা পচুলি খোলে তাৰ কোনো ঠিকনা নাই। এনেকৈ তেজপুৰত ফাচি যাব লাগিব বুলি প্রশান্তই কল্পনাই কৰিব পৰা নাছিল। গ্রেফ্‌ৰ বনুৱাসকলে দিন ৰাতি একাকাৰ কৰি ৰাস্তাৰ কাম কৰিয়েই আছে। কিন্তু নেৰা-নেপেৰা বৰষুণৰ কাৰণে বেচেৰাহঁতে যিমানেই ৰাস্তাৰ পৰা মাটি উঠাই পথ মুকলি কৰাৰ আহোপুৰুষার্থ কৰিছে সিমানেই ওপৰৰ পৰা আকৌ পাহাৰ খহি পথ অবৰোধ হব ধৰিছে। গতিকে তেজপুৰ বম্‌ডি-লা পথেৰে যাব লগীয়া সকলো মানুহ তেজপুৰতে বোন্দাপৰ দি থাকিব লগা হৈছে। অকল গেষ্ট হাউছতেই প্রায় ১০।১২ জনমান কর্ম্মচাৰী আছে। প্রশান্তই তাৰ কোঠাৰ দর্জাখনৰ এপাত আধা খোলাকৈ ৰাখি বিচনাতে পেটপেলাই দীঘল দি পৰি আছে। 'সৌৱা কোনোবা এজন আকৌ সোমালেহি। একেবাৰে সপৰিয়ালে আহিছে যেন পাওঁ'। ইতিমধ্যে ডাক্তৰ বসুমতাৰী পৰিয়াল সহ প্রশান্তৰ নিছেই ওচৰৰ আঠ নম্বৰ কোঠাত সোমাই গ'ল। ডাক্তৰ বসুমতাৰী প্রশান্তৰ বৰ বিশেষ চিনাকী নহলেও একেবাৰে অপৰিচিতো নহয়। প্রশান্তই ডাঃ বসুমতাৰীক ইয়াৰ আগতে দুবাৰ লগ পাইছে। প্রথমবাৰ চিয়াং টেজুত আৰু দ্বিতীয়বাৰ বোধ হয় চেপাত। চিয়াং টেজুত লগ পাওঁতে বৰ বেছি কথা বতৰা হোৱা নাছিল যদিও দুই চাৰিটা কথাৰ পৰাই মানুহজন যে বেছ ৰসাল খোলা অন্তৰৰ সেই কথা প্রশান্তই সহজে ধৰিব পাৰিছিল। ইয়াৰ আগতে চার্কোল অফিছাৰ পাঠকৰ পৰা ডাঃ বসুমতাৰীয়ে স্থানীয় বাংনী ছোৱালী গ্রহণ কৰা বুলি জানিব পাৰিছিল। চিয়াং তেজু ক্লাৱত ডাঃ বসুমতাৰীৰ লগত দেখা হওঁতে ই-এ-চি এমক্রচ চাহাবে প্রশান্তক বসুমতাৰীৰ লগত পৰিচয় কৰি দিছিল। কথা প্রসঙ্গত প্রশান্ত কাকতি বহু বছৰ ধৰি

শ্বিলঙত থাকি অহাৰ কথাও সদৰি কৰিছিল। ডাঃ বসুমতাৰীয়ে প্ৰশান্তৰ ফালে কৌতুহলেৰে দৃষ্টি নিক্ষেপ কৰি কৈছিল— জানে মিঃ কাকতি, মোৰ জন্ম শ্বিলঙতে আৰু আই-এছ-চি লৈ তাতেই পঢ়িছিলো অৰ্থাৎ এড্‌মাণ্ডচৰ পৰাই পাছ কৰিছিলো। শ্বিলঙৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু তাৰ মানুহবোৰক মোৰ সচাঁই বৰ ভাল লাগিছিল। অৰুণাচলৰ মানুহবোৰো প্ৰায় খাছীবোৰৰ দৰেই সহজ সৰল। নহয় জানো মিঃ কাকতি? কথা নবঢাই আপুনি থিকেই কৈছে ডাঃ বসুমতাৰী বুলি কৈ সেইদিনাৰ কাৰণে তেওঁৰ পৰা বিদায় ললে। এৰিবৰ সময়ত মাথো প্ৰশান্তই বসুমতাৰীক কলে— কেতিয়াবা চেপালৈ গলে যেন প্ৰশান্তৰ কোৱাটাৰত এপাক মাৰে। প্ৰশান্ত লৰালৰিকৈ আই-বিলৈ উভতিল।

সঁচাকৈয়ে এবছৰ পিছত ডাঃ বসুমতাৰী চেপা ডাক-বঙলাত উঠিয়েই তেওঁৰ পিয়নৰ হাতত এখন সৰু চিঠি পঠাই প্ৰশান্ত কাকতিক জনালে—অনুগ্ৰহ কৰি যদি সময় হয় এবাৰ যেন তেওঁক দেখা কৰে। খবৰ পাইয়েই প্ৰশান্ত কাকতি আই-বি লৈ খোজ ললে। কাকতিক দেখি বসুমতাৰীয়ে আথে বেথে নমস্কাৰ জনাই বহিব কলে। দুয়ো বহিল। এনেতে এগৰাকী পাহাৰী পোষাকেৰে দিপ্‌লিপ গাভৰু ৰুমৰ ভিতৰলৈ সোমাই আহি প্ৰশান্তক নমস্কাৰ জনালে। প্ৰশান্তইও প্ৰতি নমস্কাৰ যচাঁৰ পিছত গাভৰু গৰাকীয়ে প্ৰশান্তক উদ্দেশ্য কৰি কলে—বহিবি দেই চাহাব, মই অলপ ভিতৰৰ ফালে আহো'— বুলি ৰুমৰ পৰা আতৰি গ'ল। ইতিমধ্যে ডাঃ বসুমতাৰীয়ে প্ৰশান্ত কেনে আছে, ঘৰৰ পৰা শ্ৰীমতীৰ চিঠি পাইছেনে নাই ইত্যাদি দুই চাৰিটা টুকুৰা খবৰ লৈছেহে মাথোন এনেতে সোমাই আহিল সেই গাভৰুজনী। দুহাতত দুটা গিলাচত মুখলৈকে ভৰাই আপং আনি টেবুলৰ ওপৰত থৈ কলে—

—লাজ নকৰি খাবি দেই চাহাব।

বসুমতাৰীৰ লগতে প্ৰশান্তও শান্ত লৰাৰ দৰে কোনো মাত বোল নকৰি খোৱা আৰম্ভ কৰি দিলে। খোৱাৰ মাজতে ডা: বসুমতাৰীয়ে প্ৰশান্তক উদ্দেশ্য কৰি কলে—

—জানে মিঃ কাকতি, এইজনীয়েই মোৰ সহধৰ্ম্মিনী। নাম ইয়ানী। এতিয়া নিশ্চয় আপুনি অলপ সহজ হব পাৰিছে। বৰ্ত্তমান আমাৰ তিনি বছৰীয়া ছোৱালী এজনীও আছে। তাই এতিয়া শুই আছে।

—ডাঃ বসুমতাৰী, মই অৱশ্যে আপোনাৰ প্ৰায় সকলো কথা পাঠক চাহাবৰ পৰা গম পাইছো।

—অ' আমাৰ চাৰ্কোল অফিচাৰ পাঠকদাৰ পৰা? অসম্ভৱ ভাল মানুহ। এনে ধৰণৰ মানুহ খুব কমেই পোৱা যায় মিঃ কাকতি। কিন্তু সাৱধান তেখেতৰ পেটত কোনো কথা নৰয়। একেবাৰে নাৰদ মুনি—বুজিছে। আপডৰ গিলাচত শেষৰ সোহা মাৰি বৰ আগ্ৰহেৰে কবলৈ ধৰে—তেখেতেই মোক আই বিত নেথাকি আপোনাৰ কোৱা-টাৰত থকাৰ কথা কৈছিল, আপুনি হেনো অতিথি পৰায়ণ লোক। অতিথি আহিলে আমনি নেপায়, আনন্দহে পায়। নিজৰ বক্তব্যৰ সামৰণি মাৰি তেওঁ এটি স্বস্তিৰ হাঁহি মাৰি প্ৰশান্তৰ ফালে চালে। দেৱালৰ ঘড়ীটোৱে টং টং শব্দ কৰি সাত বজাৰ সঙ্কেত দিলে। এইবাৰ পুনৰ এখন হাতত দুটা পোৱা মাকৈ আৰু আনখনত এবটল আপং লৈ শ্ৰীমতী বসুমতাৰী কমত প্ৰৱেশ কৰি তেওঁলোকৰ মাজত থকা টেবুলখনত সেইবোৰ থৈ বিনা বাক্যে প্ৰস্থান কৰিলে। বসুমতাৰীয়ে প্ৰশান্তই আপত্তি কৰা স্বত্বেও বটলৰ পৰা আপং গিলাছত ঢালিলে আৰু নিজেও ললে।

—খাওঁক মিঃ কাকতি, আপডে অপকাৰ নকৰে। ইয়াত খাদ্য-প্ৰাণ আছে। মাথোন বনোৱাত সাৱধান হব লাগে। বাচন বৰ্ত্তনবোৰ পৰিষ্কাৰ হব লাগে। এয়া ইয়ানী অৰ্থাৎ মোৰ শ্ৰীমতীয়ে বনোৱা আপং। পোৰা মাকৈৰ লগত সুন্দৰ 'কম্বাইনেচন'।

—মোৰ আপত্তিৰ জানো যুক্তি ৰজিব ডাক্তৰ বসুমতাৰী, যিহেতু আপুনি ডাক্তৰ মানুহ। এইবাৰ আপং বুলি নেখাও যেনিবা, পথ্য বুলিয়েই খাওঁ বুলি প্ৰশান্তই গিলাচ তুলি ললে।

—আপুনি বৰ ৰসাল মিঃ কাকতি।

খোৱা শেষ হলত প্ৰশান্তই ডাঃ বসুমতাৰীক তেওঁৰ সকলো বস্তু বাহিনী লৈ প্ৰশান্তৰ কোৱাৰ্টাৰলৈ সোনকালে যোৱাৰ কাৰণে অনুৰোধ কৰি বহাৰ পৰা উঠি ঘৰলৈ গুলাল। প্ৰশান্ত ঘৰ পোৱাৰ এঘণ্টা পিছত বসুমতাৰী নিজৰ সকলো সামগ্ৰীৰ টোপোলা লৈ প্ৰশান্তৰ কোৱাৰ্টাৰত উপস্থিত হ'ল। প্ৰশান্তই ইতিমধ্যে ডাঃ বসুমতাৰীৰ কাৰণে ৰুম এটা থিক কৰি থৈছিল। বস্তু বাহিনীবোৰ ৰুমত সোমাই দিলে। প্ৰশান্তই পিয়ন মনবাহাতুৰক মাতি চাহ-জলপানৰ পৰ্ব্ব বাদ দি সিধাই ভাতৰ ব্যৱস্থাই কৰিব কলে। কিয়নো ৰাতিও যথেষ্ট হ'ল। আনহাতে তেওঁলোকৰ ভাগৰো লাগিছে। লাগিবৰ কথাও, ১৫০ কিলোমিটাৰ পাহাৰীয়া উঠা-নমা একাঁ-বেঁকা পথ অতিক্ৰম কৰি তিনি ঘণ্টা আগতে মাথোন পাইছেহি। প্ৰশান্তই সেয়ে তেওঁলোকৰ লগত পুনৰ কথাৰ মহলা মৰাৰ কথা চিন্তা নকৰি সন্মুখত পৰি থকা গোটেই সপ্তাহটোয়েই লগ পোৱাৰ সম্ভাৱনা কৰি ন বজাৰ লগে লগে খোৱা বোৱা শেষ কৰি সকলোৱে নিজৰ নিজৰ বিচনা ললে।

ৰাতিপুৱা বিচনাতে চাহ খোৱা অভ্যাসটো প্ৰশান্তৰ নতুন অভ্যাস। অৱশেষত এইটো বাধ্যতামূলক এক অভ্যাসত পৰিণত হোৱা পাছৰে পৰা চাহকাপ পেটত নপৰেগৈ মানে গোটেই দিনটোৰ কাৰণে প্ৰশান্তই যে নিজৰ দেহাটোকে বিচনাৰ পৰা লৰাব নোৱাৰে সেই কথা বাহাতুৰে অতি সহজ ভাৱেই অনুমান কৰিব পৰা হ'ল। সেয়েহে পুৱাৰ সকলো দৈনন্দিন কামৰ তালিকাখনত প্ৰথমতে সি শোৱাৰ পৰা উঠিয়েই চৌকাত জুই জ্বলোৱাতোকেই প্ৰাধান্য দিয়ে।

অন্য দিনৰ দৰে সেইদিনাখনো চাহ কাপ লৈ বাহাদুৰ প্ৰশান্তৰ ৰুমত প্ৰৱেশ কৰি চাৰ, চাৰ, কৈ মাতষাৰ লগাই ওচৰতে থকা সৰু টেবুলখনতে চাহ কাপ থৈ প্ৰশান্তই আঠুৱাখন উদঙাই বাহিৰলৈ চোৱাৰ সময় কনৰ কাৰণে সি প্ৰতীক্ষা কৰিলে। তাৰ পিছত সি ভবাৰ দৰেই তাৰ চাহাবে এণ্ডামুৰি কেইটামান মাৰি আঠুৱাখনৰ বাহিৰলৈ চোৱাৰ সময়তেই বাহাদুৰে বাহিৰত ডি-চি চাহাবৰ পিয়নজন ৰৈ থকাৰ খবৰতো জনাই পিচলৈ ঘূৰোতেই প্ৰশান্তই তাক শোৱা কোঠালৈকে লৈ অহাৰ কথা কলে। ডি-চি ৰ পিয়ন তপ বাহাদুৰ সোমায় আহি গতানুগতিক নমস্কাৰ জনাই প্ৰশান্তলৈ এটুকুৰা কাগজ আগবঢ়ালে। তাত উল্লেখ থকা মতে প্ৰশান্ত এতিয়া পাকেকেচাঙলৈ যাব লাগে। কিয়নো উপ ৰাজ্যপাল চাহাবে ডি-চি চাহাবলৈ এক জৰুৰী তাৰ পঠাইছে যে সেই ঠাই অৰ্থাৎ পাকেকেচাঙত দুৰ্ভীক্ষত বহুত মানুহ মৰিছে। তুৰন্তে গৈ সেই ঠাইৰ পৰিস্থিতি অধ্যয়ন কৰি এটা ৰিপোৰ্ট পঠাব লাগে। অনিচ্ছা স্বত্বেও ওপৰৱালাৰ হুকুম পালন নকৰি নোৱাৰি ভাবিয়েই সি যাবলৈ সাজু হ'ল। ইতিমধ্যে ডি-চিয়ে তাৰ লগত যাবৰ কাৰণে চাৰিজন পৰ্টাৰ পঠাইছে। সিহঁত বাহিৰতে ৰৈ আছে। ডাঃ বসুমতাৰী আৰু তেওঁৰ পৰিবাৰ তেতিয়াও নাক বজাই শুইয়ে আছিল। গতিকে শান্তিৰ প্ৰতীক টোপনিক ব্যাঘাত জন্মাবলৈ প্ৰশান্তৰ ভাল নেলাগিল। প্ৰশান্তই তাৰাতাৰীকৈ এখন চিঠি লিখি সকলো কথা জনাই চিঠিখন বাহাদুৰৰ হাতত দি ডাঃ বসুমতাৰী আৰু পৰিয়ালৰ সকলো বন্দোবস্তৰ কাৰণে চকু দিবলৈ বাহাদুৰক দায়িত্ব দি আধা ঘণ্টাৰ ভিতৰতে পাকেকেচাঙলৈ যাত্ৰা কৰিলে। দুৰ্ভাগ্যবশতঃ বসুমতাৰীহঁত থকাৰ ভিতৰত প্ৰশান্ত ঘূৰিব নোৱাৰিলে। পৰিস্থিতিৰ জোখ মাৰিবলৈ যাওঁতে পাকেকেচাঙত দহদিন থাকিব লগা হ'ল। প্ৰশান্ত চেপা পোৱা দুদিন আগতে ডাঃ বসুমতাৰী সপৰিয়ালে ঘূৰি গ'ল।

প্ৰশান্তৰ মনটো সেমেকি গ'ল। ডাঃ বসুমতাৰীয়ে বা কি ভাবিলে তেওঁক। তেওঁলোকে হেনো বৰ আগ্ৰহেৰে তেওঁ ঘূৰি অহালৈ বাট চাইছিল কিন্তু ডাক্তৰ মানুহ আলহী খাই বহি থাকিলে কেনেকৈ চলিব।

পিছদিনা অফিচত গৈ টেবুলৰ ওপৰত এখন চিঠি দেখিলে। খামৰ ওপৰ আখৰ কেইটা ধুনীয়া নহলেও চিনাকী আৰু অতি চেনেহৰ। এয়া শ্ৰীমতীৰ কোমল হাতৰ চিঠি।

—১৮ অক্টোবৰৰ পৰা পূজা আৰম্ভ হব। গতিকে তুমি ৩/৪ তাৰিখে পোৱাকৈ আহিবা। পূজাৰ আগতে ঘৰৰ আধকৰা কামখিনি যেনে তেনে শেষ কৰিব লাগিব। পিচফালৰ বাৰণ্ডাৰ ৰুমটোতে চেনিটাৰী পাইখানা এটাও বনাব লাগিব। দাদা আৰু নবৌ বোলে পূজাৰ ভিতৰত আমাৰ ইয়ালৈ আহিব। তেওঁ নবৌক লৈ আমেৰিকাৰ পৰা অহাৰ আজি দহদিনমানেই হ'ল। দাদাৰ চিঠি পৰহি পালো। মোৰ বৰ চিন্তা লাগি আছে। দাদা অকলে অহাহেতেন কথাই নাছিল। কিন্তু লগত আহিব আমেৰিকান মেম-নবৌ· তুমি কথাবোৰ বৰ সহজ ভাবে লোৱা। মোৰ কথাবোৰ এইবাৰ গুৰুত্ব নিদিলে কিন্তু পিছত পোস্তাবা ছাবা ···· ···· ···· ····।

চিঠি পাই প্ৰশান্ত চিন্তা-মগ্ন হ'ল।

গুৱাহাটী মহানগৰীত ঘৰটো সাজিবলৈ লোৱা আজি প্ৰায় তিনি বছৰেই হ'ল। ইমান দিনৰ ভিতৰতো তাক সম্পূৰ্ণ কৰাৰ শক্তি নহ'ল। নিজৰ কোমৰত বল নহলে সকলো মিছা। শহুৰৰ টকাৰে ঘৰ বনাই নিজৰ ব্যক্তিত্ব তেওঁলোকৰ ওচৰত অৰ্পন নকৰো বুলি নিজেই যি পাৰো কৰাৰ চেষ্টাত থাকোতেই তিনি বছৰ চকুৰ প্ৰচাৰতে পাৰ হৈ গ'ল। তথাপি বল হলে নহ'ল। মাথো তিনিটা ৰুম, পানী, লাইট আৰু বাহিৰত পাইখানা বনাই কোনো ৰকম আই ঢুকুৱাৰ পিছৰ পৰা পৰিয়ালটো চহৰতে ৰখাৰ ব্যৱস্থা কৰিছো। ঘৰুৱা চিন্তা সিমানতে শেষ কৰি চিঠিখন খামত ভৰাই টেবুলৰ

ভ্ৰয়াৰত থৈ অফিছৰ কামত মনোনিৱেশ কৰিলে প্ৰশান্তই। চাৰে চাৰি বজাত অফিছৰ পৰা ওলাই অকলে অকলে কামেঙৰ পাৰত এপাক মাৰি ঘৰ সোমাল। কাপোৰকানি সলাই বাহাদুৰে দিয়া চাহ-জলপান খাই বাতৰি কাকতখন মেলি ললে। ছাত্ৰাৱ হওঁক প্ৰশান্ত সংসাৰী মানুহ শ্ৰীমতীৰ চিঠিখনে তাক আকৌ আমনি কৰিলে। তাৰ মহাপুৰুষ মাধৱৰ এষাৰ কথালৈ মনত পৰিল— 'ইটো গৃহবাস ভাৰ্য্যাৰেহে দাস কহিলোঁ স্বৰূপ।' এনেতে দৰ্জাত কাৰোবাৰ টুক্ টুক শব্দ শুনি উঠি গৈ দৰ্জাখন খুলি দিলে। গৌতম চাহাবৰ লগুৱা লৰাজন সোমাই আহি প্ৰশান্তক জনালে যে তাৰ চাহাব কাইলৈ পুৱাই চাৰিদুৱাৰলৈ যাব। যদি প্ৰশান্ত ঘৰলৈ যোৱাৰ ইচ্ছা কৰে তেন্তে ৭ বজাত সাজু হৈ থাকিব লাগে। তেওঁ যোৱাৰ কথা থকা স্বত্বেও সেই সময়ত কোনো সিদ্ধান্তলৈ আহিব নোৱাৰিলে। প্ৰশান্তই প্ৰায় কথা প্ৰচলিত নিয়ম নীতি পৰম্পৰা মানি চলে। তেওঁৰ মনলৈ আহিল ডাকৰ বচন এফাঁকি—
"সোম শনি পূৱে যায় দুই চকুৰ এক খাই"। কাইলৈ শনিবাৰ।
—বাৰু তই এতিয়া যা, চাহাবক কবিগৈ পুৱা তেওঁ যাওঁতে যেন মোক মাত এষাৰ দি যায়। প্ৰশান্তক নমস্কাৰ জনাই লগুৱাজন ওলাই গ'ল। ভাত পানী খাই নিশা দহ বজাত প্ৰশান্ত বিচনাত পৰিল। মনটো উদাস উদাস যেন লাগিল। তেতিয়াও লাইট জ্বলিয়েই আছিল। হঠাৎ তেওঁৰ চকু পৰিল বেৰত আৰি থোৱা দত্তবৰুৱা এণ্ড কোঃ ৰ কেলেণ্ডাৰখনত। শনিবাৰে – দুই অক্টোবৰ। ৰঙা আখৰেৰে ডাঙৰকৈ লিখা আছে—'গান্ধী জয়ন্তী।' তেওঁৰ মনটো কিবা এক আনন্দত উত্ৰাৱল হৈ উঠিল। শনিবাৰ হলেও কালিৰ দিনটো কিন্তু অন্য শনিবাৰৰ দৰে নহব। নিশ্চয় ক্ষণ নক্ষত্ৰ আদি ভাল হব। এই দিনটোত যিকোনো কামৰে সুফল নিশ্চিত। বাপুজীৰ দৰে এজন মহাপুৰুষৰ জন্ম অশুভ দিনত কেতিয়াও হব

নোৱাৰে। প্ৰশান্ত ঘপকৈ বিচনাৰ পৰা উঠি টেবুলৰ ড্ৰয়াৰৰ পৰা ছাবি কোছা লৈ প্ৰযোজনীয় কাপোৰ-কানিখিনি ভি-আই-পিত সোমোৱাই থৈ পিছদিনা সাত বজাত ঘৰ অভিমুখে যাত্ৰা কৰাৰ চূড়ান্ত সিদ্ধান্ত এটা লৈ শুই থাকিল। সাত বজাৰ লগে লগে মান চাহাবৰ গাড়ী আহি প্ৰশান্তৰ পদুলিত উপস্থিত হ'ল। প্ৰশান্তৰ পদুলিৰ গেটখনত মান্ধাতাৰ যুগৰ এটা বিৰাট তলা লগাই থোৱাত হৰ্ণ বজায় গাড়ী অহাৰ সংকেত দিলে। চিনাকী গাড়ীৰ হৰ্ণ শুনি বাহাদুৰে গৈ গেট খুলি দিলে। মান চাহাবে প্ৰশান্তক তাৰাতাৰি সাজু হবলৈ হুলস্থুল লগালে। প্ৰশান্তই চকু আধা মুদাকৈ পুৱাৰ কামখিনি জেট স্পিড্‌ত কৰি অতালে। মন বাহাদুৰে ভয়ঙ্কৰ ভি-আই-পিটো জীপৰ পিছত উঠাই দিলে। প্ৰশান্তই দুটা চিগাৰেট উলিয়াই এটা মান চাহাব আৰু আনটো নিজে জ্বলাই লৈ দুৰ্গা দুৰ্গা বুলি গাড়ীত উঠিল। তীব্ৰ গতিৰে গাড়ী চাৰিদুৱাৰ অভিমুখে ঢাপলি মেলিলে। বতৰ ফৰকাল। গাড়ী সুন্দৰ চলিল। কপাল ভাল ৰাষ্টাত কোনো আৰ্মী কনভয়ৰ সন্মুখীন হব লগা নহ'ল। তিনি ঘণ্টাৰ পিছত চেঁচা পাই তাতে চাহ জলপান খালে। চাহ জলপানৰ পইছাটো প্ৰশান্তই নিজে দিলে। অৱশ্যে মান চাহাবে দিয়াৰ সম্ভৱনাও ক্ষীন। ইঞ্জিনীযাৰ মানুহ। তাতে চি-পি ডব্লিউ ডিৰ। নিজৰ জেপৰ পইচা সহজতে খৰছ কৰা সংস্কৃতি খুব কম। প্ৰায় ১১ ঘণ্টাৰ মুৰত চাৰিদুৱাৰ আই-বিৰ সন্মুখত গাড়ী ৰ'ল। বাটত অৱশ্যে অলপ বৰ লগা হৈছিল। গাড়ীৰ বিজুটি ঘটিছিল। আৰ্মীৰ জীপ এখনৰ ড্ৰাইভাৰজনে সহায় কৰি দিয়াত গাড়ী চলিছিল। তেতিয়া পাচ বাজিছিল। প্ৰশান্তক পলিটিকেল আই-বিত নমাই থৈ মান চাহাবে নিজৰ বিভাগীয় আই-বিত আশ্ৰয় ললে। মুখ হাত ধুই প্ৰশান্তই অলপ জিৰণি লৈ ঘৰমুখী গাড়ীৰ খবৰ কৰিবলৈ বুলি বাহিৰ ওলাল। ৰাষ্টাত ভৰি দিয়েই বেচেৰাই খবৰ

পালে আজি ৬ বজাৰ পৰা অহা কালি ৪ বজালৈকে 'অসম বন্ধ' আছে। এই সময়ৰ ভিতৰত সকলো যানবাহনৰ চলাচল বন্ধ থাকিব। খবৰটো পাই আগতে মনৰ মাজত ৯ বজাত ঘৰ পোৱাৰ যি সপোন দেখিছিল সেইয়া নিমিষতে চূৰমাৰ হৈ গ'ল। আজি নিশাৰ ভাত সাজ শ্ৰীমতীৰ হাতে খোৱাৰ যি প্ৰবল ইচ্ছা আছিল সেইয়া গৈ মুৰকত আই-বিৰ বাহাদুৰৰ হাতে খোৱাৰ সম্ভৱনাই প্ৰকট হ'ল। নিৰাশ মন অৱশ দেহ লৈ কাপোৰ কানি খুলি সনাই বিচনাতে দীঘল দিলে। কমৰ দৰ্জাখন বন্ধ কৰি ৰেডিঅটো গুৱাহাটী চেন্টাৰত খুলি দিলে—"বাতৰি কৈছো গুণ বৰুৱাই"...... বৰ আগ্ৰহেৰে সন্ধ্যাৰ আঞ্চলিক বাতৰিতো শুনাৰ বাবে বেচেৰাই কাণমূৰ বিচনাৰ ওপৰত পেলাই লওঁতেই কোনোবাই দুৱাৰত কৰা টক্ টক্ শব্দ শুনি উঠি গৈ দুৱাৰখন খুলি দিলে।

—হেল্লো! মিঃ কাকতি, মই এই মাত্ৰ মান চাহাবৰ পৰা আপুনি অহাৰ শুভ সম্বাদটো শুনিলো—বুলি কৈ ডাঃ বসুমতাৰী প্ৰশান্তৰ কমৰ ভিতৰলৈ সোমাই গ'ল। প্ৰশান্তই তেওঁক নিজৰ বিচনাতে বহিব কলে। ৰেডিওটো বন্ধ কৰি হাঁহি হাঁহি ডাঃ বসুমতাৰীয়ে কবলৈ ধৰিলে—

—এয়া বাতৰি কৈছো ডাঃ বসুমতাৰীয়ে। আজিৰ প্ৰধান প্ৰধান বাতৰি সমূহ হ'ল—ডাঃ বসুমতাৰী দুমাহৰ চুটি লৈ গৃহ নিৰ্ম্মাণৰ অৰ্থে চাৰি দুৱাৰত সপৰিয়ালে বাহৰ পাতি আছে। ইতিমধ্যে তেওঁৰ এমাহ দহ দিনৰ ছুটি অতিবাহিত হৈ গ'ল। প্ৰশান্ত কাকতি ডাঙৰীয়া আজি হিমালয় পাদদেশ অৰুনাচল প্ৰদেশৰ পৰা বহু আশা বুকুত বান্ধি গৃহাভিমূখে প্ৰত্যাবৰ্ত্তন কৰিছে। কিন্তু অতি দুখৰ কথা ২৪ ঘণ্টীয়া অসম বন্ধৰ কাৰণে কাকতি ডাঙৰীয়া তেখেতৰ পৰিকল্পিত কাৰ্য্যসূচী বাতিল কৰি চাৰিদুৱাৰ ডাকবঙলাত নিষ্প্ৰাণ ভাৱে জিৰণি লৈছেহি ....।

—শুনক ড: বসুমতাৰী মই আপোনাৰ পৰা আঞ্চলিক বাতৰি শুনিব খোজা নাই, কওক হঠাৎ আপুনি কৰ পৰা ওলালহি।
—অসমীয়া বাতৰি বুলি আপুনি গুৰুত্ব নিদিলে নহয় মিঃ কাকতি? তেন্তে অতি নিৰ্ভৰযোগ্য বি-বি-চিৰ নিউজেই শুনক বাৰু—
"ডাঃ পবিত্ৰ বসুমতাৰী চৰকাৰৰ পৰা গৃহ নিৰ্মান ঋনলৈ ঘৰ সজা কামত মনোনিবেশ কৰিছে। ইতিমধ্যে অনেক বাধা বিঘিনি অতিক্ৰম কৰি ঘৰৰ দুটা কোঠাৰ কাম সম্পূৰ্ণ কৰিছে"।
—আপুনি সঁচাকৈয়ে ঘৰ বনাইছেনেকি বসুমতাৰী চাহেব? ক'ত বনাইছে বাৰু? গুৱাহাটীতনে তেজপুৰত?
—এঠাইতো নহয়। পিছে পৰে শুনিব। অকনমান ধৈৰ্য্য ধৰক। মই আই-বিৰ চকীদাৰ বাহাদুৰক লগ ধৰি বেগতে আহিছো। ডাঃ বসুমতাৰী কমৰ পৰা ওলাই গ'ল। সেই চেগতে চিন্তাৰ টনিক চিগাৰেট এটা জ্বলাই ললে প্ৰশান্তই। প্ৰশান্তৰ চিন্তাৰ পোখা মেলোতেই আকৌ বসুমতাৰী সোমাই আহিল আৰু টেবুলৰ ওপৰত থকা কমৰ তালাৰে সৈতে থকা তালা-ছাবি জোৰ হাতত লৈ প্ৰশান্তক পেণ্ট চাৰ্ট পিন্ধি তেওঁৰ লগত ওলাবলৈ অনুৰোধ কৰিলে। প্ৰশান্তইও প্ৰশ্ন নকৰি বাধ্য লৰাৰ দৰে নিমিষতে সাজু হ'ল। ডাঃ বসুমতাৰীয়ে কমত তলা মাৰি ছাবি পাট প্ৰশান্তৰ পেণ্টৰ পকেটত সোমাই দিলে। দুয়ো ৰাষ্টাত উঠিল। বসুমতাৰীয়ে প্ৰশান্তক কিমান দিনৰ চুটিত আহিছে, ঘৰৰ পৰা চিঠি পাই আছেনে, পৰিয়ালৰ ভালনে ইত্যাদি সৰু সুৰা দুই চাৰিটা খবৰ সুধিলে। প্ৰশান্তই চমুকৈ উত্তৰ দি গ'ল। হঠাৎ ডাঃ বসুমতাৰীয়ে প্ৰশান্তক প্ৰশ্ন কৰিলে—
—বাৰু মিঃ কাকতি, আপুনি দেশৰ খবৰ বৰ বেছিকৈ ৰাখে, কওঁকছোন অসম আন্দোলনৰ পৰা আমাৰ কিবা ফল হব বুলি আপুনি আশা কৰেনে? মোৰ বোধেৰে ইয়াৰ পৰা কিবা ভাল

ফল হব বুলি মনে নধৰে। কিন্তু মই এটা সামান্য উদাহৰণহে দিম। এয়া মোৰ বাস্তৱ অভিজ্ঞতা। ১৯৭০ চনত তেতিয়াৰ পূৰ পাকিস্থানৰ মৈমন চিং কলেজৰ পৰা মেট্ৰিক পাছ কৰা এজন বাংলা-দেশীলোক সেই বছৰতে আমাৰ এ-জি অফিছত নিম্ন শ্ৰেণীৰ কেৰাণী হিচাবে চাকৰি পায়। কেনেকৈ বাৰু সেইটো সম্ভৱ হ'ল? তেন্তে কোন বিদেশীক আন্দোলন কৰি খেদিব। দিন হাজিৰা কৰা কেইটাক? নে হবেক মাল ব্যৱসায়ী কেইটাক?

—ডাঃ বসুমতাৰী, এই বিষয়ে মন্তব্য দিয়া ইমান সহজ কথা নহয়। মই নেলাগে বোধহয় আন্দোলনকাৰীয়েও এই বিষয়ে স্পষ্ট নহয়। আন্দোলন যদি বিপ্লৱৰ পৰ্য্যায়ত উঠে তেন্তে তাৰ উদ্দেশ্য নিশ্চয় সাধন হবই। ইতিহাসে আমাক এই শিক্ষাকে দিয়ে। বিপ্লৱে এক উদ্দেশ্য ধৰ্মী গণ জাগৰণ আনে, সমাজৰ পৰিবৰ্ত্তণ আনে কিন্তু আন্দোলন যদি আন্দোলনৰ কাৰণে হয় তেন্তে সংঘৰ্ষৰ হে সৃষ্টি কৰে। আন্দোলন যদি ব্যক্তি বা কোনো গোষ্ঠী বা শ্ৰেণীৰ স্বাৰ্থৰ অনুকূলে হয় সি কেতিয়াও শুভ ফলদায়ক হব নোৱাৰে। মই এই আন্দোলনত বিপ্লৱৰ চৰিত্ৰ দেখা নাই। গতিকে কিবা শুভফল আশা কৰা নাই। অসমীয়া মানুহবোৰ স্বভাৱত অতিথি পৰায়ণ, কৰ্ম্মবিমুখলোক। তেওঁলোকৰ চৰিত্ৰত আছে 'অসমীয়ালোকৰ অধীন হোৱাতকৈ বিদেশীৰ অধীন হোৱাই ভাল' ভাৱ। বিদেশীবোৰে (অনুপ্ৰবেশকাৰী) অসমত যথেষ্ট কাম পায়। ইয়াত কাম কৰালোকৰ ভাত কাপোৰত সমস্যা নাই। ভাত কাপোৰ পালে শুৱলৈ নিশ্চয় ঠাই পাব। যদি সচাঁকৈ অসমৰ পৰা বিদেশী খেদিব লাগে তেন্তে বিদেশীয়ে অসমত কৰা কামবোৰ অসমীয়াই সাদৰেৰে কৰিব লাগিব। নমুনাৰ কাৰণে নহয়। দেশ আৰু সমাজৰ স্বাৰ্থৰ খাতিৰত নিজৰ সন্মানিত জীৱিকা বুলি। বিদেশীয়ে কাম নেপালে ভাত কাপোৰ কৰ পৰা পাব? শুৱলৈয়েবা ঠাই ক'ত পাব। গতিকে য'ৰে পানী তলৈকে যাব। মাৰি ধৰি পুলিচ লগাই বা

কটা তাঁৰ দি মানুহক অহা যোৱা বন্ধ কৰা সহজ কাম নহয় বা কাম্যও নহয়। বিবেকৰ দ্বাৰাহে মানুহে সিদ্ধান্ত লব লাগিব। অসমীয়াই অতীত গৌৰৱ দোহাৰিলে নহব ইয়াৰ অনুশীলন কৰিব লাগিব।

—আপোনাৰ কথাত যুক্তি আছে মিঃ কাকতি। অসমীয়া মানুহে কাম কৰিবলৈ লাজ পায়। সময়ৰ মূল্য নুবুজে। কথাৰ কোবত দুয়ো বহু-দূৰ পালে।

—ডাক্তৰ, আজি মতলব কি? প্ৰশান্তই কথাৰ মাজতে সুধিলে।

—বলক কাকতি, আপোনাক আজি মোৰ এঘৰ আপোন মানুহৰ ঘৰলৈ লৈ যাওঁ। আগলৈ ইয়াত আহিলে ডাকবঙলাৰ ভাত খাব নেলাগিব। নতুন আধা বন্ধা ঘৰ এটাৰ সন্মুখত বসুমতাৰী বৈ গ'ল। বসুমতাৰীয়ে পত্নীৰ পৰা চিঞৰিব ধৰিলে—

ঐ ইয়ানী, ইয়ানী, সোনকালে আহা, এইজন কোন আহিছে ছোৱাহিছোন। মানুহ এজনী ওলাই আহিল।

—হয়, এই জনীয়েই সেই নোদোকা পাহাৰী গাভৰু মিচেছ বসুমতাৰী। থিক সেই আগেয়ে দেখাৰ দৰে পাহাৰী পোচাকেৰে সুন্দৰ গাভৰু-জনী প্ৰশান্তই চিনিব পাৰিলে।

—ঐ কাকতি চাহাব, আপুনি বৰ বদমাছ দেই আগিলাবাৰ আপোনাৰ বঙলাত আমাক ৰাখি পলাই ভাগিছিলা। আজি ভাল মজা পাবি নহয়। হাঁহি হাঁহি ইয়ানীয়ে কলে। বসুমতাৰীয়ে প্ৰশান্তক পোনে পোনে শোৱা কমলৈ লৈ গ'ল। কমটোত এটা কেৰাচিনৰ লেম্প জ্বলোৱা আছিল। দুয়ো দুখন বেতৰ চকীত বহিল।

—বসুমতাৰী চাহাব, আপুনি যে ঘৰ বনোৱাৰ কথা কৈছিল ক'ত বনাইছে, নকলে যে। প্ৰশান্তই উত্তৰৰ কাৰণে উৎকণ্ঠাৰে বসুমতাৰীৰ মুখৰ পিনে চাই ৰ'ল।

—ক'ত বনাম আকৌ ইয়াতে, মানে এইটোৱেই মোৰ তাজমহ'ল।

ইয়ানীৰ প্ৰেমৰ জুমুঠি। এনেতে ছুপিলাচ আপং আৰু এখন থালত এখাল সিদ্ধ পেবিং টেবুলৰ ওপৰত ৰাখি দিছে বসুমতাৰীয়ে—খাবি দেই চাহাব বুলি কৈ ভিতৰলৈ গ'ল। প্ৰশান্তই বসুমতাৰীক আপংৰ পিলাচত সোহা মাৰি তেওঁলোকৰ ছোৱালীজনীৰ খবৰ সুধিলে। তাইক এখন ডাৰ্জিলিঙৰ কণ্‌ভেণ্টত ৰখা বুলি বসুমতাৰীয়ে জনালে। এনেতে অন্য কমৰ পৰা অহা শিশুৰ ক্ৰন্দন শুনি প্ৰশান্তই বসুমতাৰীক থোৰতে তেওঁলোকৰ দ্বিতীয় সন্তানটি লৰা নে ছোৱালী সুধিলে।

—ৰব, ঐ টাচী, ছাওঁ এইফালে। বাবাক লৈ আহা। যোড়শী গাভৰু ছোৱালী এজনী কাষত কেছুৱা লৈ কমলৈ সোমাই আহিল। প্ৰশান্তই দেখি তলমূৰ কৰিলে। তাইৰ গাত নাম মাত্ৰও কাপোৰ নাই। মাথোন তাইৰ গলটো ৰঙা ডাঙৰ মণি, সৰু সৰু কাউৰ মণিৰ কেইবাডালো মালাৰে ঢাক খাই আছে। ডাঃ বসুমতাৰী কেছুৱাটো তাইৰ পৰা নিজে কোলাত লৈ প্ৰশান্তৰ মনৰ অৱস্থা বুজি টাচীক ভিতৰলৈ যাবলৈ কলে।

—কাকতি চাহাব, আপুনি বোধহয় কেতিয়াও ওৱাংছো অঞ্চললৈ যোৱা নাই। ওৱাংছোবোৰে এতিয়াও কাপোৰ পিন্ধা হোৱা নাই। কাপোৰ পিন্ধি ফুৰিবলৈ লাজ পায়। প্ৰথমতে মোৰো আপোনাৰ দৰেই অৱস্থা হৈছিল। মই সেই অঞ্চলত তিনি চাৰিমাহ থকাৰ পিছত অভ্যস্থ হৈ পৰিলো। মই তাৰ পৰা বদলি হৈ অহাৰ সময়ত তাই ইয়ানী মেমচাহাবক এৰি থাকিব ইচ্ছা নকৰিলে। তাই তাত মোৰ লগত প্ৰায় চাৰি বছৰেই আছিল। খুব ভাল ছোৱালী। ইয়ানীয়ে নিজৰ ভনী যেন দেখে। অগত্যা তাইক আমি লৈ আহিলো। মাক-বাপেকেও তাইক আমাকে গতাই দিছে। অৱশ্যে মই টকা দি থাকো। সেই টকাৰে দুটা মিথুনো কিনিছে।

—পিছে বসুমতাৰী চাহাব, আপুনি যেতিয়া চাৰিছুৱাৰত থাকিবই লৈছে ইয়াৰ মানুহ অৰ্থাৎ ভৈয়ামৰ মানুহৰ ৰীতি নীতি মানি চলিবলৈ যত্ন কৰাই ভাল নেকি ?

—আপুনি থিকেই কৈছে কাকতি চাহাব। কিন্তু এই ধৰক, তেওঁ উঠি গৈ চাৰি পাচটামান ফ্ৰক লৈ আহি প্ৰশান্তক দেখুৱাই কলে— এইবোৰ কাপোৰ তাইক ইয়ালৈ লৈ আহিবৰ দিনাই মই তেজপুৰৰ পৰা কিনিছিলো। পিছে সকলো পণ্ড হ'ল। তাই নিপিন্ধে। মই জোৰ জুলুম কৰি ফ্ৰক এটা পিন্ধাই দিলো। তাই কান্দি কাতি হুলস্থুল কৰি গোটেই দিনটো ৰাতিটো ঘৰৰ চুক এটাত লাজতে সোমাই কটাই দিলে ভাত পানীও নেখালে। আপুনি প্ৰমান চাব পাৰে, তাইক কাপোৰ পিন্ধাই দিলেই মানুহৰ আগলৈ নাহিব। প্ৰথমতে তাইক মই বহুত বুজালো— ভৈয়ামৰ মানুহে কাপোৰ নিপিন্ধিলে লাজ পায়। তাই কি কয় জানে ? মাক বাপেকেই যেতিয়া কাপোৰ নিপিন্ধে তেনেস্থলত তাই কিয় লাজ পাব ? চুৰ কৰিলে বা মিছাঁ কলেহে লাজ লাগিব। কাপোৰ নিপিন্ধিলে কিয় লাজ লাগিব বুলি তাই হাঁহি দিলে। তাই মোক একষাৰ কথাৰ দ্বাৰা মুখ বন্ধ কৰি দিলে। কি কলে জানে— সেইদিনা দেখো তোমালোকে তোমালোকৰ কাপোৰ নিপিন্ধা ভগৱানক মহাভৈৰৱ মন্দিৰত সেৱা কৰিলা। লাজ নেপালা দেখোন। এনেতে মিচেছ বসুমতাৰী এটা জগ আৰু থাল এখনত ভজা মুৰ্গীৰ মাংস লৈ আহি টেবুলৰ ওপৰত থৈ জগৰ পৰা দুগিলাচ আপং ঢালি দি—'আপুনি বিলাকে নিজে নিজে খাবিদেই আমি ইতান খানা পকাবো' বুলি ওলাই গ'ল। দুয়ো বন্ধু খোৱাত মচগুল। ন বাজিবলৈ মাথোন কেইমিনিট মানহে বাকী। চকু টানিব ধৰিলে।

—মই এতিয়া উঠিম ডাক্তৰ, আপোনাৰ মিচেছক মাতি দিয়ক। ডাঃ বসুমতাৰীৰ মাতত ইয়ানী পাকঘৰৰ পৰা ওলাই আহি কলে—

'কাকতি চাহেব, খানা ইয়াতে খাব লাগিব। আমি বনাইছে। আমাৰ খানা খালে কি আপুনিবিলাকৰ জাত যাব। পাঠক চাহাব কৈছে আপুনি বেছি বুজা মানুহ আছে। আমাৰ ডাক্তৰ চাহাব ভী সব দিন কৈ থাকিছে কাকতি চাহাবৰ দিল বহুত চাঁফা আছে। প্ৰশান্তই ডাক্তৰ বসুমতাৰীৰ ফালে মুখ ঘূৰাই কলে—চাওঁক, মিছাঁ মিছি ডাকবঙ্গলাৰ খানাৰ দাম ভৰিব লাগিব। তাতে আপুনি কোৱাহেতেন চকীদাৰক কৈ আহিলোহেতেন। বসুমতাৰীয়ে হাঁহি হাঁহি তেওঁ যে সকলো ব্যৱস্থা কৰি আহিছে সংক্ষেপে কলে। গতিকে এতিয়া খানা খাব লাগে। তেওঁ জ'গত থকা শেষ আপং খিনি দুয়োৰে গিলাচত সমানে ঢালি ললে। ইতিমধ্যে মিচেছ বসুমতাৰী খানা লৈ আহি টেবুলত থলে। দুয়ো খোৱা আৰম্ভ কৰিলে। মাজে মাজে ইয়ানী আহি মিঠা মিঠা কথাৰে ব্যঞ্জনৰ সোৱাদ চৰাই গ'ল। গান্ধী জয়ন্তীৰ ভাল দিন কাৰণেই হয়তো প্ৰশান্তই এসাজ তৃপ্তিৰে খাব পালে। বসুমতাৰীয়ে প্ৰশান্তক ৰাতি তাতে থাকি যোৱাৰ কথা কলে যদিও প্ৰশান্ত মান্তি নহল। ইয়ানীয়ে প্ৰশান্তক আই-বি পৰ্য্যন্ত আগবঢ়াই লৈ যাবলৈ গিৰিয়েকক খাতিলে। প্ৰশান্তই ইয়ানীৰ পৰা বিদায় ললে। যোৱা বেলি প্ৰশান্ত পূজাত গাওঁৰ ঘৰলৈ যাওঁতে বিয়া দিয়া মোমায়েকৰ জীয়েক ভনীয়েকৰ ঘৰলৈ গৈছিল। তাইৰ পৰা বিদায় লৈ আহোতে তাৰ অন্তৰ যেনে লাগিছিল আজি ইয়ানীৰ পৰা বিদায় লৈ তেনে ভাৱ হ'ল। ৰুমালেৰে চকুপানী মচি বসুমতাৰী চাহাবৰ পিছে পিছে খোজ ললে। এইজনী পাহাৰী কন্যাক ডা: বসুমতাৰী কেনেকৈ আবিষ্কাৰ কৰিলে। সে উন্মুক্ত যৌৱনৰ উত্তাৱল ঢৌৱে কামেঙৰ ঢৌৰ সতে মিলি জোৱাৰ সৃষ্টি কৰিছিল।

—মিঃ কাকতি, বসুমতাৰীৰ মাতত প্ৰশান্ত উজুতি খাই উঠিল।

—বেছি দুখ পালে নেকি ?

—নাই নাই।

—আপোনাক উজুতি খুৱাবৰ কাৰণেই মাতি আনিছিলো মিঃ কাকতি। মই বৰ দুখিত। কিন্তু ভবিষ্যতে আৰু মোৰ কথা ভাবি আপুনি উজুতি খাব নেলাগিব।

—সৌৱা আই-বি পালোয়েই দেখো? যাওঁতে বহুদূৰ যেন লাগিছিল। ডাঃ চাহেব আপুনি যাওঁকগৈ মই এতিয়া অকলে যাব পাৰিম।

—কাকতি চাহেব, আপুনি এতিয়াই শুবগৈ নহয়? অৱশ্যে আপোনাৰ ভাগৰ লগা স্বাভাৱিক। কিন্তু কাকতি চাহেব মই আপোনাৰ ওচৰত প্ৰকাশ কৰিব লগা বহু কথাই ৰৈ গ'ল। আপোনাৰ অমূল্য সময় আৰু ধৈৰ্য্য থাকিলে মোৰ আজিয়েই কোৱাৰ প্ৰবল ইচ্ছা আছিল কাকতি চাহেব। সময় সুবিধা একে লগে পোৱাটো এক ভাগ্যৰ কথা। পৃথিবীত আজি মনোযোগেৰে আনৰ কথা শুনা মানুহৰ বৰ অভাৱ মিঃ কাকতি! কোৱা মানুহৰ অভাৱ নাই। আজি সাত বছৰৰ অন্বেষণৰ অন্তত এজন মোৰ মনৰ কথা, হৃদয়ৰ কথা শুনা মানুহ পাইছো যেন মোৰ দৃঢ় বিশ্বাস। প্ৰশান্তই হয়তু বসুমতাৰীৰ অন্তৰৰ বেদনা অনুভৱ কৰিলে।

—আপোনাৰ ব্যক্তিগত কথা শুনোৱাত যদি আপোনাৰ কোনো অনিষ্ট নহয় বা আপত্তি নেথাকে মই তাৰ কাৰণে সম্পূৰ্ণ প্ৰস্তুত মিঃ বসুমতাৰী। আপোনাৰ হয়তু কোনো অপ্ৰকাশিত বেদনাৰ অংশীদাৰ হবলৈ পালে মই বৰং আনন্দহে পাম।

—মই বহুদিনৰ পৰাই আপোনাৰ পৰা এই সময়কণ লম বুলি সুযোগৰ সন্ধানত আছিলো। আজি এই জ্যোস্নাৰ ৰাতি আপোনাৰ দুৰ্ভাগ্যতেই (অসম বন্ধ) উদয় হ'ল মোৰ সৌভাগ্যক'ন। জোনাক ৰাতিবোৰ বৰ ভাল লাগে মিঃ কাকতি। তাতোকৈ ভাল লাগে শৰতৰ জোন'ক ৰাতি। সোণত শুৱগা চৰে যদি কাষত থাকে হৃদয়ৰ বন্ধু! চোৱা মিঃ কাকতি সমুখত বহল সেউজীয়া ধাননি পথাৰ। মৃদু বতাহত

ভাহি অহা তাৰ আহিন আহিন গোন্ধ।

—তাতোকৈ মধুৰ হব আপোনাৰ ৰহস্যময়ী জীৱন কাহিনী মিঃ বসুমতাৰী।

—তেন্তে শুনক মিঃ কাকতি, বসুমতাৰীয়ে দুটা চিগাৰেট উলিয়াই এটা প্ৰশান্তক দি আনটো নিজে জ্বলাই দুজনে এটা ডাঙৰ শিলৰ ওপৰত বহি লৈ চিগাৰেটত হোপা মাৰি আৰম্ভ কৰিলে বসুমতাৰীয়ে।

—●—

## ॥ দুই ॥

১৯৭৪ চন। চাকৰিত সোমোৱা মাত্র ছয়বছৰ হৈছে। মোৰ বদলিৰ হুকুম হ'ল পূব কামেং জিলাৰ চিয়াং তেজু হস্পিতেললৈ। বেমাৰীয়ে ডাক্তৰ বিচাৰিব লাগে— এই ৰীতি তাত নচলিছিল বৰং ডাক্তৰেহে বেমাৰী বিচাৰি- ফুৰিব লাগে। মৃত্যুৰ ভয় নথকা মানুহবোৰৰ সেৱা কৰি মই সঁচাকৈ মনে মনে গৌৰৱ অনুভৱ কৰিছিলো। হঠাৎ এদিন স্কুল মাষ্টৰ বিপিন দাস ডাঙৰীয়াই আহি খবৰ দিলে যে তেওঁ থকা গাওঁ 'নীচিত' কলেৰাই মহামাৰী ৰূপ ধাৰণ কৰিছে। ইতিমধ্যে স্কুলৰ দহ বাৰজন ছাত্র ছাত্রীকে ধৰি গাওঁখনৰ প্রায় পঞ্চাচ ষাঠীজন মানুহ এই মহামাৰীত মৃত্যু হৈছে। গতিকে সম্ভৱ হলে তৎকালেই দাসৰ লগত তালৈ যাব লাগে। মই কলেৰাৰ প্রতিষেধক ঔষধ বেজি আদি লৈ কম্পাউণ্ডাৰজন আৰু মেলেৰীয়া কর্মী দুজনক লৈ সাতজন পর্টাৰেৰে এঘণ্টাৰ পিছতে বিপিন দাসক লৈ নীচি বুলি যাত্রা কৰিলো। আঠাইশ কিলো- মিটাৰ হাবিৰ মাজে মাজে পাহাৰ বগাই ৰাতি ছয় বজাত 'নীচি' পালো। আমি গৈ স্কুলৰ ওচৰতে থকা বিপিন দাসৰ কোৱাটাৰত উঠিলো। বস্তু বাহানিবোৰ তাতে ৰাখি খন্তেক পিছতে লৰা- ছোৱালী থকা হোষ্টেললৈ গৈ ৰূমবোৰ দেখি মোৰ মুৰ ঘূৰি গ'ল।

দুই চাৰিজন ৱাৰ্ডৰ বাহিৰে সকলোবোৰ লৰা ছোৱালী মহামাৰীত আক্ৰান্ত হৈছে। বমি শৌচ প্ৰস্ৰাৱৰ গোন্ধে গোটেই হোষ্টেলখনৰ বায়ু দূষিত কৰি পেলাইছে। মোৰ লগৰ সহকৰ্মী কেইজন আৰু শিক্ষক দুজনৰ সহায়ত প্ৰায় দুঘণ্টা ধৰি সকলো ৰোগীক ইনজেকচন ঔষধৰ ব্যৱস্থা কৰিলো। গাওঁবুঢ়াক মতাই আনি কেইজনমান সুস্থ গাওঁৰ মানুহৰ দ্বাৰা হোষ্টেলটো চাঁফা কৰালোঁ। ফেনাইল পানীৰে মজিয়াবোৰ মচাঁলো। পৰিবেশটো অকণমান উন্নত হোৱা যেন লাগিল। মাষ্টৰ দুজনে ৰাতিৰ আহাৰৰ ব্যৱস্থা কৰিছিল যদিও মোৰ খোৱাৰ মানষিকতা নথকাত একাপ ফিকা চাহ খাই শুই থাকিলো। ৰাতিপুৱা বিচনাৰ পৰা উঠি নিত্য নৈমিত্তিক কাম ফেৰা সমাধা কৰি দুখন শুকান ৰুটিৰে ফিকা চাহ একোকাপ খাই আমি গাওঁলৈ গলো। গাওঁৰ প্ৰায়বোৰ লোকেই মহামাৰীত আক্ৰান্ত হৈছিল। বাহ-গছৰ জোপাহাৰ তলত কুকুৰাৰ কণী আৰু কুকুৰা কাটি দুই চাৰিজন স্থানীয় ওজাই দেওঁ খেদিবলৈ পূজা কৰি থকা দেখিলো। গাওঁবুঢ়াই মোক বৰ দুখেৰে কলে যে তেওঁৰ গাওঁখনত বৰ বেয়াকৈ দেওঁৱে লম্ভিছে। অৱশ্যে দেও খেদিবলৈ অন্য গাওঁৰ পৰাও ওজাঁ আনি পূজা কৰা হৈছে। যেনে তেনে দেওঁ খেদিবই লাগিব। দুই চাৰিজন গাওঁৰ মানুহে মোক বুজাবলৈ যত্ন কৰিলে যে মই পূজা নিদিয়াকৈ ঔষধ পাতি দিলে অকল গাওঁৰে নহয় মোৰো বিপদ আছে। সিহঁতক মই বুজাবলৈ অনৰ্থক যত্ন নকৰিলো। ইয়াৰ বিপৰীতে সন্ধিৰ বাহঁ বুদ্ধিৰে কটাৰহে ব্যৱস্থা কৰিলোঁ। ডাঃ বসুমতাৰী এইবোৰ অন্ধ বিশ্বাসৰ কাম কাজ দেখি অকনো আচৰিত বা বিচলিত হোৱা নাছিল। অৰুনাচলৰ এনে পিচপৰা অঞ্চলৰ কথা বাদেই বোধহয় আজিও পৃথিৱীৰ সকলো সত্য সমাজতে কম বেছি পৰিমাণে অন্ধবিশ্বাস চলি আছে। হয়তু ইয়াৰ নিৰ্মূলো নহব। মই গাওঁৰ গাওঁবুঢ়াক বুজাইছিলো যে এয়ো দেওঁক

পূজা দিহে সিহঁতক চিকিৎসা কৰিবলৈ ওলাইছো। গাওঁবুঢ়া মোৰ কথাত প্ৰত্যয় গৈ আমাক চিকিৎসা কাৰ্য্যত দিন ৰাতি সহায় কৰিলে। আমি যোৱাৰ পিচদিনা আবেলি সেই অঞ্চলৰ চাৰ্কোল অফিচাৰ জনেও আহি আমাক বহুতো দিহা পৰামৰ্শ দি সহায় কৰিলে। তেওঁ আমাক এজন দোভাষীও দি গ'ল। অৱশ্যে দু-ভাষীৰ কাম শিক্ষক বিপিন দাস আৰু শিৱশঙ্কৰে চলাই গৈছিল। শিৱশঙ্কৰে আজি ছমাহৰ ভিতৰতে অসমীয়া আৰু বাংলা দোৱান আয়ত্ব কৰি লৈছিল। আপুনিতো জানেই মিঃ কাকতি বৰ্ত্তমান অৰুণাচলৰ স্কুল সমূহত হিন্দী আৰু ইংৰাজী শিক্ষাৰ মাধ্যম হিচাবে জাপি দিলেও বাস্তৱ ক্ষেত্ৰত ভঙা ভঙা অসমীয়া ভাষাৰ জৰীয়তেহে শিক্ষাদান হয়। অফিছ কাছাৰীবো সংযোগ ভাষা অসমীয়াহে। আনকি অৰুণাচলৰ বৰ্ত্তমান সকলো বুদ্ধিজীৱি, প্ৰশাসক, ৰাজনৈতিক নেতা সকলোৱে সুন্দৰকৈ অসমীয়া ভাষা জানে বা কয়। শিৱচৰণ অৰুণাচল চাকৰিত সোমাবৰ মাত্ৰ দুবছৰহে হৈছে। আহিবৰ পৰা ঘৰলৈ যোৱা নাই। চাৰিজন লৰা ছোৱালী। অষ্টমমানত পঢ়ি থাকোতেই বিয়া কৰাই দিছিল। বিপিন দাস আৰু তেওঁৰ মৰম এৰাব নোৱাৰি তাত থকা এসপ্তাহ কাল শিৱচৰণৰ নিজ হাতে বনোৱা ৰুটি খাইছিলো। সম্পূৰ্ণ একসপ্তাহ দিন ৰাতি মানুহবোৰক চিকিৎসা কৰিলো। মহামাৰী শাম কাটিলে। যোৱা কালি কম্পাউণ্ডাৰ আৰু বাকী মানুহ কেইজনক চিয়াং তেজুলৈ পঠাই দিলো। ৰাতিৰ পৰা শিক্ষক বিপিন দাসৰ টান জ্বৰ হোৱাৰ কাৰণে মই আৰু দুদিন বৈ যোৱা সিদ্ধান্ত ললো। দাস দুদিন পিছতে সম্পূৰ্ণ আৰোগ্য হ'ল। কাইলৈ মোৰ যোৱাতো খাটাং কৰি পেলালো। দুয়ো শিক্ষকে মিলি মোক সম্বৰ্দ্ধনা জনোৱাৰ কাৰণে ৰাতি এটি ভোজৰ আয়োজন কৰিলে। গাওঁবুঢ়াই এই ভোজৰ কাৰণে এটি বনৰীয়া গাহৰি মাৰি আনিছিল। ৰাতি জোখতকৈ বোধহয় অলপ বেচি খালো। পুৱা উঠিয়েই

ডুবাৰমান পাত্‌লাকৈ পাইখানা কৰিলো, গা মন দুৰ্ব্বল অনুভৱ কৰিলো। মাষ্টৰ দাসক কথাটো নকলো, মাথোন মোৰ কাৰণে যেনেতেনে দুজন পৰ্টাৰ জোগাৰ কৰি দিবলৈ কলো। মহামাৰীৰ কাৰণে কোনো লোক বস্তিৰ পৰা পৰ্টাৰ কাম কৰিবলৈ ৰাজী হ'ল। সেয়েহে সেই স্কুলৰে লৰা ছোৱালী এহালক মোৰ বোজা কঢ়িয়াবলৈ ঠিক কৰিলে। মই যাত্ৰাৰ কাৰণে সাজু হ'লো। কিন্তু যাত্ৰাৰ পূৰ্ব্বে পায়খানালৈহে দৌৰ মাৰিব লগা হলো। দুৰ্ভাগ্যৰ বিষয় সকলো ঔষধ শেষ হৈ গৈছিল। যেনেতেনে ঘৰ পালেই সকলো থিক হৈ যাব। দাস আৰু শিৱ চৰণৰ পৰা বিদায় লৈ যাত্ৰা আৰম্ভ কৰি দিলো। ৰাইদাং বেতৰ লাঠীত ভৰ দি আগবাঢ়িলো। ভৰি দুখন বেয়াকৈ কপিব আৰম্ভ কৰিলে। ডাক্তৰী সাহসেৰে পুনৰ আগবাঢ়িলো। পৰ্টাৰ দুজন আগে আগে। কান্ধত লোৱা ফ্লাস্কটোৰ পৰা অলপ পানী খাই লৈ আগবাঢ়িলো। চাৰি পাচ কিলোমিটাৰ যোৱাৰ পিচত মই হঠাৎ হামখুৰী খাই পৰি গলো। কান্ধৰ ফ্লাস্কটো পৰি ৰিফিলটো ভাঙি পানী খিনি পৰি গ'ল। ফ্লাস্কটো তাতে এৰি পুনৰ লাঠীত ভৰ দি দি পাহাৰ বগাই আগবাঢ়িলো। আধা ঘণ্টামানৰ পিচত আকৌ আমি জুৰিৰ পাৰে পাৰে নামিব ধৰিলো। পৰ্টাৰ দুজন মোতকৈ বহু আগবাঢ়িল। মোৰ অৱস্থা দেখি সিহঁতে পিঠিৰ বোজা নমাই থৈ বহি হাঁহিব ধৰিলে। মই গৈ সিহঁতক লগ ধৰিলো। এনেতে মোৰ পাইখানাৰ ভাৱ হ'ল। মই সিহঁতক গৈ থাকিবলৈ কলো। পাইখানা কৰি মই গৈ সিহঁতক লগ ধৰিম। সিহঁত কান্ধত বোজা লৈ আগবাঢ়িল। মই কোনো মতে তলেৰে বৈ যোৱা জুৰিটিৰ কাষলৈ নামি গৈ বালিতে যি বহিলো আৰু উঠিব নোৱাৰিলোঁ; পায়খানা বন্ধ হোৱা কোনো লক্ষণেই নেদেখিলো। ডুবাৰমান বমিও হ'ল। তাৰ পিছত সৰ্ব্বশৰীৰ মোৰ অৱশ হৈ পৰিল। পিয়াহত জিভা

শুকাই গ'ল। খোজকঢ়া দূৰৰ কথা পেটৰ ভুটাক মৰাৰ শক্তিও মোৰ নোহোৱা হ'ল। পটাৰ দুজন মৈয়ে থাকিল। সিহঁতৰ মাত্তিকলৈ মোৰ শক্তিও নাই। জুবিলিৰ একাঁৰেকা কাটেলে মৈ থাকোঁতে কিলাকুন্তিয়া ভাঙৰ পৰা সিহঁতে মোৰ পৰি থকা দেখি উভতি আহিল। সিহঁতে মোক দেখি বিচুৰ্ত্তি খাই কি হৈছে সুধিলে। মই সেইহাই সেইহাত সহজ ভাবে সঁচা কথাই বলো।

—সেই তোমালোকৰ গাওঁৰ মানুহৰ ছোৱা বেমাৰটোৱেই। ডেকা লৰা তাতোতে তপবাই মাত্ত দিলে— 'একো নাহবলো কিয়, 'পুনু' (পুৰা) নকৰাকৈ দেও লগা মানুহবোৰক ঔষধ দি ভাল কৰিছিলি নহয়। এতিয়া মজাটো পা, তোৰ গাত দেও লাগিছে। তই ডাক্তৰ সঁচাই মৰিবি'। সি ইয়ানী খেলা তাৰ লগৰ বোকা বোৱা ছোৱালীজনীক কলে— 'ঐ ইয়ানী সোমকালে দৌৰা'। নহলে আমাৰ গাতো দেও লাগিব এতিয়া'। তাতোতে তাৰ বোৱাটো আগে পেলাই এৰি অহা বাটে দৌৰ দিলে। ইয়ানী মোৰ একেবাৰে ওচৰলৈ আহি তাই আকুল নয়নে মোৰ মুখলৈ চাই থোকাথুকি মাতেৰে কলে—

—চাহাব, তই এতিয়া মৰিবি! সঁচা তোৰ গাত দেও লাগিছে। তাতোও এৰি গলোই। কিন্তু তোক এনেকৈ এৰি মৰলৈ মোৰ মনটোৱে নকয় দ' চাহাব! তই আমাৰ মানুহবোৰক বচালি, স্কুলৰ নৰা ছোৱালীবোৰক বচালি কিন্তু শেষ কালে তই খোদ মৰিলি। ইয়ানী কষ্টেকৰ কাৰণে বোধহয় নিজৰ জীৱনৰ মায়া পাহৰি গ'ল। তাই আলথ মেথে আঠুলৈ মোৰ মূৰটো তাইৰ কোলাত তুলিলৈ মোৰ চকুৰ পিনে চাই ৰ'ল। তাইৰ চকু জুৰি ধুমধুমীয়া হ'ল।

—বাৰু চাহাব তোৰ সঁচাকৈয়ে আমাৰ-মানুহবোৰৰ ছোৱা বেমাৰটোৱেই হৈছে নেকি? মই হয় বুলি শুকাই যোৱা ওঠ দুটা জিভাৰে মেলেলে তিয়াই লবলৈ যত্ন কৰিলো। তাই মোৰ মূৰটো কাতিত থৈ আগিনৰ

(বেডৰ বেগ) পৰা কেপচুল এটা বাহিৰ কৰি মোক দেখুৱালে আৰু মুখ মেলিবলৈ কলে। মই কেপচুলটো চিনি পালো। সেয়া মইয়ে শৌচ বন্ধ হবৰ কাৰণে হোষ্টেলৰ লৰা ছোৱালীবোৰক দিছিলো। ইয়ানী বোধহয় তাৰে দুই এটা ৰাখিছিল। এৰা, সাচতীয়া ধন পেলনীত নেযায়।

—পানী নহলে এই ঔষধ খাব নোৱাৰি ইয়ানী। বেচেৰী ইয়ানী কছুপাত জাতীয় পাত এটাত জুৰিৰ পৰা পানী আনি কেপচুলটো মোক খুৱালে। মোৰ সম্মতিক্ৰমে তাইৰ লগত থকা আনটো কেপচুলো বাকী থকা পানীখিনিৰে মোক খুৱালে। দহ মিনিট মান পিচত মোৰ পাইখানা বন্ধ হ'ল। কিন্তু উঠিবৰ শক্তি নহ'ল। ইয়ানীয়ে মোৰ পেণ্টৰ খোলা বুটাম দুটা মাৰি দিলে। মই তাইক অলপ ভালপোৱা বুলি কলো আৰু তাইক যাবলৈ কলো। ভালকৈ ভাল পালে মই উঠি গৈ থাকিম বুলি কলো। তাই চকুজুৰি চলচলীয়া কৰি মোৰ পিনে ওচৰতে বহি চাই থাকিল।

—চাহাব, কি কৰিলে তই নমৰিবি কছোন ?

—ডাক্তৰে চাই মেলি ঔষধ পালি দিলে ভাল হম— মই সেহাঁই সেহাঁই কলোঁ।

—তেন্তে মোৰ কথা শুন। তোক মই পিঠিত বুকি খেনোৱালৈ লৈ যাম তাত ডাঙৰ মিলিটেৰী চাহাব আৰু ডাক্তৰো আছে। মই বুজিলো। তাই থিকেই কৈছে। তাত এ ডি-জি কেম্পত এজন মেজৰ আৰু মেডিকেল হাবিলডাৰ এজন থাকে। যথেষ্ট ঔষধ পাতিও থাকে। তালৈ যাব পাৰিলে চিকিৎসাৰ ব্যৱস্থা থিকেই হব। এ-ডি-জিৰ লগত চিগনেলৰ ব্যৱস্থাও আছে। হেলিকোপ্তাৰৰ কাৰণে তেজপুৰলৈ খবৰ পঠাবও পৰা যায়। মই তাইক সুধিলো ওচৰে পাজৰে মোক বুকিবলৈ মতা পৰ্টাৰ এজন পোৱা যাবনেকি। ইয়ানীৰ খঙে চুলিৰ আগ পালে। তাই খঙেৰে কলে— ডাক্তৰ তই এতিয়া মৰিবি।

দেও লগা মানুহ কোন পটাৰে বুকিব। তই পাগল হৈছ নেকি? ভালে ভালে কৈছো তই মোৰ বোকোচাত উঠ। মই তোক খেনোৱালৈ লৈ যাম।
—তই মোক কেনেকৈ বুকিবি ইয়ানী। মই সন্দেহৰ চাৱনিৰে তাইৰ চকুৰ পিনে চাই ৰলো।
—এই চাহাব, এটা ডাঙৰ চুৰৰতকৈ তোৰ বেছি ওজন নাই। ওঠ মোৰ পিঠিৰ ফালে, নহলে মই এতিয়া গুছি যাম।
মই বৰ চিন্তাত পৰিলো। কেনেকৈনো গাভৰু ছোৱালী এজনীৰ বোকোছাত দহ বাৰ কিলোমিটাৰ পাহাৰ বগোৱাৰ সিদ্ধান্ত লোৱা যায়। আনহাতে বিপদত নিয়ম নাস্তি কথাষাৰে মোক ইয়ানীৰ এই অদ্ভুত প্ৰস্তাৱত সন্মত হবলৈ সাহস দিলে। মই অগত্যা তাইৰ কথাত সন্মতি জনালো। তাই মোক বস্তু বোকা কায়দাৰে মোৰ তপিনাত বেতৰ বহল ফিটাপাত লগাই তাই কপালত আন ফালটো লগাই মোক তুলিলৈ আগবাঢ়িল। মোৰ প্ৰশস্ত অৱস হাত দুখন তাইৰ দুয়ো কান্ধে ওলমি যাব ধৰিলে। মই সম্পূৰ্ণ নিৰ্ব্বাক, নিস্প্ৰাণ সত্তৰ কেজিৰ এটি বোজা হৈ ডাক্তৰ ভূপেন হাজৰিকা দেৱৰ সেই বিখ্যাত গানৰ কলি—'মানুহ মানুহৰ বাবে' বাস্তৱিক মূল্যাঙ্কন কৰিব ধৰিলো। ইয়ানীৰ লগত এবাৰ কথা পতাৰ মানষিকতা মই হেৰাই পেলাইছিলো। মই যেন জানি বুজিও এটা মাৰাত্মক ভুল কৰিলো। মোৰ নানান চিন্তাই ৰোগৰ পীড়া কিছু উপশম কৰিলেও মনৰ পীড়া বঢ়ালে। ইয়ানী এজনী সহজ সৰল আজলি পাহাৰী ছোৱালী হলেও তাই কবিগুৰু ৰবীন্দ্ৰ নাথে বিচৰা মানুহ- মানবতাপূৰ্ণ মানুহ।
—বুজিছে মিঃ কাকতি, মই অনুভৱ কৰিছিলো প্ৰখৰ সূৰ্য্যৰ তাপত তাইৰ সৰ্ব্বশৰীৰ ঘাঁমিছিল। এটা অনাভ্যস্ত গোন্ধ মোৰ নাকত লাগিছিল। তাইৰ আত্মবিশ্বাস আৰু কৰ্ত্তব্যজ্ঞানৰ প্ৰতি মোৰ কোনো যুক্তি পূৰ্ণ সমিধান নাছিল— আছিল কৃতজ্ঞতাত নিগৰি অহা

কেইটোপালমান বাধাহীন চকুপানী। মোৰ মুখটো তাইৰ বুকুৰ পিনে হালি পৰিছিল। মোৰ চকুপানী কেইটোপালমান অজ্ঞানিতে তাইৰ মুক্ত আজানু স্পৰ্শ কৰিছিল।

—চাহাব, তই কান্দিছ, ভয় নাই আৰু অলপ পিছতেই আমি খেনোৱা পাম। তাত ডাক্তৰ পাম। তই ভাল হৈ যাবি। ডনিপ'লো'য়ে তোৰ ভাল কৰিব। মই তাইৰ কথাৰ উত্তৰ নিচাৰি নেপায় মৰা গাহৰিৰ দৰেই তাইৰ পিঠিত বোজা হৈ গৈছিলো।

মানুহৰ ঘোঁকোচাত উঠা অভিজ্ঞতা মোৰ একেবাৰে নোহোৱা নহয় কিং কাকতি, স্কুল কলেজত মই কেইবাবাৰো ঘোঁকোচা দৌৰত অংশ গ্ৰহণ কৰিছিলো। পুৰস্কাৰো পাইছিলো। কিন্তু কোনো আচৰুৰ ছোৱালীক তাত উঠা অভিজ্ঞতা মোৰ হোৱা নাছিল। মনত পৰিছিল বহাগ বিহুৰ পিছত বিহু খাবলৈ গাওঁৰ পেহীৰ ঘৰলৈ যাওঁতে পেহীৰ সাত বছৰীয়া ছোৱালী মিনুৰ লগতে চোতালতে ঘোঁকোচাত উঠা খেল খেলিছিলো। তাইক পিঠিত তুলি ইটো পিৰালিৰ পৰা সিটো পিৰালিলৈ দৌৰ মাৰোতে কলৰ বাকলিত পিচলি খাই চোতালৰ মাজতে পৰি মিনুৰ দাঁতে ওঁঠে কাটিছিল। বহুত তেজ ওলাইছিল। পেহীয়ে বাড়ীৰ পৰা জাৰ্মানী লতাৰ পাত কেইটামান আনি পতাত পিহি ওঠত লগাই দিয়াত তেজ বন্ধ হৈছিল। পেহীয়ে মোক দদায়েকৰ একমাত্ৰ চহৰীয়া লৰা বুলি, যেন চহৰৰ টাবত খোৱা বিদেশী ফুলহে, ভাবি একো ৰক্ষাৰকি কৰা নাছিল। কিন্তু মিনুৱেল মোৰ বয়সৰ জোখতকৈ বেছি বেয়া লাগিছিল। তাইক এই ঘটনাটো কৈ তাইৰ বিয়াৰ দিনা বেছ আমোদ কৰিছিলো।

এটি সুন্দৰ বহল শিল পাই ইয়ানী তাতে মোক মস্তেক নমাই থৈ জিৰণি ল'লে। শিলটো সমান আহল বহল এখন বিচনাৰ সমানেই। মই তাতে শুই পৰিলো। ইয়ানী অলপ নিলগলৈ

গৈ পুনৰ ঘূৰি আহি মোৰ ওচৰতে বহিল। সুলেমান পাহাৰী ছোৱালী মোৰ ওচৰলৈ আহি বিড়ি খুজিলে। ইয়ানীয়ে মোৰ বেমাৰ হোৱা বুলি কোৱাত সিইত তৎক্ষণাৎ আঁতৰি গ'ল। ইয়ানী আদককুলাইকে মোক আকৌ পিঠিত তুলি লৈ নতুন উদ্যমেৰে আগ-বাঢ়িল। তাইৰ খোজবোৰ মোৰ দেখি ভেজি হৈছিল। ডেৰ ঘণ্টাৰ মূৰত খেমোয়া আই-বি পালোঁ। কেম্পা আইবিলৈ যাওঁতে তাইক ভাষাত ইংৰাজীত ও-বি, টাইপ বোলে। ইয়ানীয়ে মোক তাকৰ চাং এখনত শুৱাই থৈ পোনে পোনে আই.এ-টি-বিৰ মেজৰ বাউক লগ ধৰিলে। মোৰ হয়তু সেই যাত্ৰাত মৃত্যু হ'লহেঁতেন। সেই সময়ত বাওঁৰ ঘৰত আইটি-বি-পিৰ ডাক্তৰ কেপ্টেইন উজীৰ চন্দ্ৰৰ উপস্থিত আছিল। ইয়ানীৰ লগতে ডাঃ উজীৰ মেজৰ বাউ ৰৈকানাত আই-বি পালে। মেজৰ বাৱে সকলো কথা ইয়ানীৰ পৰা শুনি তাৎক্ষণিক ভেওঁৰ ঘৰৰ পৰা কাপোৰ কানি আনি মোৰ বিচনাৰ ব্যৱস্থা কৰি দিলে। মানুহ পঠাই যাত্ৰাত এৰি অহা ট্ৰাঙ্ক আৰু হ'ল ডালটোও অনাৰ ব্যৱস্থা কৰালে। ডাঃ উজীৰে মোৰ চিকিৎসাৰ ব্যৱস্থা কৰিলে। সম্পূৰ্ণ পাঁচদিন মই শয্যাগত হৈ আছিলোঁ। মোৰ আপত্তি স্বত্বেও ইয়ানী সেই কেইদিন দিন ৰাতি মোৰ শোৱা কোঠাৰ কেছা মজিয়াত এটা ফটা বস্তা পাৰি মোৰ পৰিচৰ্য্যা কৰিলে। ষষ্ঠ দিনা ৰাতি ৯ মান বজাত পাক ঘৰত হঠাৎ মই চিঞৰ-বাখৰ শুনিলোঁ। ইয়ানীয়ে চিঞৰি চিঞৰি কান্দিছে। মই উঠি গৈ পাকঘৰ পালোঁ। এজন সত্তৰ/আশী বছৰীয়া পাহাৰী বুঢ়া মানুহে ইয়ানীক কাটিবলৈ দা উলিয়াইছে। তাৰ লগত তিনি চাৰিজন পাহাৰী ডেকা। সুধি পুছি গম পালোঁ, ইয়ানীৰ বাপেকে, হেনো তাইৰ জন্মৰ পৰাই তাইক এই বুঢ়াজন দিয়া দিম বুলি কেইবাটাও মিথুন আহৰি লৈছিল। অথচ ইয়ানী পাঁচ ছয় বছৰ আগতে পাকৈ হোৱা স্বত্বেও বাপেকে তাইক বুঢ়াক পঠাই দিয়া নাই। তাইক আজি

হঠাৎ লগ পাইছে। গতিকে সি তাইক আজি জীৱিত ভাৱে লৈ যাব নোৱাৰিলে ছুটুকুৰাকৈ হলেও লৈ যাব। মোৰ হঠাৎ পাঠক চাহাবৰ কথালৈ মনত পৰিল। খুনচাৰ পৰা চেপালৈ বদলি হৈ আহিছো মাথোন। প্ৰথম চৰকাৰী 'টুৰ ৱাই'ত গৈ চাৰ্কোল অফিচাৰ পাঠকৰ লগত প্ৰথম পৰিচয়। তেখেতে মোক পিছদিনাৰ আহাৰৰ কাৰণে নিমন্ত্ৰণ জনালে। মই বাৰমান বজাত তেখেতৰ কোৱাটাৰ পালো। পাঠক চাহাব তেতিয়া অফিচতে আছিল। অফিছ আৰু কোৱাটাৰৰ ব্যৱধান মাথোন মাজত চি-পিঅ, গুদামটো। মই তেখেতৰ অফিছলৈকে খোজ ললোঁ। বাহিৰতে বহি তেখেতে বিচাৰ সুধি আছিল তেওঁক সহায় কৰিছিল এজন দ্বিভাষী (পি-আই)। পাহাৰী বাংনী মানুহ কেইজ-মানে বাহৰ চুঙাৰ পৰা সৰু সুৰু বস্তুবোৰ কাঠি উলিয়াই সেই বাহৰ কাঠিবোৰ ইফালৰ পৰা সিফাল কৰি সিহঁতৰ ভাষাতে চিএঁৰি চিএঁৰি হুলস্থুল কৰি আছে। মাজতে পি-আই সিহঁতৰ ভাষাতে বুজাইছে। মাজে মাজে পাঠক চাহাবে ৰাইদাং বেতডাল জোকাৰি দুই এজন সৈমান কৰিছে। মই লাহেকৈ পাঠক চাহাবৰ ওচৰ চাপিলোঁ। তেখেতে মোক ওচৰতে থকা চকীখন দেখুৱাই বহিবলৈ কলে।

—নকব বুজিছে ডাক্তৰ! ইহঁতে মোৰ মাথাটো খালে। সেই ছেগতে মই পাঠক চাহাবক সেই বাহৰ কাঠিবোৰৰ কথা সুধিলোঁ।

—এইবোৰ ইহঁতৰ দেনা পাওনাৰ হিচাব বুজিছে। এই বাহৰ কাঠিবোৰ যে দেখিছে এইবোৰ কেইবা পৰ্য্যায়ৰ যেনে দীঘলবোৰ মিথুনৰ কাৰণে তাতকৈ চুটিবোৰ গাহৰিৰ কাৰণে আৰু বেলেগ বিভিন্ন কাঠিবোৰ বিভিন্ন বস্তুৰ কাৰণে যেনে ভাত ৰন্ধা লোৰ চৌকা, বাচন বৰ্ত্তন ইত্যাদি। এই আটাইবোৰ বস্তু ছোৱালী কাৰণে আগতীয়াকৈ দিয়া গা ধনৰ হিচাব। যদি ছোৱালী গাভৰু হোৱাৰ পিচত স্বামীৰ ঘৰলৈ নাহে আন মানুহে লৈ যায় তেন্তে সকলো

মিথুন গাহৰি বা বস্তুবোৰ ইয়াৰ বৰ্দ্ধিত নিৰিখত ঘূৰাই দিব লাগিব। এইবোৰেই সিহঁতৰ ইয়ালুং (স্থানীয় বিচাৰ)। মত্তা মানুহবোৰ চিকাৰ আৰু ইয়ালুঙতে প্ৰায় গোটেই বছৰ ব্যস্ত থাকে। সেয়ে খেতি কৰিবলৈ কেইবাজনীও মাইকীৰ আৱশ্যক। যাৰ যিমান বেছি মাইকী সিয়েই ধনী মানুহ। অৱশ্যে এই প্ৰথা বাংনীবোৰৰ মাজতহে বেছি প্ৰচলিত আছিল। আজি কালি শিক্ষাৰ বহুল প্ৰচাৰে ইয়াৰ গুৰুত্ব বহু পৰিমাণে কমাইছে। ব্যক্তিগত আইন প্ৰথাৰ প্ৰচলনৰ ব্যৱস্থা আমাৰ সংবিধান প্ৰদত্ত।

মই বুঢ়াক বহুতো বুজাই মেলি আধা ঘণ্টাৰ কাৰণে ইয়ানীক মোৰ কোঠালৈ তাৰ পৰা আকৌ ঘূৰাই দিয়াৰ চুক্তিত লৈ আহিলো। এই কাৰ্য্যত আই-বিৰ চকীদাৰ বাহাদুৰে মোক যথেষ্ট সহায় কৰিলে। মই সিহঁতৰ খোৱা লোৱাৰ ব্যৱস্থাও বাহাদুৰৰ হতুৱাই কৰাই দিম বুলি প্ৰতিশ্ৰুতি দিলো। খোৱা লোৱাৰ কথা শুনি সিহঁত মান্তি হ'ল। মই বাহাদুৰক টকা ৫০টা দি সিহঁতৰ কাৰণে বস্তু বাহানি দোকানৰ পৰা কিনিব কলো। মানুহকেইজন চৌকাতে বহি জুই তাপিব ধৰিলে। ইয়ানী মোৰ ৰুমৰ খোলা দৰ্জাৰ এপাটত ধৰি উচুপি আছিল। মই তাইক কোনো শান্তনাৰ ভাষা বিচাৰি নেপায় অসহায়বোধ কৰিলো। কেইমুহুৰ্ত্তমান পিছত তাই মোক কলে—চাহাব, তই বেমাৰী মানুহ, ভাত পানী খাই সোনকালে শুই থাক। কাইলৈ পুৱাতে যাবিগৈ নহয়? এই মানুহবোৰ ভাল মানুহ নহয়। তোৰ কিবা অনিষ্ট কৰিব পাৰে। মোৰ কাৰণে তই একো নেমাতিবি। মোক তাৰ লগত পঠাই দে। মোৰ বাবাই মোক তাৰ লগত কিয়া দিবৰ কাৰণে বহুত মিথুন গাহৰি লৈ থৈছে। মই সেই কথা আজি দুবছৰ আগেহে খবৰ পাইছো। এই বুঢ়াক মই আজিৰে সৈতে মাত্ৰ দুবাৰহে দেখিছো। তাৰ বহুত মিথুন আছে। মাইকীও দহ বাৰজনী। তাৰ নাতি ছোৱালী

এজনী মোৰ লগত পঢ়ে।

—তেতিয়া হলে তই আজি তাৰ লগত বহিছিলে যাবি ?

—হয়তো। মই যাম। কিন্তু তাৰ ঘৰত এবাৰতিও আৰ মাইকী হৈ নৰহিম।

—তেন্তে কি কৰিবি ?

তাই কাপোৰৰ তলৰ পৰা এখন চুৰী উলিয়াই মোক দেখুৱাই কলে—

—কটম চাহাব, মই এইখনেৰে তাৰ ঘৰত গৈ আত্মহত্যা কৰি তাৰ পৰা মুক্তি লম।

—তেন্তে তেতিয়া কিয় চিত্ৰৰ বাধৰ কৰিলি। সি তোক হত্যা কৰিব খোজা নাছিল জানো ? মই কঠোৰ হৈ কথাবাৰ সুধিলো।

—চাহাব, তোৰ প্ৰেমৰিৰ পৰা নিশ্চয় মাথা খাৰাপ হৈছে। তই চৰকাৰী মানুহ। তাতে তই বৰ ভাল মানুহ। মই এজনী পাহাৰী বুৰ্কু ছোৱালী হলেও জানিছো। মই আই-বি কালে মৰিলে তোৰ খুব দিগদাৰী হব। তোৰ দুখ হলে মই মৰিও সুখ নেপাম।

—তেন্তে তই কিয় মৰিব খোজ ? মই পুনৰ সুধিলো।

—চাহাব মই বৰ বিপদত পৰিছো। সেই বুঢ়াৰ ঋণৰ পৰা বাবাক মুক্ত কৰা আৰু মই নিজে সেই বুঢ়াৰ কোবলৰ পৰা ৰক্ষা পৰা এইটোৱেই উপযুক্ত উপায় বুলি ভাবিছো। কথাবাৰ কৈ তাই তলমূৰ কৰিলে

—আৰু ইয়ানী সেই বুঢ়াই তোৰ বাবাক দিয়া বস্তুবোৰৰ মূল্য ঘূৰাই দিলে তোক এৰি দিবনে ?

—ঐ চা-হা-ব, সেইটো একেবাৰে অসম্ভৱ কথা। মোৰ মা যেনে ধুনীয়া আছিল খেতিৰ কামো বৰ ভালকৈ কৰিব পাৰিছিল। তাৰ ছোৱালী মৰো এক হম বুলিয়েই বুঢ়াই ইমান মিথুন গাহৰি ভাত বন্ধা চৌকা, এৰি চাদৰ আদি দি আছিল।

—সেইবোৰৰ বাকী কিমান দাম হব ইয়ানী ?

—তিনিটা মিথুন চৈধ্যবছৰ আগতে দিছিল। তাৰে দুটা মাইকী। ছয় বছৰত প্ৰত্যেকে একোটাকৈ বাট্‌ছা দিয়ে। গতিকে বাট্‌ছাবোৰ লৈতে চৈধ্য বছৰত মিথুন হবগৈ বাৰয়টা। গাহৰিও সেই অনুপাতে বহুত হৈছিল। বাবাই আৰু তিনিটা মাইকী লৈছে। তাতো মিথুন গাহৰি খৰচ হৈছে। বৰ ভাইটোৰ লগতো খৰছ হৈছে। এতিয়া বাবাই কেনেকৈ ঘূৰাই দিব? বাবাই আৰু ছোৱালীও হোৱা নাই। সব মতা লৰা হৈছে। তাই আচলৰে চকুপানী টুকিলে। —মই নিজ অভিজ্ঞতাৰে হিচাব কৰি দেখিলো অতি কমেও পোন্ধৰ ষোল্ল হেজাৰ টকা হব। যিয়েই নহওক এই ছোৱালীজনীক সাম্ভাব্য মৃত্যুৰ পৰা বচাবই লাগিব। আজি দহ বাৰ দিনে যি দেখিছো ছোৱালীজনী অত্যন্ত সহজ সৰল অথচ খুব দৃঢ়মনা। তাই যি সিদ্ধান্ত লৈছে নিশ্চয় কৰি পেলাব। তাই মোৰ জীৱন ৰক্ষা কৰিলে। মই বাৰু তাইৰ কাৰণে কি কৰিছো! তাইৰ ওচৰত মোৰ সঁচাকৈ বৰ সৰু সৰু যেন লাগিল। যি জনী পৰ্ব্বত জীয়াৰীয়ে নিজৰ জীৱন বিপন্ন কৰি কোনো স্বাৰ্থৰ বশবৰ্তী নহৈ হাঁহি হাঁহি নিজৰ জীৱন যৌৱন আহুতি দিব পাৰে সেইজনী পৰ্ব্বত কন্যা মিণ্টয় সাধাৰণ গাভৰু নহয়। কোনে জানে তাইয়েই হয়তু হৃদয়েশ্বৰী হেমন্তী পাৰ্ব্বতী, মোক অগ্নি পৰীক্ষাত উত্তীৰ্ণ কৰাইছে।

—মিঃ কাকতি, আপোনাক বৰ আমনি দিছো। মোৰ জীৱন কাহিনী বৰ কৰুণ অথচ ইয়াৰ অলপো বাদ দিব পৰা সম্ভৱ নহয়। মোৰ মই আপোনাক আৰু আমনি নকৰো আপুনি আই-বি লৈ গৈ শুই থাকক গৈ।

—ডাঃ বসুমতাৰী চাহেব, আপুনি আবেগৰ বশবৰ্ত্তী হৈ হয়তু মোক ভুল বুজিছে। মই আপোনাৰ জীৱন কাহিনী বৰ আগ্ৰহে শুনিছোঁ যেন ই যেন এখন নিলিখা সুন্দৰ উপন্যাস। আপুনি মোক কাহিনীৰ চুৰান্ত পৰ্য্যন্ত নৈ কিয় ৰস ভঙ্গ কৰিব বুজিছে?

—তেন্তে মই বৰ ভাগ্যবান, মিঃ কাকতি। দুয়ো দুটা চিগাৰেট জ্বলাই লৈ আকৌ আৰম্ভ কৰিলোঁ। আমাৰ চিগাৰেটৰ ধোৱাবোৰ ঘূৰকাই পকাই ওপৰলৈ উৰি গ'ল। আমাৰ কাষেৰে চোৰাং কাঠ বেপাৰীৰ ট্ৰাকবোৰ চলিব ধৰিলে। এইদৰেই পাহাৰৰ নামনিৰ গছবোৰ নোহোৱা হয়। অজ্ঞান মলুকৰ লোক সদাগৰ হয়।

—চপ্পলযোৰ ভৰিত সোমাই এটাচিটো খুলি ষ্টেটবেঙ্ক তেজপুৰৰ চেক বহীটো উলিয়াই লৈ পোন্ধৰ হেজাৰ টকাৰ বিয়েৰাৰ চেক এখন লিখি লৈ ইয়ানী আৰু বাহাদুৰক লগতলৈ মেজৰ ৰাওঁৰ বাংলালৈ খোজ ললো। তেতিয়া ৰাতি দহ মান বাজিছিল। মেজৰ ৰাও মৈনীয়েকৰ লগত তাচ পাতৰ খেল খেলি আছিল। আমাক ইমান ৰাতি দেখি দুয়ো আচৰিত হ'ল। ৰাওঁৰ অনুৰোধ ক্ৰমে মই বহিলো। ইয়ানী আৰু বাহাদুৰ থিয় দি ৰ'ল। মিচেছ ৰাওঁ ভিতৰলৈ গ'ল। মই চেকখন উলিয়াই মেজৰ ৰাওঁৰ হাতত ডাঙি ধৰিলো। মেজৰ ৰাওঁৱে কিছু সময় মোৰ চকুলৈ চাই সুধিলে—ইয়াৰ মানে কি ডাক্তৰ! এই ৰাতি হঠাৎ আপোনাক ইমান টকাৰ দৰ্কাৰ। মই ইংৰাজীতে চমুকৈ ঘটনাটো ৰাওঁ চাহাবক কলো। আৰু ইয়াকো জনালো যে ই মোৰ চুৰান্ত সিদ্ধান্ত। মোক এতিয়াই নগদ টকা লাগে। মেজৰ ৰাওঁৱে মোক দুই মিনিটৰ কাৰণে অপেক্ষা কৰিবলৈ কৈ ভিতৰলৈ গৈ খন্তেক পিছতে এখন টাৱেলেৰে মেৰিয়াই ১৫ টা দহটকীয়া নোটৰ বাণ্ডিল লৈ আহি ডাঃ বসুমতাৰীৰ হাতত দিলে। মিচেছ ৰাওঁ কাণ্ড দেখি ভেৰালাগি চাই ৰ'ল। মই মিঃ ৰাওঁ আৰু মিচেছ ৰাওঁক ধন্যবাদ জনাই ইয়ানী আৰু বাহাদুৰক মাতি আই-বি-লৈ খোজ ললো। ইফালে ভাত পানী খাই বুঢ়া আৰু তাৰ লগৰ ডেকা কেইজন মোক বিচাৰি ৰাস্তা উঠিছিল। হয়তু সিহঁতে ইয়ানীক লৈ মই পলাই যোৱা বুলি সন্দেহ কৰিছিল। আমি আঠাইয়ে আই-বিত সোমালো। মই সকলোকে

মোৰ কমলৈ মাতিলো। ইয়ানী মোৰ বিচনাৰ পিচফালে থিয় হৈ ভৰিৰ বুঢ়া আঙুলিৰে মাটি খুচৰিব ধৰিলে। বোধহয় তাই অনাগত ভবিষ্যতৰ কথাই চিন্তা কৰিছিল। বুঢ়াই অলপ মৰম ভাৱে মোলৈ চাই কলে— চাহাব তই বেয়া নেপাবি দেই আমি বহুত দূৰ বস্তি যাব লাগিব। ৰাতি বেছি হৈছে। তই আমাক মৰম কৰি ভালকৈ খুৱাইছা দেই। আমি বিলাকে ভাল পাইছে। আমি ইতাল যাবো। ঐ ইয়ানী— তই 'লোড' বোকা ভাড়াটো চাহাব ফালে লৈ সোনকালে ব'ল। ইয়ানী নিমাত।

—ইয়ানী, লাজ নকৰিবি, চাহাব দেখি্ছি বেছি ভাল মানু আছে। অন্য চাহাব মাফিক ঠগামী মানু নাই তই ভালকৈ কবি, তোৰ ভাড়া ভী দিব বকৃচিছ ভী দিব

বুঢ়াই মোৰ ফালে মুখ ঘূৰাই আৰম্ভ কৰিলে — তাইৰ বোলে আজি কালি বেছি চৰম হৈছে। তই জানিছ কি নাই চাহাব, তাই চিকুল (স্কুল) ফালে বেছি পঢ়িছে। মেমচাহাব বনিব বনিৰ আঁখিছে হব। লেকিন চাহাব, তাৰ বাবা চুৰৰ টানেং টোৱে তাৰ বেটিক আমাৰ ফালে বিক্ৰি কৰি আছে সেই কথা ভুলি আছে চাৰি পাচ বছৰ হৈছে আমি জানি আছে ইয়ানী মাইকী হৈছে। তাই নিজে নিজে মোৰ ঘৰ ফালে আহি বহিব লাগে। নাহলে তাৰ বাবাই তাইক ধৰি বান্ধি আমাৰ ফালে ৰাখি যাব লাগে। ইয়ালং কৰিলে তাৰ বৰ মস্কিল হব দেই চাহাব। একদিন আমি খুব দুখ পাইছেলৈই চাহাব, চালা ইয়ানীৰ চিকুল মাটৰ (মাষ্টৰ) আমাক কৈ আছে ইয়ানী আৰু আমাৰ ফালে নাই বহিব। তাই খুচি মতে আন ডেকা মানু ফালে বহিব। আমিভী কৈ দিছে চাহাব, মিঠুন গাহৰি ঘুৰাবি আৰু ইয়ানী মাটৰ ফালে বহিব। বুঢ়াৰ কথা, মই বাধা দি কলো।

—বাৰু, তোক যদি মই ইয়ানীৰ বাবাই লোৱা বস্তুবোৰৰ দাম ঘূৰাই দিওঁ তই ইয়ানীক এৰি দিবি নে?

বুঢ়াই তাৰ তিনিফুট দীঘল বেতৰ লাঠিডাল দিয়া দাখনত এখন হাত ৰাখি ঘেক্ ঘেক্ কৈ হাঁহি দিলে। ইয়ানীয়ে কিবা বিপদ আশঙ্কা কৰি মোৰ চকুৰ ফালে একেথৰে চাই ৰ'ল।

—আৰে চাহাব, তৈয়ামৰ মানু চালাকি আমি ভাল বুজিছে। এই বুধি কৰি আগিলা বাৰ চালা চিকুল মাষ্টৰ ভী আমাক ঠগি আছে।

—স্কুল মাষ্টৰে নো তোক কি ঠগিছে—মই সুধিলো।

—আৰে চাহাব, চিকুল মাষ্টৰ কৈছে ইয়ানী বেছি ভাল ছোৱালী আছে, চিকুল ফালে পঢ়িছে। চিকুল পঢ়া খটম হলে তাই নিজ খুছি মতে বেলেগ ডেকা ফালে বহিব। আমি বোলে বেছি বুঢ়া আছে। এইটো বোলে চৰকাৰ ফালে নিয়ম আছে। আমিতো চৰকাৰ কৰাইছে। চৰকাৰ আমাক মিঠুন ঘূৰাব নেকি? আমি চাফ কথা কৈছে আমি বাকী নাই কৰিবু।

—ক'চোন তোক নগদ টকা কিমান লাগিব।

—দিবি, এতিয়াই দিবি, তেৰ চৈধ্য হেজাৰ টকা। আমি পুৰা হিচাব নাই ধৰিছে। বুঢ়াই পাত চাধাৰ মুৰা এটা মুখত ভৰাই গুৰাবমান মোৰ কমতে থু পেলাই মোৰ ফালে কেৰাহিকৈ চাই থাকিল। মই টেবুলৰ ওপৰত টাৱেলেৰে মেৰিয়াই থোৱা টকাৰ বান্দিলবোৰৰ পৰা এটা বান্দিল বাহিৰ কৰি বাকী চৈধ্যটা বাণ্ডিল সেই টাৱেল খনেৰে মেৰিয়াই বুঢ়াৰ হাতত দিলো। বুঢ়াই খুলি চাই নোটবোৰ দেখি আনন্দ মনে কেইটা বাণ্ডিল আছে গণি চালে।

—চাহাব, এইফালে সমুদায় চৈধ্যতা বাণ্ডিল আছে। একটা ফালে কিমান টকা আছে চাহাব? মই তাক লেখি চাবলৈ কলো। বুঢ়াই মজিয়াত মাটিতে বহি ললে আৰু জিভাৰ থু আঙুলিত লগাই লগাই নোটবোৰ গণি গ'ল।

—একটা ফালে একশ নোট আছে মানে হাজাৰ টাকা আছে হয় না চাহাব? মই হয় বুলি কলো।

—সব মিলি চৈধ্য হাজাৰ টাকা আছে চাহাব। তই বৰ লায়ক চাহাব আছা দেই। অ' চাহাব সব বাণ্ডিল ফালে টাকা ঠিক আছেতো? মই তাক নিজে লিখি চাব কলো। সি একে ধৰণেই আঙুলিত থু লগাই শেষলৈকে গণি গ'ল।

—তই বৰ হিচাবী চাহাব দেই। টাকা বিলকুল থিক আছে। সি টকাবোৰ তাৰ এৰি চাদৰৰ তলত থকা আগিণটো উলিয়াই তাত সুমুৱাই লৈ ইয়ানীৰ ফালে লক্ষ্য কৰি কলে— এই ইয়ানী তোক এই চাহাব কিনিছে, ভাল ভালকৈ বছিৰি। এই চাহাব দোচোৰা চাহাব কা মাফিক নাই। ঐ চাহাব আমি ইতান যাইছি। একটা 'বেৰ্ষি' থাকলে দিৰি। মই বুঢ়াক এটা চিগাৰেট দি আন এটা মই জলাই ললো। সিহঁত আনন্দ মনে গুচি গ'ল। বাহাদুৰে মোৰ ফালে তাৰ চকুৰ মনি নলবোৰাকৈ চাই আছে। মই তাক ইয়ানী আৰু মোৰ কাৰণে খানা কমলৈ আনিবলৈ কলোঁ। ইয়ানী বজ্রপৰা মানুহৰ দৰে জঠৰ হৈ ৰ'ল। বাহাদুৰে খানা আনি মোৰ কাৰণে টেবুলত আৰু ইয়ানীৰ কাৰণে মজিয়াত ৰাখি ওলাই গ'ল। ইয়ানীক মই ভাত খাবলৈ কলো, তাই নিমাত। মই উঠি গৈ তাইক ভাতৰ থালৰ ওচৰলৈ লৈ আহিলো। তাই হুক্ হুক্ কৈ কান্দিব ধৰিলে। মই শান্তনাৰ ভাষা বিচাৰি নেপালো। মাথো তাইৰ মজিযাত থোৱা ভাতৰ থালখন টেবুলৰ ওপৰলৈ লৈ আহিলো। তাইক হাতত ধৰি বিচনাত বহুৱাই দিলো। তাইৰ কান্দোনৰ মাত্রা দুগুনে চৰিল। তাই কান্দি কান্দিযেই কবলৈ ধৰিলে—

—চাহাব, তই মানুহ নহয়, নিশ্চয় তই আমাৰ 'ডনী প'লো' (সূৰ্য্য দেৱতা)। কিন্তু চাহৰি তই মোক খাজাহ কৰি মোৰ সৰ্ব্বনাশ কৰিলি। মই এতিয়া কি কৰিম চাহাব-বুলি তাই আকৌ

কান্দিব ধৰিলে। মই তাইক চম্ভালিবলৈ শেষ অস্ত্র প্ৰয়োগ কৰিলোঁ।
—ইয়ানী তই ভাত নেখালে মযো নেখাওঁ বুলি মই বিচনাত শুই পৰিলোঁ। তাইৰ সৰল প্ৰাণে আঘাত পালে। চকু পানী মচি মচি আহি মোক গাত ধৰি মাতিলে—চাহাব, তই উঠ, মই ভাত খাম, ভাত ঠাণ্ডা হব, তই বেমাৰী মানুহ বুলি তাইৰ ভাতৰ থালখন টেবুলৰ পৰা একে চাটে তুলি লৈ মজিয়া পালে আৰু ভাত আঙ্গা হাতেৰে সানা পোতোকা কৰাত লাগিল। মই বাধ্য হৈ ভাতৰ পাতত বহিলো। মই ভাতৰ গৰাহ নমৰালৈকে তাই সেইদৰে আছিল। ভাত খাওঁতে কোনো কথা বতৰা নহ'ল। খোৱাৰ শেষত দুয়োখন থাল যাতি তাই পাকঘৰলৈ নি ধুই থৈ পুণৰ কোঠাৰ ভিতৰলৈ আহিল। অন্য দিনৰ দৰে মোৰ বিচনাৰ তলৰ পৰা বস্তাটো আনি তাৰ ওপৰত হ'ল ডলাটো পাৰি লৈ শুই থাকিল। মই বাহিৰৰ পৰা এৰাৰ ওলাই আহি কমৰ দৰ্জাত হুক দি চিগাৰেট এটা জ্বলাই শুই পৰিলোঁ। লেম্পটো জ্বলাই ৰাখিছিলোঁ। অলপ আগতে ঘটি যোৱা ঘটনাটোৰ কথা বাৰে বাৰে মনলৈ আহিব ধৰিলে। বহু যত্ন কৰিও টোপনি আনিব পৰা নাই। আকৌ পেচাব কৰিব যাব লগা হলো। বোধহয় টোপনি নাহিলে সঘনে পেচাব লাগে। এইবাৰ জোৰকৈ টোপনি যাবৰ যত্ন কৰিলো, ওহো নোৱাৰিলো। ইফালে লেম্পটোৰ তেল টুকাই এটা সময়ত মুমাই থাকিল। টেবুলত খেপিয়াই খেপিয়াই চিগাৰেট লাইটাৰটো বিচাৰি লৈ আকৌ এটা চিগাৰেট জ্বলাই ললোঁ। মূৰটো গৰম গৰম অনুভৱ হ'ল। ইয়ানীৰ নিশ্চয় ভাল টোপনি আহিছে। সংসাৰৰ জটিল কথাই তাইৰ দৰে সহজ সৰল গাভৰু একনীক কেতিয়াও আমনি দিব নোৱাৰে। মোৰ চিন্তাবোৰ চিগাৰেটৰ ধোঁৱাৰ দৰে উৰি গৈছিল। মই অৱশ্যে এন্ধাৰত মেয়াক দেখা নাছিলো।
—অ' চাহাব কাপোৰ পুৰিছে হব দেই আমি গোন্ধ পাইছে।

ইয়ানীৰ মাতত মই বাস্তৱ জগতলৈ ঘূৰি আহিলো। সচাঁ মিঃ কাকতি, মোৰ গাত লোমা এৰি চাদৰখন চিগাৰেটৰ জুই পৰি উমি উমি জ্বলিব ধৰিছিল।

—ইয়ানী তোৰ টোপনি ধৰা নাই মই চাদৰ খনৰ জুই মোহাৰি মোহাৰি সুধিলো। তাই কোনো উত্তৰ নিদিলে। তাইৰতো টোপনি নহাৰ কোনো কাৰণ নাই। তাই আজি আনন্দত নাকবজাই শান্তিৰে শুই থকা উচিত। সেই আশী বছৰীয়া অক্টোপাছৰ হাতৰ পৰা তাই আজি মুক্ত। ব্যাধৰ জালত বান্ধ খোৱা আজলি হৰিণীজনী আজি প্ৰকৃতিৰ মুক্ত উদ্যানত। আজিৰ পৰা তাই মনোমত কোমল ঘাঁহ বিচাৰি কুলু কুলু সুৰে বৈ যোৱা পাহাৰৰ নিৰ্মল জুৰিটিৰ পাৰে পাৰে দেউ দি দি ফুৰিব; হয়তু তেনেকৈয়ে লগ পাব মনেমিলা জীৱন সঙ্গী। সিহঁতৰ জীৱন যৌৱন হব মধুময়।

—ইয়ানী, কাইলৈ মই আই-বি এৰাৰ পিছত তই বাসাৰ ঘৰলৈ যাবি নে স্কুলৈ যাবি ?

—এফালেও নেযাওঁ। তাই দৃঢ়তাৰে উত্তৰ দিলে।

—তেন্তে কি কৰিবি ?

—সেইকথা তই শুনিব নেলাগে চাহাব।

—মই তোক টকা দি মুক্ত কৰিছো। তই মোৰ কথাৰ উত্তৰ দিবই লাগিব।

—মনগলে শুনিম, নগলে নুশুনিম। তই চাহাব বুঢ়াৰ দৰে কথা কৈছ। বুঢ়াই মোক বাবাৰ পৰা কিনিছে আৰু তই বুঢ়াৰ পৰা কিনিছ। বুঢ়াৰ দৰে তয়ো মোক জোৰ জুলুম কৰিবি নেকি ?

—মোৰ খুব বেয়া লাগিল মি কাকতি। ইয়ানীৰ কথাৰ মই উপযুক্ত উত্তৰ বিচাৰি নেপালো। মই তাইক সাধাৰণ ভাৱে বুজাবলৈ যত্ন কৰিলো।

—নহয় অ' ইয়ানী, তই মোক তেনেকৈ কিয় ভাবিছ। বুঢ়াই

তোক ইচ্ছাৰ বিৰুদ্ধে জোৰ জুলুমকৈ নি তোৰে সৈতে সংসাৰ কৰিব খুজিছিল। আশী বছৰীয়া বুঢ়াৰ লগত তই জীৱনটো কেনেকৈ কটাব্লিহেঁতেন মই ভাবিবই নোৱাৰো। তই মোৰ কথা শুন, কাইলৈ স্কুললৈ যাগৈ। ভালদৰে পঢ়া শুনা কৰ তোৰ যথেষ্ট বিচাৰ বুদ্ধি আছে। তোৰ ভবিষ্যত উজ্জ্বল। তোৰ দৰে সুন্দৰ গাভৰু এজনীৰ কাৰণে উপযুক্ত মতাৰ অভাৱ নহব। সুখ সন্তোষেৰে সংসাৰ কৰিবি। মই তোক কেতিয়াও কিনা নাই। মোক ভুল নুবুজিবি ইয়ানী। মই যে তোৰ ওচৰত চিৰকৃতজ্ঞ। তই নহলে মই ৰাস্তাতে মৰি থাকিলোহেঁতেন। সময় আৰু পৰিস্থিতিয়ে মোক তোৰ মহান ত্যাগৰ কৃতজ্ঞতা স্বীকাৰ কৰাৰ সুযোগ এটা দিছে। তাক মই গ্ৰহণ কৰিছো। তোক মুক্ত কৰি মই বৰ গৌৰৱবোধ কৰিছো। কিন্তু মনত ৰাখিবি ইয়ানী তোৰ ত্যাগৰ ঋণ মই জীৱনত শুজিব নোৱাৰিম। তই হব পাৰা আজলি পাহাৰী ছোৱালী কিন্তু মোৰ কাৰণে তই কিমান মহান, আৰু ইমান আপোন। কোৱা তোৰ শেষ সিদ্ধান্তৰ কথা।

—মোৰ ওপৰত যদি অধিকাৰেই নাই তেন্তে মোৰ ভবিষ্যত জানি তোৰ কি লাভ চাহাব? আৰু যদি অধিকাৰ আছে তেন্তে মই কবলৈ বাধ্য।

—মিঃ কাকতি এই সাধাৰণ ছোৱালীজনীৰ কথাত মোৰ কণ্ঠ ৰুদ্ধ হৈ গ'ল; কিন্তু মোৰ হৃদয় দ্বাৰ বেছিকৈ খোল খালে। তাই বিচনাতে উঠি বহিল। মোৰ উত্তৰলৈ হয়তু সাজু হ'ল।

—তেন্তে মোৰ শুনাৰ অধিকাৰ আছে ইয়ানী, তই কবই লাগিব তোৰ শেষ সিদ্ধান্তৰ কথা।

—মই এন্ধাৰতে অনুমান কৰিলো তাই ফেঁকুৰিছে।

—তোক মই মিছা কব নোৱাৰো এয়ে মোৰ বিপদ চাহাব! মইও উঠি বহিলো। তাই কি কব বিচাৰিছে বাৰু?

—তই জানিব নালাগে অ' চাহাব। জানিলে যে তই মনত দুখ পাবি
—তই কবই লাগিব ইয়ানী, মই জোৰকৈ কলো।
—চাহাব, মই কাইলৈ মোৰ গাওঁলৈ গৈ আত্মহত্যা কৰিম। কিয় জান? মোৰ বাবাই যেতিয়া বুঢ়াৰ ঋণ সুজাৰ কথা জানিব মোক আকৌ কাৰবালৈ মিঠুন গাহৰি লৈ পঠাই দিব। ইয়াত মোৰ মতামত নচলিব। মই বাৰু কাৰ কাৰণে কিহৰ আশাত জীয়াই থাকিম। আজি দহ বাৰ দিন তোৰ লগত থাকি মোৰ জীৱনৰ সকলো ওলট পালট হৈ গ'ল চাহাব।
—তেন্তে তোৰ মৰিবলৈ খুব ইচ্ছা হৈছে নহয়?
—জীয়াই থকাৰ হেপাহ সকলোৰে থাকে চাহাব, কিন্তু যাৰ কাৰণে যিহৰ কাৰণে মানুহ জীয়াই থকাৰ আশা কৰে তাক যদি জীৱনত পোৱাৰ তিলমাত্ৰও আশা দেখা নেযায় তেন্তে জীয়াই থকাৰ আৱশ্যক ক'ত? তাই মোক প্ৰশ্ন কৰি ৰ'ল।
—ইয়ানী, তই মোক খুলি কব জীয়াই থকাৰ কাৰণে তোৰ কিহৰ দৰ্কাৰ বা কি বিচৰা। সম্ভৱ হলে তোক জীয়াই ৰাখিবলৈ মই শেষ যত্ন কৰিম। খন্তেক নিৰৱে থাকি থোকা থোকি মাতেৰে তাই কবলৈ ধৰিলে—
—চাহাব মোক মাফ কৰ। মোক আৰু একো নুসুধিবি। মই এজনী সাধাৰণ পাহাৰী মাইকী হৈ 'দনীপলো'ক পাবলৈ আশা কৰা অসম্ভৱ! অসম্ভব!! অসম্ভৱ!!! কিন্তু তাতোকৈ অসম্ভৱ তোক ফাঁকি দিব লগা হোৱাতো। তাই তৎক্ষণাত বহাৰ পৰা উঠি দৰ্জা খুলিবৰ যত্ন কৰিলে। মই টৰ্চ লাইট জ্বলাই গৈ তাইৰ ওচৰ পালো। তাইক দৰ্জা খুলিবলৈ নিদিলো। তাই মোৰ হাতৰ পৰা টান মাৰি এৰাই দৰ্জাৰ হুকডাল খুলিবলৈ পুনৰ যত্ন কৰিলে। মই তাইক বাধা দিয়াত চিঞৰি চিঞৰি কবলৈ ধৰিলে—
—বাধা নেদিবি চাহাব, মোক যাবলৈ দে, মোক মৰিবলৈ দে।

মই মৰি অহা জনমত ভৈয়ামত জনম লৈ তোৰ মেম চাহাব হম। হঠাৎ মই তাইৰ অন্তৰৰ বেদনা বুজি পালোঁ। তাইক দুহাতে সাৱতি ধৰি বিচনাত তুলি ললো। বুকুৰ মাজত সোমাই লৈ আলফুলকৈ সুধিলো—ইয়ানী, তই মোক এই জনমতে চিৰজীৱনৰ কাৰণে পালে সুখী হবিনে? মূৰটো মোৰ বুকুত গুজি দি তাই আবেগেৰে কলে—চাহাব, তই বৰ ডাঙৰ মানুহ, মই তোৰ মাইকী হৈ তোৰ জীৱনটো নষ্ট হব মই দিব নোৱাৰো। তোৰ নিশ্চয় মাই বাপ আছে। সিহঁতে খুব দুখ পাব। তই ভুল নকৰিবি চাহাব। এই জনমত মই তোৰ মেমচাহাব হোৱাৰ লায়ক নহওঁ আগিলা জনমত কচম মই তোৰ মেমচাহাব হম। এতিয়া মোক এৰি দে চাহাব। মোৰ কাৰণে তই কিয় মৰিবি চাহেব!

—মিঃ কাকতি. ইয়ানীৰ কথাত মই অতীতৰ সকলো কথা পাহৰি গলো। তাইক বুকুৰ মাজলৈ টানি লৈ চুলি কোছাৰ মাজত আঙুলি বুলাই বুলাই শান্তনা দিলো— ইয়ানী তই মোৰ হৃদয়ৰ শ্ৰেষ্ঠ ৰাণী। প্ৰেম, মানৱতাৰ আৰু তোৰ মাজত মই কোনো পাৰ্থক্য বিচাৰি নেপালো। তাই হয়তো অপ্ৰত্যাশিত বস্তুতো পোৱাৰ আনন্দত চকু মুদি দি শান্তি লভিছিল। সেই মুহুৰ্ত্তত মই পাহৰি গলো সাতাইশটা বসন্তৰ অভিজ্ঞতাৰ কথা, পাহৰি গলো বংশ মৰ্যদাৰ কথা, পাহৰি গলো দেউতাৰ আকাশচুম্বী অভিজাত্যৰ কথা আৰু পাহৰি গলো আগতে বন্দোবস্ত হৈ থকা অহা বহাগত হব লগা মোৰ বিয়াৰ কথা আৰু পাহৰি গলো, বিখ্যাত চাহ খেতিয়কৰ কন্যা মুন্‌মীৰ কথা।

এতিয়া আপোনাক এৰিছো মিঃ কাকতি! আপুনি শান্তিৰে শুই থাকক গৈ যাওঁক। আজিৰ পৰা আপুনি মোৰ কথা শুনি কেতিয়াও উজুতি নেখায়। ডাঃ বসুমতাৰীৰ মন বহুত পাতল পাতল যেন লাগিল। কিন্তু সেই অপসাৰিত ওজন ক'ন অপ্ৰত্যাশিত ভাবে

সোমাই গ'ল প্ৰশান্তৰ মনত। আজি প্ৰশান্ত কাকতিয়ে এক নতুন প্ৰশ্ন লৈ লাহে লাহে চাবিহুৱাৰ আই-বি সোমাল। ভাৱে ভাৱা-ক্ৰান্ত হৃদয়। তেওঁৰ মনলৈ সঘনে সেই প্ৰশ্নটোই আহিব ধৰিলে—ডিব্ৰুগড়ৰ চাহ খেতিয়কৰ ছোৱালী মুনমী অৰ্থাৎ ডাঃ বসুমতাৰীৰ বাক্‌দত্তা মুনমী আৰু প্ৰশান্ত কাকতিৰ প্ৰিয়তমা ভাৰ্য্যা, ডিব্ৰুগড়ৰ বিখ্যাত চাহ খেতিয়ক মানিক বৰুৱাৰ কন্যা মুনমী কি একেজনী মানুহ ?!?

—●—

## ॥ তিনি ॥

ডাঃ বসুমতাৰীৰ সম্পূৰ্ণ নাম পবিত্ৰ কুমাৰ বসুমতাৰী। জন্ম শ্বিলঙত। দেউতাক আছিল ভাৰতীয় সৈন্য বাহিনীৰ কাৰিকৰী বিভাগৰ মেজৰ। পোন্ধৰ বছৰ সৈন্য বাহিনীত কাম কৰি তেওঁ অৱসৰ লৈ সেই বছৰেই অসম চৰকাৰৰ কাৰিকৰী অভিযন্তা হিচাবে শ্বিলঙত জইন কৰে। ইয়াৰ সাত বছৰ পিছতেই চীফ্ ইঞ্জিনীয়াৰলৈ পদোন্নতি হয়। সেই বছৰতেই পবিত্ৰৰ জন্ম। পবিত্ৰৰ জন্মৰ দুবছৰ পিছতেই মাক মোহিনীৰ মৃত্যু হয়। মাক মোহিনী এজনী সাধাৰণ ঘৰৰ ছোৱালী আছিল যদিও উচ্চ শিক্ষাৰ বাহিৰে এজনী আদৰ্শ গৃহিনীৰ সকলো গুণ তেওঁৰ আছিল। শ্বিলঙত থকা কালছোৱাত তেওঁ সকলো মহিলা অনুষ্ঠানতে অংশ গ্ৰহণ কৰিছিল আৰু সকলোৰে প্ৰশংসাৰ পাত্ৰ হব পাৰিছিল। গিৰিয়েকে বহু যত্ন কৰা স্বত্বেও তেওঁক কোনো দিন ক্লাবলৈ নিবলৈ সন্মত কৰাব নোৱাৰিছিল। সেইটো হেনো ভাৰতীয় নাৰীৰ সংস্কৃতি নহয়। তেওঁৰ সকলো ধৰ্ম্মৰ প্ৰতি উদাৰ ভাৱ আছিল। জন্মত বৈষ্ণৱ হলেও তেওঁ সকলো ধৰ্ম্ম সম্প্ৰদায়ৰ অনুষ্ঠানত আনন্দৰে যোগ দিছিল। শুনা কথা, তেওঁৰ বিয়াৰ দহ বছৰলৈকে হেনো কোনো সন্তান হোৱা নাছিল। গিৰিয়েকে সৈন্য বাহিনীত থাকোতে বোলে আমেৰিকা পৰ্য্যন্ত গৈ এই সংক্ৰান্তত

চিকিৎসাৰ ব্যৱস্থা লৈছিল। দুয়োৰো কোনো দোষ নাই বুলি বিশেষজ্ঞই মত পোষন কৰিছিল। তেতিয়াৰ পৰা মোহিনীয়ে সন্তানৰ আশা একেবাৰে এৰি পেলাইছিল। কিন্তু হঠাৎ এদিন ৰাতি বোলে সপোনত এজনী শুধ বগা বুঢ়ীয়ে তেওঁক কৈছিল—

–"আই মোহিনী তোৰ মনৰ কথা মই বুজিছো বাছা, মই উপায়-হীন। তই মনত পেলাছোন, তই যেতিয়া নৱমমান শ্ৰেণীৰ ছাত্ৰী আছিলি স্কুলৰ সকলো ছোৱালীৰ লগত তয়ো কামাখ্যালৈ বনভোজ খাবলৈ গৈছিলি। কামাখ্যাত পঠা বলি দিয়া দেখি তই দুই এটা উল্টা পাল্টা কথা কৈ দেৱী দৰ্শন নকৰাকৈ বাহিৰতে অকলে অকলে বৈ আছিলি। তেতিয়াই তোৰ ওপৰত মা কামাখ্যাৰ ৰোষ। গতিকে তত্তালিকে পূজা দি মা কামাখ্যাক সন্তুষ্ট কৰ। মোৰ বংশ ৰক্ষা কৰ। মই তোৰ মৃত শাহু আই। তই মোৰ কথা শুন। মা-কামাখ্যা সন্তুষ্ট হৈ তোক সুন্দৰ পুত্ৰ সন্তান দান কৰিব। এই বিষয়ে তেওঁ গিৰিয়েকৰ লগত আলোচনা কৰি তেওঁৰ অনুমতি সাপেক্ষে সপোনৰ কথামতে এদিন গৈ কামাখ্যাত পূজা দিয়ে। আচৰিত কথা সেই বছৰেই পবিত্ৰৰ জন্ম। পবিত্ৰৰ জন্মৰ পিছৰ পৰাই মাক মোহিনীৰ এটাৰ পিছত এটা বেমাৰে নেৰা হ'ল। নানা চিকিৎসা কৰিও কোনো ফল নধৰিলে। অৱশেষত এদিন পবিত্ৰক মাউৰা কৰি চিৰকালৰ কাৰণে চকু মুদিলে। মাতৃহাৰা পবিত্ৰৰ যাতে খোৱা থকাত কষ্ট নহয় তাৰ কাৰণে দেউতাকে এজনী বুঢ়ী খাছী আয়া ৰাখিলে। বেচেৰী আয়াজনীৰ হেনো তিনিজনকৈ মতা লৈয়ো আজি অকলশৰীয়া। প্ৰথমজন পুৰুষ আছিল এজন খাচী কাঠ মিস্ত্ৰী। সি দুবছৰ তাইৰ লৈতে সংসাৰ কৰি অন্য এজনী মানুহৰ লগত থাকিব ললে। দ্বিতীয়জন আছিল এজন বিহাৰী লোক। সি ৰাজভৱনৰ মালী কাম কৰিছিল। সি দিনটো ভালেই ৰাতিহে বিপৰীত। সাতবজাৰ পৰা ৰাতি দুই বজালৈ মদৰ নিচাতেই

মছগুল। তিনি বজাৰ পৰা পুৰা আঠ বজালৈ শোৱে। তাৰ পিচত নাকট ভাত কেইটা গুজি কামলৈ দৌৰ মাৰে। মাজী হিচাবে তাৰ ভাল নাম আছে। প্ৰসংশনীয় কামৰ কাৰণে লাট চাহাবৰ পৰা পোন্ধৰ আগষ্টত সোণৰ পদকো পাইছিল। এই অদ্ভুত জন্তুটোৰ লগত তাই প্ৰায় এবছৰহে বহিব পাৰিছিল। তাৰ বোলে পাম্বৰমোঅ্ৰাত নিজ জাতৰ চাৰি পাচটা লৰা-ছোৱালীৰে মাইকীও আছে। মাহে মাহে ঘৈণীয়েকে অফিছৰ পৰা দৰ্মহাৰ দিনা আধা টকা লৈ যায়হি। বাকী থকা টকাৰে মদ বিড়ি তামোল পানতে শেষ। তুবাৰ অশান্তি পাই তাই আৰু সংসাৰ নকৰিবলৈ মনস্থ কৰিলে। অৱশ্যে পেটৰ কাৰণে তাই নিশ্চয় কিবা এটা কৰিব লাগিব। তাই বৰ বজাৰত মাছৰ দোকান আৰম্ভ কৰি দিলে। সুন্দৰ দেখনিয়াৰ তেজে ফুটি পৰো ফুটি পৰো, মুখত মৃদু হাঁহি ব্যৱহাৰত অত্যন্ত অমায়িকতা এইবোৰ গুণৰ সমাহাৰ হৈ তাইৰ দোকান দোপক দোপে উন্নতি হ'ল। তাইৰ দোকানৰ আগেৰে মাছ কিনো বুলি যোৱা সকলো ডেকা আনকি বুঢ়াসকলৰো খোজ তাতে মন্থৰ হয়। ভাল মাছ কিনো বুলি গৈ ভাল গাভৰুৰ চেহেৰা দৰ্শন কৰি নয়ন মন সাৰ্থক কৰি গেলা মাছ ঘৰলৈ আনি ঘৰৰজনীৰ তিতাঁ কেহাঁৰ সোৱাদ লোৱা দশা বহুতৰে হৈছিল। ইয়াৰ বাবে কাকনো দোষীবা—

"কাকনো দোষীম কামিনী পাশত
জটীয়া শিৱত পৰিল পাকত"।

সৌন্দৰ্য্যই মানুহক আকৰ্ষণ কৰা এক চিৰন্তন সত্য। দুটা বছৰ এইদৰেই চলিল। তাইৰ দোকানৰ কলেবৰ বাঢ়িল। তাইৰ দোকানৰ পৰা বহুতে বাকী লয়। মাহ মৰিলে বাকী মাৰে। কে চি চাকু নামৰ কেৰেলীয়ান ডেকা এজনে তাইৰ দোকানৰ পৰা প্ৰায়ে বাকীকৈ মাছ লয়। মাহ মৰিলে থিকমতে টকাও

দিয়ে। সি ৰবৰজাৰৰ ওচৰৰে মিলিটাৰী কোৱাৰ্টাৰত থাকে। কাম কৰে নাৰ্চিং এচিষ্টেণ্ট। যোৱা মাহত তাৰ পৰিয়াল কেৰেলালৈ পঠাই দিছে। সি যোৱা দুবছৰ ধৰি তাইৰ দোকানৰ পৰা বাকীকৈ মাছ লয়। মাছ লওঁতে সি তাইক দুই এটা কথাৰে তাৰ হিয়াৰ বতৰা দিয়ে। মেৰিনা কণে সেইবোৰ তাইৰ হৃদয় খাটাত লিখি লয়। জীৱনত তামোল পান তিতাঁনে কেহাঁ নজনা চাকুৰে আজি এবছৰৰ পৰা মাহৰ টোপোলাটোলৈ মেৰিনা কণে দিয়া তামোল এখন খাব নেপালে মনটো কিবা কিবা লাগি থাকে। তাইও এদিন কিবা কাৰণত চাকু তাইৰ দোকানত নাহিলে অসংখ্য গ্ৰাহকৰ মাজতো তাৰ কথা মনত পৰে। এয়া বোধহয় হিয়াৰ হিয়া অন্বেষনৰ পূৰ্ব্বাভাষ। তাই চাকুক বেছি সময় দোকানত ৰাখিবৰ কাৰণে বহিবলৈ কৈ বাকীৰ খাটাতো প্ৰায়ে তাক লেখিবলৈ অনুৰোধ কৰে। এয়া যে মেৰিনাৰ তাক ওচৰত বেছি সময় পোৱাৰ বাহানা সি পিছলৈ বুজিব পাৰি এক অজানিত পুলক অনুভৱ কৰিছিল। মেৰিনা আৰু চাকুৰ সৌহাৰ্দ্যতাক ঈৰ্ষা কৰা তাইৰ বহুত গ্ৰাহক আছিল। কোনোৱে চাকুক কেৰাহিকৈ চাই মাছ লৈ গুছি গৈছিল। এই দৃশ্য উপভোগ কৰি চাকুই মনে মনে গৌৰৱবোধ কৰিছিল। এইদৰে দুয়ো দুয়োৰো ওচৰ চাপিছিল।

সেইদিনা ২৪ ডিচেম্বৰ। চাকু ৪ বজাত মেৰিনাৰ দোকান পালে। দোকানত বহুত মানুহৰ ভীৰ। কাইলৈ বৰদিনৰ বন্ধ। ৰবৰজাৰৰ দোকান পোহাৰ বন্ধ থাকিব। সেয়ে আজিয়েই দৰ্কাৰী বজাৰ কৰিব। চাকুক দেখি মেৰিনাই তাইৰ সহজাত মিঠা হাঁহিটো মাৰি তাক বহিবলৈ মাতিলে। সি তাইক মৰমেৰে কলে, মেৰী তুমিতো জানই কাইলৈ বৰদিনৰ উৎসৱ। সেয়ে তোমাক বৰদিনৰ কাৰণে ৪ বজাত মোৰ কোৱাৰ্টাৰত নিমন্ত্ৰণ জনালো। যাবাতো ?
—মিঃ চাকু, তুমি যে ৰবৰজাৰৰ ওচৰৰ মিলিটাৰী কোৱাৰ্টাৰত

থকা তাক মই জানো। কিন্তু সেই কোৱাটাৰটো কোনফালে মই ভালকৈ ধৰিব পৰা নাই। মই তোমাৰ কোৱাটাৰ বিচাৰি পোৱা সম্ভৱ নহব। গতিকে বেয়া নেপাবা তুমিয়েই মোৰ ঘৰলৈ আহিবা।
—মেৰী, তুমি কাইলৈ আবেলি ৪ বজাত মিলিটাৰী হস্পিতেলৰ মেইন গেটত ৰৈ থাকিবা। মই তোমাক আগবঢ়াই লৈ যাম। জকল আহিবা কিন্তু, নগলে বেয়া পাম। মেৰিনা সম্মত হ'ল। চাকুৱে মেৰিনাক পিছদিনা ৪ বজাত হস্পিতেলৰ গেটত লগ ধৰিলে। তাৰ পৰা দুয়ো কোৱাটাৰলৈ খোজ ললে। তাই কেতিয়াও ভবা নাছিল যে চাকু অকলে থাকে। মেৰিনাই চাকুৰ লৰা-ছোৱালীৰ কাৰণে এটি মিঠাইৰ টোপোলাও লৈ গৈছিল। মেৰিনাক ড্ৰয়িং ৰুমতে বহিবলৈ দি সি ভিতৰলৈ গ'ল। খন্তেক পিছতে কাঠ কয়লাৰ চুলাটো জ্বলাই আনি মেৰিনাৰ ওচৰত থলে। মেৰিনাই তাক তাৰ পৰিবাৰ লৰা-ছোৱালীৰ খবৰ সুধিলে। সি হাঁহিলে। মেৰিনাই পুনৰ একে কথাকে দোহাৰিলে। সি হাঁহি হাঁহি উত্তৰ দিলে—
—মই বাইদেউৰ কোৱাটাৰতহে থাকো। বাইদেউ ভিনদেউ আৰু ভাগিনহঁত চুটিত গৈছে। মই এমাহ অকলে আছোঁ।
—তাৰ মানে তই বিয়া কৰোৱা নাই ?
—বিয়াৰ যো-জা হে কৰিছো মেৰী। সি বদ্‌মাচী হাঁহি মাৰি কলে।
—মই তোৰ কথাটো বুজি নেপালো চাকু।
—বুজি পাবৰ আৰু কিতো আছে, তুমি ৰাজী হলে আজি ৰাতিয়েই শুভদিনত শুভ-কাৰ্য্য সমাপন হৈ যাব।
—মোৰ লগত ধেমালি নকৰিবি চাকু। মই সোনকালে ঘৰলৈ উভতিম। তই বেয়া পাব বুলিয়েই আহিলো। কিবা খুওৱা যদি সোনকালে আন।
—বহা বহা মোৰ মৰমৰ মেৰীনাজনী, মই এতিয়াই খোৱা বস্তু লৈ আহিছো— বুলি সি উঠি গৈ পাকঘৰ সোমাল এখন ট্ৰেইত দুটা

গিলাচ ভজা মুৰ্গী মাংস দুপ্লেট আৰু আনহাতে এটা পানীৰ জ'গ আনি টেবুলৰ ওপৰত থলে। ড্ৰয়িং ৰুমৰ দৰ্জাখন বন্ধ কৰি দি বিচনাৰ তলৰ পৰা হাৰ্কিউলিক্স ৰমৰ বটল এটা উলিয়াই চকীখন টানি লৈ সি মেৰিনাৰ মুখামুখিকৈ বহি ললে। মেৰিনাই তাৰ কাণ্ড দেখি আচৰিত হ'ল।

—তই কি কৰিব খুজিছ মিঃ চাকু ?

—একো নাই, মাত্ৰ তোমাৰ কাৰণে এয়া সামান্য আয়োজন। আজিৰ এই শুভদিনত অতি আপোনজনৰ লগত অলপ আনন্দ কৰিব খুজিছো বুলি বটলটো সি একে পাকে খুলি দুয়োটা গিলাচতে সোণাৰীয়ে তৰ্জুত সোণ জোখাৰ দৰে সমান সমানকৈ ঢালি নিজৰ গিলাচত পানী ঢালি পানীৰ জ'গটো মেৰিনালৈ আগুৱাই দি 'তোমাক কিমান পানী লাগে লোৱা মেৰী' বুলি মেৰিনাৰ মুখৰ ফালে চালে। মেৰিনা বৰ বিপদত পৰিল। তাই আগতে বহুতো মদ খোৱা মানুহ দেখিছে। তাইৰ মাকেও ফাকিয়াত (দেশী মদ) খাইছিল। কিন্তু কোনো দিন তাই এই বস্তুটো মুখত দিয়া নাই। আজি তাই বৰ বেয়া পৰিস্থিতিৰ সম্মুখীন হ'ল। তাই চাকুক অনুৰোধৰ সুৰত কলে— মিঃ চাকু, তোৰ অনুৰোধ ৰাখিব নোৱাৰি মই বৰ দুখিত। মোৰ মদ খোৱা অভ্যাস নাই চাকু ! তয়ে খা। মই অলপ মাংসকে খাম বাৰু। চাকুৰ খং উঠিল। সি হাতত গিলাচ তুলি ললে। - চোৱা মেৰী খিলঙত মদ মাংস খুৱাবলৈ বহুত গাভৰু পোৱা যাব; কিন্তু তোমাক আপোন ভাবিহে মাতিছিলোঁ। মোৰ কথা ৰাখি অলপ খোৱা না মেৰী ! মই বহুত আশা কৰি এয়া আয়োজন কৰিছিলো। আশাকৰো মোৰ মনৰ কথা বুজি মৰমৰ অনুৰোধ ৰক্ষা কৰিবা। মেৰিনাই চাকুৰ তোষামোদত ভোল গৈ গিলাচটো তুলি ললে। চাকুই তাইৰ গিলাচত পানী ঢালি দি তাইৰ গিলাচত তাৰ গিলাচ লগাই শুভ বৰদিন বুলি গিলাচত ঢোক মাৰিলে।

এটোক দুটোককৈ গিলাচৰ মদ শেষহৈ গ'ল। পুনৰ চাকুই বটলৰ পৰা মদ ঢালিলে। কথাৰ উষ্ণতা ক্রমে বাঢ়ি গ'ল। থালৰ মাংসও শেষ হ'ল। চাকুই পুনৰ পাকঘৰলৈ গৈ বাকী থকা মাংসখিনি আনি থালত ঢালি দিলে। গিলাচৰ পিচত গিলাচ চলিল। সোনকালে যাব লগা মেৰিনাৰ ঘড়ীৰ কঁটা ঘূৰা হ'ল। এটা সময়ত বটলৰ পৰা মদ মেৰিনাই নিজে ঢালিলৈ চাকুৰ গিলাচটো ঢালিলে। লম্পট চাকুৱে মেৰিনাৰ গাভৰু চকুত কামনাৰ ভাৱ দেখিব পালে। মেৰিনাৰ দেহ মনৰ সংযম হেৰাই গ'ল। চাকুৱে তাইক আকোৱালি ধৰি শোৱাকোঠালৈ লৈ গৈ বিচনাত শুৱাই দিলে। চাকুৰ পুৰুষত্বই মেৰিনাৰ হেৰোৱা মাদকতা ঘূৰাই আনিলে। আজি মেৰিনা চাকু যেন সৃষ্টিৰ আদিম নাৰী পুৰুষ আদাম ইভ··· ·····।

পিছদিনা আঠ বজাত মেৰিনাৰ টোপনি ভাঙিল। তাৰা তাৰিকৈ চাকুৰ পৰা বিদায় লৈ নিজ ঘৰলৈ উভতিল। চাকুই সেইদিনা গোটেই দিনটো ঘৰতে শুই থাকিল। পিছদিনা আবেলি মেৰিনাৰ দোকানলৈ গ'ল। মেৰিনাই তাক তামোল এখন দি তাইৰ সম্বন্ধীয় ভনিয়েকৰ ঘৰলৈ মাতিলে। চাকু যিহেতু সৈন্য বাহিনীৰ মানুহ উপৰৱালাৰ বিনানুমতিত কাৰো ঘৰত থাকিব নোৱাৰে। সেয়ে মেৰিনাই ইচ্ছা কৰিলে তাৰ লগতে থাকিব পাৰে। চাকুৰ কথাত মেৰিনা মান্তি হ'ল। আজি ১৫ দিন হ'ল চাকুই মেৰিনাক নিজৰ কোৱাটাৰতে ৰাখিছে। দুয়ো ঘৰতে যীচুৰ ফটোত সেৱা জনাই ফুলৰ মালা সলাই বিবাহ পাশত আৱদ্ধ হ'ল। মেৰিনা অত্যন্ত সুখী হৈছিল। চাকুৰ পৰামৰ্শ মতে মেৰিনাই সেইদিনাৰ পৰা তাক তুমি বুলি সম্বোধন কৰা হ'ল। মেৰিনাই অতীতক পাহৰি ভৱিষ্যতৰ ৰঙীন সপোন দেখিলে। আনন্দৰ দিনবোৰ পাখি লগা কাড়ৰ দৰে অথচ দুখৰ ৰাতিহে নুপুৱাই। চাওঁতে চাওঁতে সিহঁতৰ মধুৰ মিলনৰ সপ্তম দিনত ভৰি দিলে। চাকুৰ ষড়যন্ত্ৰৰ কুটিল দিনৰ ওচৰ চাপি

আহিল। সেইদিনা দুয়ো থাই বৈ সোনকালে বিচনাত পৰিল। মেৰিনাৰ আনন্দে নধৰে হিয়া। চাকুৰ বুকুত মুখ গুজি চকু দুটা মুদি চাকুৰ প্ৰেমৰ নাড়ী জ্ঞান কৰিলে। চাকুই প্ৰখ্যাত অভিনেতাৰ কণ্ঠেৰে তাইৰ সোণালী চুলিটাৰীত আঙুলি বুলাই বুলাই আলফুলকৈ কবলৈ ধৰিলে—মোৰ মৰমৰ মেৰী সোণজনী মোৰ, তোমাক এটা অশুভ খবৰ নিদি নোৱাৰিলো। লুকাই ৰাখি লাভ নাই। মোৰ চাকৰিৰ বদলি হুকুম আহিছে সোণ! মই বৰ চিন্তাত পৰিছো। তোমাক লগত লৈ নতুন ঠাইলৈ যাবও নোৱাৰো। মই চিধাই ফিল্ডলৈ যাব লাগিব। ফিল্ডলৈ লগত তিৰোতা মানুহ নিয়া নিয়ম নাই। চন্দ্ৰমুখী মেৰিনাৰ মনত বেজাৰৰ ডাৱৰে আৱৰি ধৰিলে। তাই চাকুক সজোৰে সাৱতি ধৰি উচুপিব ধৰিলে।

—তুমি মোক এৰি কলৈকো যাব নোৱাৰা চাকু। তুমি গলে মই কাকলৈ জীয়াই থাকিম! চাকুই তাইক শান্তনা দি কলে—এই বদলিৰ হুকুম ৰদ কৰা এটা উপায় আছিল মেৰী, কিন্তু তাকে কৰিবলৈ মোৰ শক্তি সামৰ্থই নাটে। পানীত পৰা মানুহে কুটা এগছি পালেও ধৰাৰ দৰে মেৰিনাৰ মনত হঠাৎ যেন বিজুলিৰ চিকিমিকি পোহৰে দেখা দিলে। সেইটো কেনে কথা সোনকালে প্ৰকাশ কৰিবলৈ মেৰিনাই চাকুৰ ঘাৰ জোকাৰি সুধিলে। সম্ভৱ হলে তাই তাৰ ব্যৱস্থা কৰিব। পাকৈত ব্যাধ চাকুৰ জালত আজলি হৰিণী মেৰী বান্ধ খালে। পাপী চাকুৰ অপাৰ আনন্দ। ঔষধে কামত আহিছে। সি মুখ ফুটাই কলে—অসম্ভৱ মেৰী, সেইটো অসম্ভৱ। মোৰ দৰে সাধাৰণ চাকৰিয়াল এজনৰ পক্ষে ইমান পৰিমাণ টকা ক'ত পাম। এহেজাৰ দুহেজাৰ নহয় একেবাৰে নগদ পাচ হেজাৰ টকা। ইমান টকা থকা হেতেন ইমান দিন বৰলা ভাত খালোহেতেননে? এতিয়া বিয়া কৰাইও টকাৰ অভাৱত মৰমী ভাৰ্য্যাক এমাহ নহওঁতেই সীতাক বনবাস দিয়া দি এৰি যাব লগা হ'ল। এয়া মোৰ পোৰা

কপাল। ছাল্লা কৰ্ণেলৰ ভৰিত পৰিলো বোলো মোৰ বিয়া কৰোৱা এমাহেই পুৰ হোৱা নাই মোক নপঠাই অন্য এজনক পঠাওঁক। সি বেটাই টকাহে চিনে। সম্পূৰ্ণ পাচহেজাৰ লাগে। এপইছাও নকমায়। যেনিবা তাৰ বাপেকৰ ঘৰৰ জমিদাৰীতহে কাম কৰিছো। মেৰিনাই তাক শান্তনা দি কলে— তুমি পাচহেজাৰ টকাৰ কাৰণে ইমান চিন্তা কিয় কৰিছা চাকু। মোৰ হাতত বৰ্ত্তমান দুহেজাৰ নগদ টকা আছে। বাকী তিনি হেজাৰ কাইলৈ মাৰোৱাৰী দোকানত মোৰ সোণৰ চুৰিযোৰ বিক্ৰী কৰি আনি দিম। কাইলৈ লেওঁবাৰ, নহলে বেঙ্কৰ পৰাই উলিয়াই দিলোহেঁতেন। তুমি টকাৰ কাৰণে চিন্তা কৰিব নেলাগে। এতিয়া শান্তিৰে শুই থকা। চাকুই মেৰিনাৰ লগত আৰু বেছি কথা পাতিব নোৱাৰিলে। হাজাৰ হওঁক তাৰ পাপী মন। এই সহজ সৰল গাভৰুজনীক সি তিল তিল মৰমৰ কোটাত বিষ সুমুৱাই পান কৰাই ধ্বংসৰ মুখলৈ লৈ গৈছে। তাক জানো যীচুৱে ক্ষমা কৰিব? অৱশ্যে পাপকহে যীচুৱে ঘিণ কৰে পাপীক নহয়। নাই নাই সি কেতিয়াও ক্ষমাৰ যোগ্য নহয়। সি কামনা আৰু প্ৰৱঞ্চনাৰ বশবৰ্ত্তী হৈ সুস্থ মগজে দুখন ঘৰৰ সৰ্ব্বনাশ সাধন কৰিবলৈ ওলাইছে। সি তিনিটা সন্তানৰ পিতৃ। তাৰ বদলিৰ হুকুম আজি এমাহ আগতে হৈ গৈছে। সেই মৰ্মে তাৰ একে গাওঁৰে সহকৰ্মী কে এম. জনৰ সৈতে তাৰ পৰিয়াল এমাহ আগতেই তাৰ ঘৰ কেৰেলালৈ পঠাই দিছে। তাৰ নিজ কোৱাটাৰকে বাইদেউ ভিন্‌দেউৰ কোৱাটাৰ বুলি আজলি মেৰিনাক প্ৰত্যয় জন্মাইছে। সি পৰহি ঘৰলৈ যাত্ৰা কৰিব। মেৰিনাৰ অন্তিম সৰ্ব্বনাশৰ অভিপ্ৰায়েৰে সি চুটি লৈ ৰৈ আছে। কাইলৈ সি এই দুৰাভিসন্ধিত কৃতকাৰ্য্য হব।

ৰাতিপুৱা মেৰিনাই চাহ খাই চাকুক মাত দি দোকানলৈ গুছি গ'ল। পতুলি মুখতে চেৰেলা ঢেকুৰা কুকুৰ এটাই তাইক

বৰকৈ ভুকিব ধৰিলে। তাই তৰা নৰা ছিড়া দৌৰ দিলে। কুকুৰটোয়েও পিছে পিছে খেদি গ'ল। হঠাৎ অন্য এটা কুকুৰ দেখি সি ওভতি দৌৰ দিলে।

দেওবাৰ, বন্ধৰ দিন। বৰবজাৰৰ প্ৰায়বোৰ দোকানেই বন্ধ থাকে। মেৰিনাই দুপৰৰ ভাত সাজ ভনীযেকৰ ঘৰতে খাই বৰবজাৰ পালে। তাই চিধা চগনলাল জয়চোৱালৰ দোকান পালে। ভিতৰ দুৱাৰেদি সোমাই ওতালিকে তাইৰ সোণৰ চুৰিযোৰ বিক্ৰি কৰি তিনি হেজাৰ দুশ টকা পালে। থাছী সোণৰ দাম বেছি। সচাৰচৰ মানুহে হাতৰ কানৰ অলঙ্কাৰ পাতি বিক্ৰি কৰিব লগা হলে মনত বৰ দুখ লাগে। মেৰিনাৰ কিন্তু বৰং আনন্দহে লাগিছে। তাইৰ উদ্দেশ্য মহান। তাই সময় কটাবৰ কাৰণে পৰিচিত মানুহ এঘৰত সোমাল। তাতে জুইৰ চুলাৰ ওচৰত বহি বান্ধৱী এজনীক লগ পাই সময়খিনি কাটি গ'ল। ছয় বজাৰ লগে লগে তাই তাৰ পৰা উঠিল। আধা কেজি মাংস কিনি লৈ চাকুৰ কোৱাটাৰ পালে। মেৰিনাক দেখি চাকু অলপ অপ্ৰস্তুত হ'ল; কাৰণ সি তেতিয়া দুই এটা বস্তু বাকচত ভৰাই আছিল। নোসোধাকৈয়ে সি তাইক কলে—বস্তুবোৰ যেনি তেনি পৰি আছে অলপ চিজিল কৰিছো। মেৰিনাক আজি খুব উৎফুল্লিত দেখা গ'ল। তাই মোনাৰ পৰা টকাখিনি চাকুৰ হাতত দি কলে— এয়া লোৱা, মই বন্ধা বঢ়াত লাগো তুমি এতিয়াই গৈ তোমাৰ চাহাবক লগ ধৰি কামটো সমাধা কৰাগৈ। চাকুই বাধ্য লৰাৰ দৰে টকাখিনি কোটৰ ভিতৰ পকেটত সোমাই লৈ— তেন্তে আহো মেৰি, বুলি খোজ ললে। সি বৰবজাৰতে এনেয়ে এটা পাক মাৰিলে। তাৰপিছত সোমাও নোসোমাওকৈ মদৰ দোকানত সোমাই হাফ্ বটল ব্ৰাণ্ডী এটা লৈ লাহে লাহে কোৱাটাৰলৈ খোজ ললে। ইতিমধ্যে মেৰিনাৰ ভাত দাইল আৰু মাংসৰ জোল বনোৱা শেষ হৈ গৈছিল। চাকু আন

দিনৰ দৰে মেৰিনাৰ ওচৰত স্বাভাৱিক হব পৰা নাছিল। তাৰ যে মন ভাল নাই মেৰিনাই ভুল্ কিব পাৰিলে। তাইৰ চিন্তা হ'ল কামটো নহল নেকি? তাই চাকুক লাহেকৈ সুধিলে— কোৱাছোন কামটো হ'লনে?

সি একেধাৰে উত্তৰ দিলে— হ'ল, বুজিছা; কোনো ৰকম হ'ল যেনিবা। চাকু শোৱা কমত গৈ এটাচিটো খুলি টকাখিনি ভৰাই থলে। মেৰিনা পাকঘৰলৈ গ'ল। চাকুৱে মেৰিনাৰ হাতত পাক-ঘৰত গৈ বটলটো উলিয়াই দি দুটা গিলাচ আৰু পানীৰ জ'গটো ওচৰলৈ আনি মূৰা এটাত বহিল। মেৰিনাই থাল এখনত মাংস অলপ লৈ তাৰ ওচৰতে অন্য এটা মূৰাত বহিল। বটলৰ পৰা গিলাচত মদ ঢালি লোৱা মেৰী বুলি সি আৰম্ভ কৰি দিলে। গিলাচৰ মদ শেষ হ'ল। কাৰো মাত বোল নাই। নিস্তব্ধতা ভঙ্গ কৰি মেৰিনাই মাত মাতিলে—কি হ'ল তোমাৰ চাকু, তোমাৰ মুখত দেখো আজি কথাই নোলায়। এপেক পেটত পৰিলে আখৈ ফুটা মানুহজনৰ আজি কিহে মাত হৰিলে।

—নহয় অ' তুমি চাকৰিৰ মায়াৰ কথা কি বুজিবা। মই বদলি ৰদ কৰাৰ কাৰণে এতিয়া প্ৰমোচনৰ হক এৰিব লগা হলোঁ। সি নাক মোচাৰী বুদ্ধি উলিয়ালে।

—থ' থ' তোমাৰ প্ৰমোচন। আমাক আকৌ কিহৰ প্ৰমোচন লাগিছে। এনেকৈ থাকিব পাৰিলেই হব। তুমি তিনি বছৰ পিছত আৰু চাকৰিয়েই কৰিব নেলাগে। মোৰ 'জোৱাই' টাউনত মাৰ ফালৰ পৰা বহুত মাটি আছে। মই মাৰ সৰু ছোৱালী। আমাৰ দস্তুৰ মতে সম্পত্তিৰ সিংহ অংশ সৰু ছোৱালীজনীৰহে। মই ইচ্ছা কৰিলে তাৰ মাটি বিক্ৰি কৰি শ্বিলঙত ঘৰ বাড়ী কৰিব পাৰো। ইমান দিন মোৰ মন ভাল নাছিল কাৰণে তাকে কৰা নাছিলো। তুমি ইচ্ছা কৰিলে এতিয়াই চাকৰি এৰি দিব পাৰা। চাকু যিমানেই

প্রৱঞ্চক নহওঁক মেৰিনাৰ প্রেমে, তাইৰ ত্যাগে, তাই তাক লৈ কৰা ভৱিষ্যতৰ পৰিকল্পনাৰ আচনিয়ে তাক বাৰুকৈ বিচলিত কৰিলে। কিন্তু তাৰ এতিয়া প্রৱঞ্চনাৰ বাহিৰে গত্যন্তৰও নাই। এফালে মেৰিনাৰ অকপট প্রেম আনফালে দহ বছৰীয়া বৈবাহিক জীৱনৰ স্বাক্ষৰ তিনিটা নাবালক শিশু আৰু ধর্ম পত্নী কেথোৰীণ। কেথোৰীণে হয়তো এতিয়া তেওঁৰ স্বামী কেতিয়া ঘৰ পাবহি— চিন্তাত ক্ষণ গণিছে। তেওঁলোকৰ ছবছৰীয়া লৰা জোচেফে সদায় মাকক কৈ আছে দেউতাকে তাৰ কাৰণে শিলঙৰ পৰা সুন্দৰ চুৱেটাৰ লৈ আহিব। ছোৱালী তুজনীয়েতো ইজনীয়ে সিজনীৰ লগত কাজিয়াই লাগে দেউতাকে কাৰ কাৰণে বেছি ধুনীয়া চুৱেটাৰ আনিব বুলি। সোনকালে খোৱা শেষ কৰি সিহঁত বিচনাত বাগৰ দিলে। ৰাতি পূৱা চাকু বিচনাৰ পৰা সোনকালে উঠি পোনে পোনে পাকঘৰলৈ গৈ চাহ তুকাপ কৰিলে। মেৰিনাক জগাই দি সোনকালে মুখ ধুবলৈ কলে। তুয়ো একেলগে বহি চাহ খালে। বোধহয় এয়েই মেৰিনাৰ লগত শেষ চাহ। চাহৰ কাপত সোহা মাৰি চাকুই মেৰিনাক কলে- তুমি আজি ইয়াৰ পৰা সোনকালে ওলাই যাব লাগিব মেৰী। আমাৰ আজি লাইন পৰিদর্শন আছে। চালাহঁতে তোমাক ইয়াত দেখিলে বিয়াৰ পার্টি ধৰিব। এনেয়ে খালী হাত। পিচে পৰে বাইদেউহঁত আহিলে পার্টি দিম। মেৰিনাই তাৰ কথা কেইটা শুনি বৰ আমোদ পালে। তাই কাপোৰ কানি থিক কৰি যাবলৈ সাজু হ'ল। যাবৰ সময়ত তাই চাকুক এটা চুমা খালে। চাকুৰ কোনো অনুভৱেই নহ'ল। তাই গ'ল। সি লৰালৰিকৈ বস্তু বাহিনিবোৰ বান্ধি বাহিৰ কৰি তুৱাৰত তলাটো লগাই গুচৰৰ কোৱাটাৰৰ মানুহজনক চাবি পাত ছমজাই দি টেক্সী বিচাৰি গ'ল। তিনি আলিৰ চুকতে সি টেক্সী এখন পালে। আগে পিছে দহবাৰ দৰদাম খেলা চাকুই টেক্সী ড্রাইভাৰক শিলং গুৱাহাটী বাছ ষ্টেচনলৈ যাব

বুলি কৈ বস্তু বাহানিবোৰ তুলি টু শব্দ নকৰাকৈ ষ্টেচন পালে। সি অগ্রিম টিকেট লৈ থৈছিল। দহ মিনিট পিচতে গাড়ী এৰিলে। সি বৰ অশান্তিবোধ কৰিলে। গৃহমুখী যাত্রীৰ অপাৰ আনন্দ। কিন্তু চাকুৰ এখন ঘৰ যে চিৰদিনৰ কাৰণে ইয়াতে বৈ গ'ল। এজনী সৰল নিৰপৰাধী গাভৰুক সুপৰিকল্পিত ভাৱে সি সৰ্ব্বনাশ কৰি গ'ল। তিনি ঘণ্টাই যেন তাৰ তিনি দিন। ওচৰতে বহা ভদ্রমহিলা গৰাকীৰ মুখৰ পিনে সি চাব নোৱাৰিলে। সি যেন সমগ্র নাৰী জাতিকে প্রতাৰণা কৰিছে। গুৱাহাটী পাই সি পিছ দুৱাৰেদি কোচিন এক্সপ্রেচৰ টিকেট এটা সংগ্রহ কৰিলে। তিনিদিনৰ মূৰত সি ঘৰ পাব আৰু ঘৈণীয়েক কেথোৰীণৰ ওচৰত আকৌ প্রৱঞ্চনাৰ পোহাৰ মেলি দিব হয়তু কব—মোৰ মৰমৰ কেথোৰীণ আজি এমাহ যে মই তোমাৰ বিৰহত কেনেকৈ দিন কটাইছো তাক যীচুইহে জানে! সৰল কেথোৰীণৰ দুচকুৰেদি দুধাৰী লোতক বৈ আহিব। সি জানো কেথোৰীণৰ চকুৰ পানীত মেৰিনাৰ প্রতিবিম্ব নেদেখিব? নেদেখিবও পাৰে, তাৰ জানো বিবেক বোলা বস্তু এটা আছে? থকাহেতেন সি ভাৰতবৰ্ষৰ ইমূৰ আৰু সিমূৰৰ দুজনী গাভৰুৰ জীৱন ধ্বংশ কৰিব ওলাব পাৰে?

আনদিনৰ দৰে মেৰিনাই দোকান বন্ধ কৰি আবেলি আঠ বজাত চাকুৰ কোৱাটাৰ পালে। দুৱাৰত তলা দেখি মেৰিনা বাহিৰতে বৈ থাকিল। চাওঁতে চাওঁতে আধা ঘণ্টা অতিবাহিত হ'ল। চাকুৰ কোনো খবৰ নাই। মেৰিনা অধৈৰ্য্য হৈ ওচৰৰ কোৱাটাৰটোত খবৰ কৰিলে। কোৱাটাৰটোৰ গৰাকী চৰ্দাৰ্জী ওলাই আহি মেৰিনাক কাক বিচাৰিলে সুধিলে। তাই মিঃ চাকুক লগ পাব লাগে বুলি জনালে। চৰ্দাৰ্জীয়ে চাকু আজি পুৱাই ঘৰলৈ যোৱাৰ কথা কলে আৰু লগতে ইয়াকো জনালে যে সি আৰু ইয়ালৈ নাহে। তাৰ এমাহ আগতে বদলি হৈছে। যোৱা মাহতে তাৰ পৰিয়াল ঘৰলৈ

পঠাই দিছে। সি এই মাহটো ইয়াত কিয় বৈ আছিল আমি নেজানো। চৰ্দাৰজীৰ পৰা চাকু যে বিবাহিত আৰু লৰা-ছোৱালীও আছে সেই কথা জানিব পাৰি মেৰিনাৰ মূৰ আচন্দ্ৰাই কৰি মাটিত পৰি গ'ল। চৰ্দাৰজীয়ে তাইক তুৱাৰ মুখৰ পৰা ডাঙি তাৰ ড্ৰয়িং ৰুমৰ চোফাখনৰ ওপৰত শুৱাই দিলে। চৰ্দাৰজীৰ মিচেছও মেৰিনাৰ ওচৰ পালেহি। দহ পোন্ধৰ মিনিট চৰ্দাৰ দম্পতিৰ শুশ্ৰূষাৰ ফলত মেৰিনাৰ চেতনা ঘূৰি আহিল। তাই আৰু চাকুৰ মাজত আজি এমাহে ঘটি যোৱা সকলো কথা চমুকৈ তেওঁলোকৰ আগত প্ৰকাশ কৰিলে। তেওঁলোকে মেৰিনাৰ দুখত দুখ প্ৰকাশ কৰি সাধ্যাব্য সকলো সাহার্য্য আগবঢ়াবলৈ তাইক প্ৰতিশ্ৰুতি দিলে। যদি মেৰিনাই ইচ্ছা কৰে তেন্তে সকলো কথা মেৰিনাক লৈ গৈ তেওঁলোকৰ কমাণ্ডিং অফিছাৰক ৰিপোৰ্ট কৰিব পাৰে। এই চালা চুৰকা বাটছা চাকু, আমাৰ ফৌজৰ বদনাম আনিলে। তাক আমাৰ কোনো ফেমেলি লাইনৰ মানুহে বিশ্বাস নকৰে। তাৰ স্বভাৱ হমেচা এই ৰকম। মেৰিনাই মৰ্মান্তিক আঘাট পালে। এই ঘটনাৰ কাৰণে দায়ী তাই নিজেই। তাই সহজতে মানুহক বিশ্বাস কৰে। তাই অচিন কাঠৰ ঠোৰা লগাব নেলাগিছিল। তাই চাকু আৰু তাইৰ সম্বন্ধটো এটি কু-স্বপ্ন বুলিয়েই ভাবি চৰ্দাৰ দম্পতিক অনুৰোধ কৰি কলে যেন সিহঁতৰ এই ঘটনাটো কাৰো আগত প্ৰকাশ নকৰে। বিশেষকৈ চাকুৰ যাতে কোনো ভবিষ্যত অসুবিধা নহয়। মেৰিনাই চৰ্দাৰ দম্পতিৰ পৰা বিদায় লৈ ৰাস্তাত উঠিল। তাইৰ সংসাৰখন নিৰাশ যেন লাগিল। এবাৰ আত্মহত্যা কৰাৰ চিন্তাই কৰিলে। ভাবি ভাবি তাই বহুদূৰ পালে। সন্মুখত ৰঘাট হস্পিটেলৰ বিৰাট লাইটটো দেখিলে। কব নোৱাৰাকৈ হস্পিতেলৰ পদুলি সোমাই গ'ল। মেৰিনাক অস্বাভাৱিক অৱস্থাত দেখি হিউজ চাহাবে তাইক তাইৰ কোনোবা টান ৰোগী আছে নেকি সুধিলে। মেৰিনাই

ডাঃ হিউজক চিনি নেপায়।

—আপুনিনো কোন ? মেৰিনাই হিউজক প্ৰশ্ন কৰিলে।

- মই এই হস্পিতেলৰ চুপাৰীণ্টেনডেণ্ট-ডাঃ হিউজ।

—তুমি ডাক্তৰ, তোমালোক ডাক্তৰবোৰে এতিয়াও মানুহৰ আচল বেমাৰ চিনিব পৰা নাই। এই যে ভদ্ৰ মানুহবোৰৰ পাশবিক বেমাৰটো। সেই ৰোগটো ভাল কৰিব পাৰিবা ? জ্বৰ বেমাৰ, কটা কুটা ঘা-ফোহোৰা আদি বেমাৰ জীৱ মানেই হয়। ডাক্তৰ নহলেও সেইবোৰ ভাল হৈ যাব। কিন্তু তোমালোক ভদ্ৰ মানুহবোৰ, তোমালোকে যাক সুস্থ বোলা সেইবোৰ মানুহৰ বেমাৰহে আগতে চিকিৎসা কৰা। এইবোৰ বেমাৰ বৰ সংক্ৰামক। সমাজখন নষ্ট কৰিছে। ডাক্তৰ হিউজে মেৰিনাৰ মুৰত ধৰি খাটীতে ক'লে—

—হে ভনী, তোমাক যীচুৱে সহ্য কৰা শক্তি প্ৰদান কৰক ! মই বুজিছো তুমি নিশ্চয় কিবা দাৰুণ আঘাট পাইছা। ধৈৰ্য্য ধৰা যীচুতকৈ তুমি বেছি কষ্ট পোৱা নাই। মানুহৰ শান্তিৰ কাৰণে তেওঁ জা.না ক্ৰুচবিদ্ধ হৈ তিল তিলকৈ যন্ত্ৰনা ভুগি মৃত্যু হোৱা নাই। ধৈৰ্য্য ধৰা ভনী ধৈৰ্য্য ধৰা।

—মেৰিনা হিউজ চাহাবৰ ভৰিত পৰি কান্দিব ধৰিলে। হিউজ চাহাৱে মেৰিনাক তুলি ধৰিলে।

—কোৱা ভনী মই তোমাক কিবা সহায় কৰিব পাৰোনে ?

—মোক এটা কাম লাগে। তোমাৰ হস্পিতেলতে। ইয়াৰ বাবে মোক কোনো দৰমহা পাতি নেলাগে। লাগিব মাথোন খোৱা থকাৰ ব্যৱস্থা। মই ৰোগীক পৰিচাৰ্য্য কৰিম। গোটেই জীৱন সিহঁতৰ মলমুত্ৰ চাঁফা কৰিম। পাৰিবা ? ডাক্তৰ হিউজে মেৰিনাক ভিতৰলৈ লৈ গৈ এজনী ইউৰোপীয়ান মেট্ৰোনক চম্ জাই দি নিৰ্দ্দেশ দিলে—আজিৰ পৰা এওঁ এই হস্পিতেলত আয়া হিচাবে কাম কৰিব। তাইৰ নাম ঠিকনা লিখি লোৱা। খোৱা থকা ব্যৱস্থা সুন্দৰ ভাবে

কৰি দিবা। সেইদিন ধৰি মেৰিনা সেই হস্পিতেলত বিশবছৰ সেৱা মনোবিত্তিৰে কাম কৰি যোৱা মাহত অৱশৰ লৈছে। ৰবাট হস্পিতেলৰ ডাঃ হাজৰিকাৰ লগত চীফ ইঞ্জিনীয়াৰ বসুমতাৰী চাহাবৰ বহুদিনৰ বন্ধুত্ব। তেওঁৰেই মেৰিনা কণ্ডক বহুতো বুজাই মেলি পবিত্ৰৰ তত্বধানৰ কাৰণে লৈ আহিছিল বসুমতাৰীৰ ঘৰলৈ। সন্তানৰ মুখ নেদেখা মেৰিনাই পবিত্ৰক পাই এক নতুন জীৱন পালে। পবিত্ৰৰ দেউতাক বীৰেণ বসুমতাৰী কম দিনৰ ভিতৰতে মেৰিনা কণ্ডৰ কামত সন্তুষ্ট হৈ পৰিল। ঘৰৰ সকলো কাম আন্তৰিকতাৰে কৰি গ'ল। পবিত্ৰক স্কুললৈ লৈ যোৱা, তাৰ খোৱা লোৱা উৰা-পিন্ধাৰ তত্বধান লোৱা মেৰিনা কণ্ডৰ প্ৰধান কাম। লাহে লাহে মেৰিনা কণ্ড এই ঘৰখনৰ আয়াৰ পৰা এক অপৰিহাৰ্য্য পৰিয়ালত পৰিণত হ'ল। আনকি আজি কালি বসুমতাৰী চাহাবে ক'ৰবালৈ যাব লগা হলে মেৰিনা কণ্ডক কৈহে যায়। মেৰিনাৰ মাতৃ সুলভ স্বভাৱে বসুমতাৰী চাহাবক সকলো ফালৰ পৰা উপকৃত কৰিছিল। মেৰিনাক ঘৰখনৰ সম্পূৰ্ণ দায়ীত্ব দি বসুমতাৰী চাহাব অলপ মুকলি মুৰীয়া হব পাৰিছিল। পবিত্ৰইও মেৰিনাক পাই আইতাক পোৱা বুলি ভাবিছিল। এনেকৈয়ে মোহিনীৰ মৃত্যুৰ পিছৰ পৰা ঘৰখনৰ হেৰাই যোৱা ৰং পুনৰ ঘূৰি আহিল। এৰা, নাহিবনো কিয়! মেৰিনাকণ্ডৰ প্ৰত্যেকটো কামতে প্ৰাণ আছে। তাই জীৱনত কামকেই মৰ্য্যদা দি আহিছে। বসুমতাৰী চাহাবৰ ভাগ্যৰ বলতহে মেৰিনা কণ্ডৰ দৰে সৰ্ব্বগুণ সম্পৰ্না মানুহ এগৰাকী মিলিছে। বসুমতাৰীৰ ঘৰত মেৰিনাৰ নতুন জীৱন আৰম্ভ হ'ল।

—●—

## ॥ চাৰি ॥

মেজৰ বসুমতাৰী আগৰ থাকোতে নিয়মীয়াকৈ ক্লাবলৈ অহা যোৱা কৰিছিল। চিভিল চাকৰিত সোমোৱাৰ পৰা প্ৰায় ক্লাব আড্ডা বাদেই পৰিছিল। তথাপিও বসুমতাৰী চাহাব খিলং ক্লাবৰ সভ্য আছিল। মোহিনীৰ মৃত্যুৰ পিছৰ পৰা সেইফালে মুখ কৰা নাই। ঘৰ এৰি পবিত্ৰক এৰি থৈ ক্লাবত যোগ দিয়া সম্ভৱ নহয় আৰু তেনে মানষিকতাও নাই। কিন্তু মেৰিনা কও অহাৰ পৰা আজি কালি আকৌ দুই এদিন খিলং ক্লাবলৈ অহা যোৱা কৰা হ'ল। মনটো অলপ ভাল লাগে। এনেকৈয়ে দুটা বছৰ অতিবাহিত হ'ল। ঘৰখনত মেৰিনাৰ বাহিৰেও আৰু এজন কাম কৰা নেপালী মানুহ আছে। মেৰিনাৰ তত্বাবধানত ঘৰখন সুন্দৰকৈ চলিছে। বসুমতাৰী চাহাব কেতিয়াবা দেৰিকৈ ঘূৰিলে মেৰিনাই বসুমতাৰী চাহাবক বৰ বেয়াকৈ বকে। বসুমতাৰী চাহাবে তাৰ অকনো প্ৰতিবাদ নকৰে। কিন্তু তেওঁৰ স্বভাৱৰ হলে পৰিবৰ্ত্তন নহ'ল। কেতিয়াবা তেওঁ ঘৰলৈ ঘূৰোতে বাৰ এটা বাজে। প্ৰায়ে ভাত পানী নোখোৱাকৈ শুই থাকে। পবিত্ৰ তেতিয়া এড্‌মাণ্ডচত কে. জি ক্লাছত পঢ়ে। সেইদিনা বোধহয় শনিবাৰ আছিল। অন্য দিনৰ দৰে বসুমতাৰী চাহাব নতুন ফীয়েটখন লৈ ক্লাবলৈ গ'ল।

ক্লাবত দুই তিনি ঘণ্টা জুৱা খেলি প্ৰায় দুই তিনিহেজাৰ টকা হাৰিল। মনত বেয়া লাগি আকৌ বাৰত সোমাল। এপেক দুপেককৈ আধা বটল 'ভট' শেষ কৰিলে। এনেতে সোমাই আহিল মিঃ প্ৰশান্ত চৌধুৰী লগত তেওঁৰ মিচেছ। শ্বিলঙৰ বিখ্যাত ব্যৱসায়ী চৌধুৰীৰ কোনো লৰা ছোৱালী নাই। স্বামী স্ত্ৰী দুয়ো শ্বিলং ক্লাবৰ আজীৱন সভ্য। দুয়ো সমানে মদ জুৱাত আসক্ত। তেওঁলোক দুয়ো 'বাৰ'ৰ এটা চুকত অন্য এটা অচিনাকি পেয়াৰৰ লগত বহি মধুৰ চিপ মাৰি আছিল। বসুমতাৰী চাহাবে অকলে অকলে বহি খাই থকা দেখি মিচেছ চৌধুৰী ওচৰলৈ আহি দুই এটা কথা পাতিলে। বসুমতাৰী চাহাবে সৌজন্যৰ কাৰণে মিচেছ চৌধুৰীক আপত্তি নেথাকিলে তেওঁৰ লগত অলপ বহিব পাৰে বুলি অনুৰোধ কৰিলে। মিচেছ চৌধুৰী আপত্তি নকৰি ওচৰতে বহিল। বসুমতাৰী চাহাবে বিয়েৰাৰক মাতি এটা গিলাচ আৰু হাফ্‌প্লেট চিকেনফ্ৰাইৰ অৰ্ডাৰ দিলে। দুই তিনি মিনিট পিচত গিলাচ আৰু মাংসৰ প্লেট আহিল। বসুমতাৰী চাহাবে গিলাচটোত মদ ঢালি দি মিচেছ চৌধুৰীক লবলৈ অনুৰোধ জনালে। এপেগ দুপেগকৈ বটল শেষ হ'ল। বসুমতাৰী চাহাবে পুনৰ এবটল অনালে। মিচেছ চৌধুৰীও সমানে সমানে পী গ'ল। তেওঁৰ চকু মুদ খাই আহিব ধৰিলে। এনেতে মিঃ চৌধুৰী শ্ৰীমতীৰ ওচৰলৈ ঢলং পলংকৈ আহি ইংৰাজীতে কলে—তেওঁৰ হেনো কোনো কোম্পানীৰ মানুহ ব্যৱসায়ী সংক্ৰান্তত বম্বেৰ পৰা আহি পাইনউড্‌ হোটেলত বৈছেহি। এইমাত্ৰ চৌধুৰীলৈ খবৰ পঠাইছে। তাত গৈ চৌধুৰী পাৰ্টিটোক লগ ধৰিব লাগে। তেওঁ নাটকীয় সুৰত কলে - বুজিছা বিমলা, মাইডাৰ্লিং, বম্বেৰ মক্কেল। সহজে এৰিব নোৱাৰি। লাখ টকাৰ ব্যাপাৰ। তুমি বসুমতাৰী চাহাবৰ লগত এন্‌গেজ থাকা, মই এক ডেৰ ঘণ্টাৰ পিছত আহি তোমাক লৈ যামহি। মিচেছ চৌধুৰী কোনো কথা

নাই বুলি সম্মতি জনাই চৌধুৰীক বিদায় দিলে। মিচেছ চৌধুৰী আৰু বসুমতাৰী মিলি বটলটো শেষ কৰিলে। মিচেছ চৌধুৰীৰ মুৰ থিৰকৈ ৰাখিব নোৱাৰা অৱস্থা হ'ল। বাৰে বাৰে বসুমতাৰী চাহাবৰ গলত ধৰি হাঁহিব ধৰিলে। বসুমতাৰী চাহাবে যিমান মদ খালেও মাতাল নহয়। বৰং গম্ভীৰহে হয়। মিচেছ চৌধুৰীৰ অপ্ৰত্যাশিত আচৰণত অলপ অশ্বস্তিবোধ কৰিলে যদিও ৰাতি বাৰ বজাত ভদ্ৰ মহিলা এগৰাকীক ক্লাবত কেনেকৈ অকলে এৰি আহে। তেওঁ বৰ চিন্তাত পৰিল। ডেৰ ঘণ্টাৰ কথা কৈ এতিয়া ৪ ঘণ্টাতো ঘূৰি নাহিল। কি কৰা যায় এতিয়া! মিচেছ চৌধুৰীয়ে বিয়েৰাৰক জোৰকৈ মাতিলে। সি আহি হাজিৰ হ'ল। এবটল হুইস্কী আনিবলৈ এশ টকীয়া নোট এখন বেগৰ পৰা উলিয়াই দিলে। লৰাজনে অনুৰোধৰ সুৰত তেওঁক কলে—

—মেম চাহাব, আৰু খাব নেলাগে। ৰাতি বহুত হ'ল। আপোনালোক উঠিবলৈ যত্ন কৰক। মিচেছ চৌধুৰীয়ে তাক বহুত অবাইছ মাত মাতি সি যদি মিচেছ চৌধুৰীৰ আদেশ পালন নকৰে তেন্তে তাৰ চাকৰি কালিৰ পৰা নাই বুলি তাক সতৰ্ক কৰি দিলে। সি বহু আগ পিচ ভাবি শটকীয়া নোটটো লৈ ভিতৰলৈ গ'ল। অলপ সময়ৰ পিছত হাতত বটল এটা লৈ মিচেছ চৌধুৰীৰ টেবুলত থলে। লগতে পকেটৰ পৰা পঞ্চাশ টকীয়া নোট এখনো টেবুলতে ৰাখিলে। নোটখন তাৰ গালৈ মাৰি দি মিচেছ চৌধুৰী হাঁহিবলৈ ধৰিলে। সি নোটখন তুলি লৈ মেমচাহাবক চেলাম দি গুচি গ'ল। বসুমতাৰী চাহাবে কাণ্ড দেখি বৰ চিন্তিত হ'ল। মিচেছ চৌধুৰীয়ে টেবুলৰ পৰা বটলটো লৈ একেপাকে সাফৰখন খুলি পেগাই দুয়োটা গিলাচত ঢালি আকৌ বটলত সাফৰটো মাৰি থলে।

—বসুমতাৰী চাহাব, কি ভাবিছে লওঁক, ডেকা মানুহ কি ভয় কৰিছে সন্তৱ ঘৰততো মিচেছ নাই। বসুমতাৰী একো উত্তৰ নিদি

গিলাচ তুলি ললে। সেই বটলেৰে দুয়ো আৰু এঘণ্টা কটাই দিলে। মিচেছ চৌধুৰী টেবুলত মূৰ থৈ শুই পৰিল। বসুমতাৰী চাহাবে নিজকে সংযত ৰাখিবলৈ যত্ন কৰিলে তেওঁৰো অৱশ্যে নিচা নোহোৱা নহয়। কিন্তু তেওঁ বৰ বিপদত পৰিল।

—মিচেছ চৌধুৰী এতিয়া কি কৰা যায়? ৰাতি বহুত হ'ল। মিঃ চৌধুৰীৰ ঘূৰি অহা আশা খুব কম যেন লাগিছে। মিচেছ চৌধুৰী নিমাত।

—বলক মিচেছ চৌধুৰী আপোনাক মই আপোনাৰ ঘৰত থৈ যামগৈ। অৱশ্যে মই আপোনাৰ ঘৰৰ সঠিক ঠিকনা নেজানো। আপুনি কব লাগিব।

—অ' মোৰ ঘৰ, মানে আমাৰ ঘৰ, সেই ৰিলবগুত।

—বলক তেন্তে। দুয়ো ধৰাধৰিকৈ ৰুমৰ বাহিৰ ওলাল। বাহিৰত পাৰ্ক কৰি থোৱা গাড়ীখনত মিচেছ চৌধুৰীক উঠাই লৈ বহু কষ্ট কৰি গাড়ী ষ্টাৰ্ট দিলে। মাজে মাজে ৰাস্তাৰ কেঁকুৰীত মিচেছ চৌধুৰী বসুমতাৰীৰ গাতে হালি পৰিছিল। কিন্তু ৰাস্তাত কোনো কথা বতৰা হোৱা নাছিল গাড়ী গৈ দেৱ কুমাৰ হলৰ সন্মুখত ৰ'ল।

—মিচেছ চৌধুৰী আপোনাৰ ঘৰ কোনখিনিত?

মিচেছ চৌধুৰী নিমাত।

বসুমতাৰী চাহাব এতিয়া বৰ নিৰোপায়ত পৰিল। এতিয়া ৰাতি দুই বজাত কাৰ ঘৰত বে'ল বজাই ঘৰৰ ঠিকনা লব! অৱশেষত মিচেছ চৌধুৰীক ঘাৰত ধৰি জোকাৰি প্ৰকৃতস্থ কৰিবলৈ যত্ন কৰিলে। তেওঁ চকু মেলি চালে।

—মিচেছ চৌধুৰী, আপোনাক যদি মই মোৰ ঘৰলৈ লৈ যাওঁ, আপত্তি আছে নেকি?

—সেই কথা মিঃ চৌধুৰীক সোধাহেতেনেই ভাল আছিল। মোক সোধাৰ কি যুক্তি আছে? ৰাতি ন বজাৰ পৰা যদি ৰাতি ২ বজালৈ

আপোনাৰ লগত থাকিব পাৰো তেন্তে বাকী তিনি ঘণ্টাও অনায়াসে থাকিব পাৰিম। আকৌতো কাইলৈ ৰাতি লগ হয়েই।

বসুমতাৰী চাহাবে গাড়ী ঘূৰাই দিলে আৰু জোৰে একচেলেটৰ ডবাই দিলে। জনশূন্য পথত গাড়ী আশী কিলোমিটাৰ স্পীডত চলিল। গাড়ী গৈ মুহূৰ্ত্ততে বসুমতাৰী চাহাব গেটৰ সন্মুখত ৰ'ল। হৰ্ণ শুনি নেপালী চকীদাৰজনে গেট খুলি দিলে। গাড়ীৰ পৰা নামি দুয়ো ৰুমৰ ভিতৰ সোমাল। ড্ৰয়িং ৰুমত মিচেছ চৌধুৰীক বহুৱাই থৈ বসুমতাৰী চাহাব শোৱা ৰুম পালে। তাৰাতাৰীকৈ কাপোৰযোৰ বদলি কৰি চপল-যোৰ ভৰিত দিছেহে মাথোন এনেতে মিচেছ চৌধুৰী গৈ তেওঁৰ শোৱা ৰুম পালে। চেণ্ডেলযোৰ খুলি পেলাই মিচেছ চৌধুৰী বসুমতাৰী চাহাবৰ বিচনাতে শুই পৰিল। বসুমতাৰী চাহাবে কোনো আপত্তি নকৰি ৰুমৰ দৰ্জাখন বন্ধ কৰি মিচেছ চৌধুৰী লোৱা লেপখনৰ এফাল টানিলৈ বেড চুইচটো নুমাই দিলে। বসুমতাৰী চাহাবে সচাৰচৰ দেহৰ উত্তাপতকৈ আজি বেছি উত্তাপ অনুভৱ কৰিলে। বসুমতাৰী চাহাবৰ ইমান দিনৰ সংযম হঠাৎ হেৰুৱাই পেলালে। তেওঁ মিচেছ চৌধুৰীক আকোৱালি ধৰি বুকুৰ মাজলৈ টানি আনিলে। মিচেছ চৌধুৰীয়ে মিঃ বসুমতাৰী আৰু মিঃ চৌধুৰীৰ মাজত কোনো পাৰ্থক্য অনুভৱ নকৰিলে।

বসুমতাৰী চাহাবৰ ন বজাত টোপনি ভাঙিল। মিচেছ চৌধুৰী তেতিয়া শুইয়ে আছিল। দৰ্জা খোলা দেখি বাহাদুৰে দুকাপ চাহ আনি টেবুলত থৈ গুছি গ'ল। মিচেছ চৌধুৰীক বসুমতাৰী চাহাবে গাত ধৰি জগাই দিলে। মিচেছ চৌধুৰী দুটামান হামি মাৰি উঠি বহিল। বসুমতাৰীয়ে চাহৰ কাপ এটা তেওঁৰ হাতত তুলি দিলে। দুয়ো বিচনাতে বহি চাহ খালে।

—যোৱা ৰাতিৰ ঘটনাৰ কাৰণে মই বৰ দুখিত মিচেছ চৌধুৰী। সোনকালে কাপোৰ কানি পিন্ধক। মই আপোনাক ঘৰত থৈ আহো।

—ইমান উদ্বিগ্ন কিয় মিঃ বসুমতাৰী। যাৰ বুঢ়ী গাই পোতত পৰিছে সিহে লেজত ধৰা উচিত। মোৰ কি ইজ্জত নাই, বাধ্য হৈ মই ৰাতি আনৰ ঘৰত আশ্ৰয় লব লগা হলো? ভাবি চাওঁক, দোষ কাৰ। দুৰ্ঘটনাৰ কাৰণে আপোনাৰ ওচৰত এৰি থৈ চাৰি ঘণ্টাত খবৰ নাই। মিঃ চৌধুৰী জানো মোৰ খবৰ কৰা কৰ্ত্তব্য নাছিল। ব্যক্তিগত কথা আনৰ ওচৰত প্ৰকাশ কৰিলে ঘৰৰ সন্মান হানি হয় সঁচা কিন্তু মই বাধ্য হৈ কবলৈ ওলাইছো মিঃ বসুমতাৰী। মই মিঃ চৌধুৰীৰ চৰিত্ৰৰ কথা ভালকৈ জানো। আজি এবছৰ ধৰি ঘৰত কাম কৰা কাঞ্চনীৰ গাভৰু ছোৱালী 'লিলি'ৰ লগত অবৈধ সম্পৰ্ক। আজি ৰাতি হয়তু মোক এৰি থৈ সুবিধাতো লৈছে। বেচেৰা চৌধুৰীক সন্তান লাগে। মই যে সন্তান দিব নোৱাৰো তাক চৌধুৰীয়ে জানে। গতিকে তেওঁ মোৰ পৰা আতৰিবলৈ বহুদিনৰ পৰাই যত্ন কৰি আছে। যোৱা ৰাতি যেনিবা সুবিধা ক'ন মিলিল। আপোনাৰ বোধহয় সন্তান আছে মিঃ বসুমতাৰী?

—হয় আছে। পাছবছৰীয়া লৰা এজন আছে।

—সুন্দৰ কথা। আপোনাক বোধহয় আৰু সন্তান নেলাগে?

—মোক সন্তান লগা নলগা প্ৰশ্নটো ইয়াত কেনেকৈ আহিল মিচেছ চৌধুৰী? অৱশ্যে মোৰ আৰু সন্তানৰ প্ৰশ্ন নুঠে। ভগবানে লৰাজনক ভালে কুশলে ৰাখিলেই মোৰ সুখ।

—মিঃ বসুমতাৰী মই যদি আপোনাৰ ঘৰত মিঃ চৌধুৰী মোক নিবলৈ অহালৈকে অতিথি হৈ থাকো তাত আপোনাৰ কিবা আপত্তি আছে নেকি?

—আপত্তি নাই যদিও মই অৱশ্যে আজি টেলিফোনেৰে মিঃ চৌধুৰীক কথাতো জনাব লাগিব।

—তেন্তে তকে কৰক মিঃ বসুমতাৰী চাহেব। মিঃ বসুমতাৰীয়ে বেল বজাই বাহাদুৰক মাতিলে। সি কমত হাজিৰ হ'ল। তাক

মেমচাহাবৰ কাৰণে ৰাথৰুমত গৰম পানীৰ ব্যৱস্থা কৰি সোনকালে ব্ৰেকফাষ্ট তৈয়াৰ কৰিবলৈ কলে। পা পা ধুই তুয়ো পোন্ধৰ বিশ মিনিটৰ পিছত আকৌ ৰুমত সোমাল। ইতিমধ্যে পবিত্ৰ ৰুমৰ ভিতৰলৈ সোমাই গৈ দেউতাকৰ লগত অচিনাকী তিৰোতা মানুহ এজনী দেখি সাংকৰে বাহিৰ হ'ল। অলপ পিছতে ব্ৰেকফাষ্ট আহিল। পবিত্ৰ এইবাৰ দেউতাকৰ ওচৰতে ব্ৰেকফাষ্টৰ টেবুলত বহি ইফালে সিফালে কৌতুহলেৰে চাবলৈ ধৰিলে। এনেতে মেৰিনা কও সোমাই আহিল। কওে পবিত্ৰৰ ব্ৰেকফাষ্ট মেৰিনাৰ ৰুমত দিয়া বুলি তাক পঠাই দিলে। মেৰিনাই বসুমতাৰী চাহাবক প্ৰত্যক্ষভাৱে আক্ৰোশমূলক ভাৱে সুধিলে— এওঁ কোন? ইমান ৰাতি এজনী তিৰোতা মানুহ লৈ কিয় ঘৰ সোমাব লগা হ'ল?

—মেম চাহাৰ তোমাৰ ঘৰনো ক'ত? কিয়বা ইমান ৰাতিখন আহিব লগা হ'ল? মেৰিনা কওৰ কথাত খঙৰ ভাৱ প্ৰকাশ পাইছিল।

—মিঃ বসুমতাৰী আপুনি মোক কৈছিল আপোনাৰ ঘৰত হেনো এজনী বুঢ়ী খাচী আয়াৰ বাহিৰে কোনো তিৰোতা মানুহ নাই। কিন্তু এই বুঢ়ীজনীৰ কথা শুনি এনে লাগিছে যেন এইজনী আপোনাৰ জন্মদাত্ৰী মাতৃহে। কওঁকছোন বাৰু বসুমতাৰী চাহাব এওঁনো বাৰু কোন? বিৰক্তিৰে মিচেছ চৌধুৰীয়ে বসুমতাৰী চাহাবক প্ৰশ্ন কৰিলে।

—মই থিকেই কৈছিলো আৰু আপুনিও এতিয়া থিকেই বুজিছে মিচেছ চৌধুৰী। মেৰিনা কও আয়া হিচাবে মোৰ ঘৰলৈ আহিলেও এতিয়া তেওঁ আয়া হৈ থকা নাই। তেওঁ মোৰ মাৰ স্থান অধিকাৰ কৰিছে। মেৰিনাই পবিত্ৰক নাতি বুলি স্বজ্ঞানে মানি আহিছে। মই মেৰিনা কওক মাতৃৰ আসন দি গৌৰৱবোধ কৰিছো। প্ৰসঙ্গ সলনি কৰি মিঃ বসুমতাৰীয়ে কওক কলে—

—যোৱা ৰাতি তেওঁৰ বন্ধু মিঃ চৌধুৰী গুৱাহাটীলৈ যাব লগা

হোৱাত আৰু ঘৰত কোনো মানুহ নথকাৰ কাৰণে মিঃ চৌধুৰীয়ে এওঁক মোৰ লগত পঠাই দিলে। তেওঁ ৰাতি ডুটা বজাত গুৱাহাটীলৈ ৰাওঁনা হ'ল। মিঃ চৌধুৰী ঘূৰি নহালৈ মিচেছ চৌধুৰী ইয়াতে থাকিব।

—সেইটো বাৰু বুজিলো। এওঁক মোৰ ৰুমত শুব দিলেই ভাল আছিল। এতিয়াও বাহাদুৰক কৈ তেওঁৰ বিচনা মোৰ ৰুমত কৰাই দিব লাগিব। যিমান দিন থাকে থাকিব মোৰ আপত্তি নেথাকিব। মেৰিনাই কথা কেইটা কৈ ৰুমৰ পৰা সাউৎ কৰে ওলাই গ'ল? মিচেছ চৌধুৰীৰ সকৰ মুখত ডাঙৰ কথা শুনি মনটো বেয়া লাগিল যদিও বসুমতাৰীক এ:কো নকলে।

আজি তিনিদিন হ'ল মিঃ চৌধুৰীৰ কোনো দেখা দেখি নাই; নাই কোনো খৱৰ। অৱশেষ্য বসুমতাৰী চাহাবে পিছদিনাই টেলিফোন কৰি মিচেছ চৌধুৰীক লৈ যোৱা কথা জনালে। উত্তৰত মিঃ চৌধুৰীয়ে সাধাৰণ ভাৱে জনালে যে কোনো চিন্তা কৰাৰ কাৰণ নাই। যেনিবা নিজৰ ঘৰতেই আছে। সময় পালে চৌধুৰী নিজে গৈ লৈ আহিব। আজি চতুৰ্থ দিন। এই তিনি দিন বসুমতাৰীৰ গুৱনি ঘৰতে লুক ধাকৃকৈ ক্লাব চলিল। ৰাতি এখাৰমান বজাত কওৰ ৰুমলৈ শুৱলৈ আহে। পবিত্ৰ সদায় কওৰ লগত শোৱে। মিচেছ চৌধুৰী এই কেইদিনতে পবিত্ৰৰ লগত আপোন হৈ পৰিল যদিও তাক বহু যত্ন কৰিও মিচেছ চৌধুৰীয়ে লগত শুৱাব নোৱাৰিলে। কওে ভাল অসমীয়া জানে। পবিত্ৰক সদায় শুৱৰ সময়ত সাধু শুনায়।

বসুমতাৰী চাহাব অফিচৰ পৰা আহি পোৱাহি নাই। শ্বিলং ক্লাবৰ পিয়ন এজনে আহি কওৰ হাতত এখন চিঠি দি গ'ল। এটি পখিলাৰ ছবি থকা ইংৰাজিতে ৰেডিং বুলি লিখা বন্ধ নকৰা চিঠি এখন। লেফেফাটোৰ ওপৰত সুন্দৰ হাতৰ আখৰেৰে লিখা

মিঃ এণ্ড মিচেছ বসুমতাৰী। বিয়াৰ চিঠি যেতিয়া মেৰিনা কণ্ডে কাৰনো বিয়া বুলি খামৰ পৰা চিঠিখন উলিয়াই চালে। কোনোবা মিঃ চৌধুৰীৰ বিয়া হ'ব কোনোবা মিচ লিলিৰ লগত। সেই উপলক্ষে পাৰ্টি হ'ব শ্বিলং ক্লাবত। গধুলি সাত বজাৰ পৰা আঠৰ ভিতৰত। মেৰিনা কণ্ডে চিঠি আকৌ খামত ভৰাই টেবুলৰ ওপৰত ৰাখিলে। মিচেছ চৌধুৰী অলপ পিছতে পবিত্ৰক লৈ মিঃ বসুমতাৰীৰ শোৱা কমত সোমাল। তেওঁৰ টেবুলৰ ওপৰৰ চিঠিখনত চকু পৰিল। আখৰ কেইটা পৰিচিত যেন লাগিল। এৰা, এয়া তেওঁৰ মিষ্টাৰবে হাতৰ আখৰ। চিঠিখন পঢ়ি চাই মিচেছ চৌধুৰী আচৰিত নহ'ল। এয়া বহুদিনৰ ষড়যন্ত্ৰৰ চুৰান্ত ফল। তেওঁ মনতে ভাবিলে লাঠি মাৰি গঙ্গাতে পেলাবা প্ৰভু। এতিয়া গঙ্গা বৈ থাকিলেই হ'ল। তেওঁ তৎক্ষন্যাত কমৰ পৰা বাহিৰ ওলাল। পাচ বজাত বসুমতাৰী চাহাব অফিছৰ পৰা ঘৰ পালেহি। অফিছতে অতিৰিক্ত চীফ ইঞ্জিনীয়াৰ চাহাবৰ পৰা মিঃ চৌধুৰীৰ তেওঁৰে কাঞ্চীৰ ছোৱালী লিলিৰ লগত বিয়াৰ কথা খবৰ পায। এতিয়া ঘৰত আহি পালে নিমন্ত্ৰণী চিঠি। চিঠিখন পঢ়ি মিচেছ চৌধুৰীক কমলৈ মাতিলে। চিঠিখন মিচেছ চৌধুৰীৰ হাতত দি মুখৰ পিনে চাই ৰল। মিচেছ চৌধুৰী নিমাত।

—আপুনি এতিয়া কি কৰিম বুলি ভাবিছে, মিচেছ চৌধুৰী।

—মই কি কৰিব লাগে তাৰ ব্যৱস্থা ইতিমধ্যে মিঃ চৌধুৰীয়ে কৰিছেই দেখোন।

—মই বুজা নাই—

—বুজিবৰ কিটো আছে ? লেফেফাটোৰ ওপৰত কি লিখিছে পঢ়িলেই বুজিবছোন।

—টেবুলৰ ওপৰৰ পৰা লেফেফাটো তুলি লৈ আকৌ পঢ়িলে বসুমতাৰী চাহাবে— মিঃ এণ্ড মিচেছ বসুমতাৰী। তাৰ মানে

মিঃ চৌধুৰীয়ে তেওঁৰ পত্নীক তেতিয়াই মোৰ চৰণত অৰ্পন কৰি আজি লিলিক বিয়া কৰাইছে নেকি ?

—মিচেছ চৌধুৰীয়ে হাঁহি মাৰি কলে – বুদ্ধিমান মানুহৰ কামেই তেনেকুৱা।

মিঃ বসুমতাৰীক চিন্তিত দেখা গ'ল। ই আকৌ কেনে ধৰণৰ কথা ! এতিয়া কৰা যায় কি ?

—কৰিবলগীয়া নতুন কথা একো নাই মিঃ বসুমতাৰী এতিয়া যেনেকৈ আছো তেনেকৈ থাকিলে সমস্যা শেষ।

—সমস্যা এনেকৈ শেষ নহয় মিচেছ চৌধুৰী ! মেৰিনা কওঁৰ বিনা অনুমতিত এনে কাম কেতিয়াও হব নোৱাৰে। মেৰিনা কওকেইবা মই কি বুলি কওঁ। আৰু কলেইবা কও সন্মতি জনাবনে ? পৰ্দাৰ আৰৰ পৰা মেৰিনা কওে সকলো কথা শুনি আছিল। মেৰিনা কও তেওঁলোকৰ সন্মুখত উপস্থিত হৈ দুয়োৰে পিনে নিৰীক্ষণ কৰিলে। দুয়োৰে তলমূৰ কৰি ৰ'ল।

—মেমচাহাব, মই সকলো ঘটনাৰ আতিগুৰি লৈছো। মই প্ৰশান্ত চৌধুৰীৰ ঘৰৰ পৰা এইমাত্ৰ বিশ মিনিট আগতে আহিছো। তেখেতে আপোনাক আৰু পত্নী ৰূপে গ্ৰহণ নকৰে। তেওঁ ইতিমধ্যে লিলিক বিয়া কৰাইছে। তোমালোকে নিশ্চয় একেবাৰে নিৰ্দ্দোষী নোহোৱা। তোমালোকৰো এক প্ৰকাৰ বিয়া তিনি চাৰি দিন আগতেই হৈ গৈছে। প্ৰশান্ত চৌধুৰীয়ে আপোনালৈ এখন সৰু চিঠিও দিছে মেমচাহাব। এইখন লওঁক।

মিচেছ চৌধুৰীয়ে জোৰে চিঠিখন পঢ়ি গ'ল—

"আশাকৰো তুমি ইতিমধ্যে বসুমতাৰী চাহাবৰ খালী আসন পূৰণ কৰিছা। আমি সকলোৱে সুখ আশা কৰো। বোধহয় আমি সকলোৱে বৰ্ত্তমান ব্যৱস্থাত সুখী হব পাৰিম। মোৰ শুভেচ্ছা থাকিল।"

তোমাৰ প্ৰশান্ত চৌধুৰী

—সঁচা মেমচাহাব, এই ঘৰখনত এখন দায়ীত্বপূৰ্ণ আসন খালী আছে। স্বৰ্ত সাপেক্ষে এই দায়ীত্বপূৰ্ণ সন্মানীয় আসনখনত তুমি অলঙ্কিত কৰিব পাৰা বুলি মেৰি। কণ্ঠে কতৃত্বৰ চাৱনিৰে মিচেছ চৌধুৰীলৈ চালে।

—সেইটো আকৌ কি স্বত্ব কং ?

—মই পবিত্ৰৰ আইতাকৰ আসন পূৰ্ণ কৰিছো ? মাকৰ নহয়। গতিকে পবিত্ৰৰ মাকৰ পবিত্ৰ আসনখন এতিয়াও খালী আছে। ভালদৰে ভাবি চোৱা তুমি সেই আসনৰ অৰ্থাৎ পবিত্ৰৰ মাতৃত্বৰ দায়ীত্ব পালন কৰিব পাৰিবানে ? অকল বীৰেণ বসুমতাৰীৰ পত্নী হলেই নহব। যদি তোমাৰ এই সৎ সাহস আছে তেন্তে মই পবিত্ৰক মাতি দিওঁ। মেৰিনাৰ কথাই মিচেছ চৌধুৰীক চিন্তিত কৰি তুলিলে।

—মোক ক্ষমা কৰিব কং। মই আপোনাক অন্য দৃষ্টিৰে চাইছিলো। আপুনি মহান। মই আপোনাক শাহু হিচাবে পালে গৌৰৱ কৰিব পাৰিম। মেৰিনা তাৰ পৰা অন্য এটা ৰুমলৈ গ'ল। ইফালে সিফালে ঘূৰৱ কৰি বাহিৰত বাগানৰে খেলি থকা পবিত্ৰক হাতত ধৰি মেৰিনা কং ৰুমৰ ভিতৰত প্ৰৱেশ কৰিলে।

—বোপা পবিত্ৰ, মই যে তোমাক কৈ থাকো তোমাৰ মা টান বেমাৰ হৈ দূৰৈৰ হস্পিতেলত থকা বুলি। এতিয়া সিদিনা ৰাতি তোমাৰ মাক দেউতাৰে লৈ আহিছে। মাথোন বহুদিন বেমাৰত ভোগাৰ কাৰণে মনত থকা শক্তি কমিছে। তোমাক এতিয়াহে মনত পেলাব পাৰিছে। এয়া তোমাৰ মা। বৰকৈ দিগদাৰী নিদিবা সম্পূৰ্ণ গা ভাল হোৱা নাই। পবিত্ৰই মিচেছ চৌধুৰীক মা বুলি আকোৱালি ধৰি কান্দি কান্দি কবলৈ ধৰিলে—মা তুমি ইমান দিন কোন হস্পিতেলত আছিলা; কিয় তুমি মোক পাহৰিছা, তুমি এতিয়া আৰু যাব নোৱাৰা। বেমাৰ হলে ইয়াৰে ওচৰৰ হস্পিতেলত মই লৈ যাম। কোৱানা মা তুমি মোক আৰু এৰি নেযাওঁ বুলি ! তুমি আজিৰ

পৰা মোৰ কাৰণে স্কুললৈ টিফিন লৈ যাব লাগিব। ছুনু, ৰাজাইতৰ মাকে টিফিন লৈ যায়। সিহঁতে মোৰ মা সকতে মৰিছে বুলি মিচাঁয়ে কৈ থাকে। কাইলৈ তুমি নিশ্চয় স্কুললৈ যাব লাগিব মই তোমাক দেখুৱাই দিম। মেৰিনা কওঁহে সচাঁ কথা কয়। কাইলৈ মা আমি সোনকালে স্কুললৈ যাম দেই। মিচেছ চৌধুৰীৰ চকুৰ পৰা তুধাৰী পানী বৈ আহিল। তেওঁ কোনো কথা কব নোৱাৰিলে। পবিত্ৰক বুকুৰ মাজলৈ টানি আনি চুমা খাব ধৰিলে। ওচৰতে থিয় দি বসুমতাৰী চাহাবে এই করুণ দৃশ্য চাই নিৰ্ব্বাক হৈ ৰ'ল। মেৰিনা কওঁ প্ৰথমবাৰৰ কাৰণে বসুমতাৰী চাহাবৰ পৰা টকা এহেজাৰ খুজিলে। কোনো প্ৰশ্ন নকৰি বসুমতাৰী চাহাবে গডৰেজৰ পৰা টকা হেজাৰ উলিয়াই আনি কওঁৰ হাতত দিলে। টকাখিনি পিন্ধি থকা জেংচেমৰ তলত থকা কাপোৰৰ মোনাত ভড়াই বসুমতাৰী চাহাবক আদেশৰ সুৰত কলে— তোমালোক মই বজাৰৰ পৰা ঘূৰি নহালৈকে কলৈকো নেযাবা। মই পবিত্ৰক লৈ বজাৰলৈ যাওঁ। গাড়ীখন লৈ যাওঁ। বাহাদুৰক মাতি মেৰিনা কওঁ পবিত্ৰক কাপোৰ কানি পিন্ধোৱাত লাগিল। বাহাদুৰে গাড়ী গেৰেজৰ পৰা বাহিৰ কৰিলে। মেৰিনা আৰু পবিত্ৰ গাড়ীত উঠি পুলিচ বজাৰ পালে। কওঁ কো-অপাৰিতিভ ষ্টোৰৰ পৰা এজোৰ মুগাৰ মেখেলা চাদৰ, ছুটা পেটিকোট, তিনিটা ব্লাউজ এখন সাধাৰণ শ্বাল কিনি ওচৰতে থকা কচ্‌মেটিক দোকান এখনত সোমাই সিন্দুৰকে আদি কৰি প্ৰসাধনৰ সামান্য যোগাৰ লৈ গাড়ীত ভৰাই দি ইউ-পি- চুইট মিটৰ পৰা কিবাকিবি মিঠাই অলপ কিনি লৈ গাড়ীত উঠিল। মেৰিনাই প্ৰায় আধা ঘণ্টাৰ ভিতৰতে বজাৰ কৰি ঘৰ পালে। কওঁৰ কমত বিমলা বহি আছিল। গোটেই বস্তুখিনি বিমলাক চম্‌জাই দি মেৰিনা কওঁ বিমলাক নিৰ্দ্দেশ দিলে।

—তুমি এতিয়া গা ধুই মেখেলা চাদৰযোৰা পিন্ধি আহা। বিমলাই

কোনো মাতবোল নকৰি টোপোলা কেইটা লৈ ভিতৰলৈ গ'ল। আধা ঘণ্টাৰ ভিতৰতে বিমলা সাজি কাছি কওৰ কমত হাজিৰ হ'ল। বিমলাক লৈ কং বসুমতাৰী চাহাবৰ কমত সোমাল। সেই সময়ত বসুমতাৰী চাহাব ৰিভলভিং চেয়াৰখনত বহি চিগাৰেট এটা হুপি হয়তু বৰ্ত্তমানৰ ঘটনা প্ৰৱাহৰ ৰোমন্থন কৰি আছিল। কঙে বিমলাক এৰি হঠাৎ পাকঘৰলৈ দৌৰ মাৰি চকুৰ প্ৰচাৰতে থাপনাৰ পৰা গীতাখন হাতত লৈ পুনৰ বিমলাইতৰ ওচৰ পালে। কঙে পবিত্ৰক বুদ্ধি কৰি সেই সময়ত বাহাদুৰৰ লগত ফুৰিবলৈ পঠাইছিল। বিমলা আৰু বসুমতাৰীক কঙে তেওঁৰ ওচৰলৈ মাতিলে। দুয়ো অবোধ বালক বালিকাৰ দৰে মেৰিনা কওৰ ওচৰত থিয় দিলেহি।

—শুনা, তোমালোক দুয়ো হিন্দু, গীতা তোমালোকৰ পবিত্ৰ ধৰ্ম্ম গ্ৰন্থ। এতিয়া তোমালোক দুয়ো গীতা চুই শপত খোৱা জীৱনত নিজ নিজ ধৰ্ম অৰ্থাৎ স্বামী স্ত্ৰীৰ ধৰ্ম্ম পালন কৰি যাম বুলি আৰু তোমালোক দুয়োৰে ভবিষ্যত হ'ল পবিত্ৰ। তাক যেন 'অপবিত্ৰ' নকৰা। দুয়ো গীতা চুই শপত খালে। বিমলাই অজানিতে বসুমতাৰীৰ ভৰিত পৰি সেৱা জনালে।

—আহা বিমলা দুৰৈৰ গঙ্গা ওচৰতে পাইছো যেতিয়া তাত আমি আমাৰ ভক্তি তৰ্পন কৰি ধন্য হওঁ, পুণ্যবান হওঁ বুলি বিমলাৰ হাতত ধৰি দুয়ো মেৰিনা কওৰ ভৰি চুই আঠুলৈ সেৱা জনালে। মেৰিনা কওৰ গোট মাৰি যোৱা চকুৰ পানী বীৰেন আৰু বিমলাৰ অন্তৰৰ উষ্ণতাত গলি দুচকুৰেদি বৈ আহিল। বিমলা আৰু বীৰেণক তুলি ধৰি গালে মুখে চুমা খাই চিৰজীৱনৰ কাৰণে সুখী হোৱা বুলি আশীৰ্ব্বাদ দি সাৎ কৰে কমৰ পৰা আতৰি গ'ল। খন্তেক পিচতে বাহাদুৰে পবিত্ৰক লৈ ঘৰ সোমাল। মেৰিনা কঙে সকলো'লৈ চাহ পিঠাইৰ ব্যৱস্থা কৰি ডাইনিং টেবুললৈ মাতিলে। খোৱাৰ আনন্দতকৈ মনৰ আনন্দ মধুৰ।

নাৰীৰ চৰিত্ৰ দেৱতাইও নেজানে কথাষাৰৰ পুনৰ প্ৰমাণ কৰিলে বিমলাঃ মেমচাহাবে। পবিত্ৰক নিজ সন্তান, বীৰেণ বসুমতাৰীক স্বামী আৰু মেৰিনা কওক আদৰ্শ শাহু আইৰ স্থানত বহুৱাই তেওঁ গৰ্ব্ব অনুভৱ কৰিলে। এই তিনিটি প্ৰাণীৰ সান্নিধ্যই বিমলাক অতীতৰ কথা পাহৰাই ৰাখিলে। তেওঁৰ কাৰণে প্ৰশান্ত চৌধুৰী আৰু তেওঁৰ প্ৰথম প্ৰহৰ জীৱন যেন এক দিবা স্বপ্ন। দুখৰ ৰাতি সুপুৱাইহে সুপুৱাই কিন্তু সুখৰ দিনবোৰ কেনেকৈ যে যায় কবই নোৱাৰি। কিবা এটা বিশেষ ঘটনাইহে বোলো বিশেষ সময়ৰ কথা সকীয়াই দিয়ে। বিমলা এই ঘৰলৈ আহিবলৈ আজি দৈৰ্ঘ্য বছৰ হ'ল। দুবছৰ আগতে বসুমতাৰী চাহাবে চাকৰীৰ পৰা অৱসৰ পাইছে। অৱশ্যে এতিয়াও তেওঁ দুবছৰৰ কাৰণে কৰ্পোৰেচন এটাৰ মেনেজিং ডাইৰেকটৰ হিচাবে কাম কৰি আছে। সেই বছৰে পবিত্ৰই অসম মেডিকেল কলেজত ভৰ্ত্তি হয়। পবিত্ৰক মেডিকেল পঢ়িবলৈ পঠাই ঘৰৰ সকলোটি পৰিয়ালে ঘৰখন উকা উকা অনুভৱ কৰিছিল। কিয় জানো পবিত্ৰ ডিব্ৰুগড়লৈ যোৱাৰ পিছৰ পৰাই মেৰিনা কওৰ এটাৰ পিছত এটা অসুখে নেৰাই হ'ল। দুবছৰ বয়সৰ পৰা বুকুৰ মাজত ৰাখি ডাঙৰ দাঘৰ কৰা পবিত্ৰৰ কথা মনত পৰি মেৰিনা কওে ৰাতি গুৱৰ সময়ত প্ৰায়ে কান্দে। ৰাতি উজাগৰে চকু পানী টোকে। যেন মেৰিনাৰ হৃদ পিণ্ডটোহে ডিব্ৰুগড়লৈ পঠাই দিছে। কেতিয়াবা মাজৰাতিও মেৰিনাই বিচনাৰ পৰা উঠি যীচুৰ ফটোখনৰ সন্মুখত আঠুলৈ পবিত্ৰৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা কৰে। ডিব্ৰুগড়লৈ যোৱাৰ পৰা মেৰিনা কওৰ বিশেষ কামেই নোহোৱা হ'ল। পবিত্ৰ ঘৰত থাকোতে বুঢ়াৰ বেচিভাগ সময় তাৰ আউল মাৰোতে বা তাৰ কাম কৰোতেই গৈছিল। ধোবীয়ে ধোৱা কাপোৰ পিন্ধিলে চৰ্মৰোগ হয় বুলি তাৰ সকলো কাপোৰ নিজে ধুই ইস্ত্ৰি কৰি দিহে শান্তি পাইছিল। পবিত্ৰও মেৰিনাজীতে সকলে সুখৰ উই বিচাৰি পাইছিল।

অগত্যা অসুখ নহলে মেৰিনা কণ্ডে পবিত্ৰক নিজে স্কুলত থৈ আহি শান্তি পাইছিল। মেৰিনা কণ্ডে অসমীয়া পঢ়িব আৰু লিখিব জানিছিল যদিও প্ৰত্যেক সপ্তাহতে পবিত্ৰলৈ ইংৰাজীতহে চিঠি লিখিছিল। কিয়নো পবিত্ৰই অসমীয়া কব জানিলেও ভালকৈ লিখিব নোৱাৰিছিল। অৱশ্যে পিছলৈ লিখিবও শিকিছিল।

পূজাৰ বন্ধত পবিত্ৰ ঘৰলৈ আহিছিল। কং মেৰিনাৰ গা তেতিয়া সিমান ভাল নাছিল। বসুমতাৰী চাহাবে এই মাহতে শ্বিলঙৰ পৰা তেওঁৰ নিজ বাসভৱন গুৱাহাটীলৈ যাব। যোৱা মাহতে কৰ্পোৰেচনৰ ম্যাদ উকলিল। গতিকে চৰকাৰী বাসভৱন অধিকাৰ কৰি থকাতো সমীচিন নহয়। মেৰিনাৰ গুৱাহাটীলৈ যাবলৈ খুব এটা ইচ্ছা নাছিল যদিও বসুমতাৰীৰ পৰিয়ালটো এৰি শ্বিলঙত থাকি তেওঁ শান্তি পাব জানো? জীয়াই থাকিবই বা কেইদিন? এই বসুমতাৰী পৰিয়ালটো কণ্ডে কোনো দিন পৰ বুলি ভৱা নাই। আৰু ঘৰখনে মেৰিনাক মূৰব্বী পৰিয়াল বুলি সন্মান কৰি আহিছে। মেৰিনাৰ 'দিদি' চিনখীয়াই দুবাৰ শ্বিলঙলৈ আহি ভনীয়েকক নিজ ঘৰ জোৱাইলৈ ঘূৰাই নিবলৈ যত্ন কৰি বিফল হৈছিল। প্ৰথমবাৰ মেৰিনা ৰবাৰ্ট হস্পিতেলত থাকোতে আৰু দ্বিতীয়বাৰ বসুমতাৰী চাহাবৰ ঘৰলৈ অহা বছৰ। মেৰিনা যিহেতু ঘৰৰ কনিষ্ঠা ছোৱালী তেওঁলোকৰ প্ৰথানুযায়ী মেৰিনা ঘৰত থাকিব লাগে আৰু মাকৰ সম্পত্তি চম্ভালিব লাগে। কিন্তু মেৰিনাৰ যুক্তি হ'ল তাই সম্পত্তিৰেইবা কৰিব কি? সেয়ে মেৰিনাই ঘৰলৈ ঘূৰি নেযোৱাকে থিৰাং কৰিছিল। জীৱনৰ শেষ দিন কেইটা বসুমতাৰী চাহাবৰ ঘৰখনকে আপোন ঘৰ বুলি কটাই দিব বুলি ভাবিছিল। পৰে যেতিয়া আপোন হয় তাত স্বাৰ্থৰ সুৰঙা নেথাকে।

পবিত্ৰ থাকোতে বসুমতাৰী চাহাবে শ্বিলঙৰ পৰা নিজ ঘৰ গুৱাহাটীলৈ স্থানান্তৰ সিদ্ধান্ত ললে। মাথোন চাৰিদিনহে বাকী আছে। হঠাৎ গধুলি মেৰিনাৰ বাইদেউ চিংখীয়াহ ওলালহি।

মেৰিনা যেনে তেনে এদিনৰ কাৰণে হলেও জোৱাইৰ ঘৰলৈ যাব লাগে। জোৱাইৰ জিলা পৰিষদ অফিচলৈ গৈ কিবা কিবি কাগজ পত্ৰত চহী কৰি আহিব লাগে। মেৰিনাৰ যাবলৈ সমূলি ইচ্ছা নাছিল। চল্লিচ বছৰ আগতে মেৰিনা যি ঘৰ এৰিলে আৰু তুনাই জোৱাই দেখা নাই। কিন্তু বায়েকৰ তাগিদাত যাব লগা হ'ল। মেৰিনাহঁতৰ বহু মাটি মেঘালয় চৰকাৰে জনস্বাস্থ্য পানী যোগান আচনিৰ কাৰ্য্যালয়ৰ কাৰণে অধিগ্ৰহণ কৰিছে। ইয়াৰ ক্ষতিপূৰণ হিচাবে মেৰিনা আৰু বাইয়েকে তিনি লাখ টকা পাব। গতিকে এই সংক্ৰান্তত মেৰিনাৰ উপস্থিতি অতি আৱশ্যক। ৰাতি খাই লৈ মেৰিনাৰ বায়েক বসুমতাৰীৰ ঘৰতে থাকিল। বহু বছৰৰ মূৰত দুয়ো বাইভনী একেখন বিচনাতে শুলে। চল্লিছটা বছৰৰ কাহিনী বায়েকে থুল মুল মেৰিনাৰ ভনীয়েকৰ ওচৰত সদৰি কৰিলে। দুয়ো বহু ৰাতি কথা পাতিলে। এটা সময়ত দুয়োকো নিদ্ৰা দেৱীয়ে সাৱতি ধৰিলে।

আগদিনা ৰাতিয়েই বসুমতাৰী চাহাবৰ পৰা মেৰিনাই দুদিনৰ কাৰণে জোৱাইলৈ খোৱাৰ থকা পাতিছিল। বসুমতাৰী চাহাবে সম্মতি জনাইছিল। বসুমতাৰী চাহাবৰ পৰামৰ্শমতে মেৰিনা বায়েকৰ সৈতে বসুমতাৰী চাহাবৰ গাড়ীত উঠিল। পবিত্ৰই শিলঙ জোৱাই বাছষ্টেচনলৈ গাড়ী চলাই দিলে। পবিত্ৰ ষ্টেচনৰ ভিতৰলৈ গৈ দুটা টিকেট কিনি আনিলে। গাড়ীৰ ঘন্টি পৰিল। পবিত্ৰ মেৰিনাৰ চিটৰ ওচৰতগৈ বুকুৰ জেপৰ পৰা টকা পাচশ মেৰিনাকঙৰ হাতত দিলে। মেৰিনাই লবলৈ ইচ্ছা কৰা নাছিল। কিয়নো পবিত্ৰৰ মাক বিমলাইহেনো কঙক টকা দুশ দি পঠাইছে। কিন্তু পবিত্ৰই নেৰিলে দেউতাকেহেনো ঘূৰাই নিলে বেয়া পাব। মেৰিনাই অগত্যা টকাখিনি মোনাত ভৰাই লৈ পবিত্ৰৰ গালে মুখে চুমাখাই ঘূৰি যাওঁতে চাই চিন্তি লাহে লাহে গাড়ী চলাবলৈ কলে। ড্ৰাইভাৰে

বাছ এৰি দিলে। মেৰিনা আৰু বায়েকে পবিত্ৰক হাত জোকাৰি বিদায় দিলে। গাড়ী এক বেঁকা বাটেৰে যাব ধৰিলে। মেৰিনাৰ মনে উৰা মাৰিলে অতীতলৈ।

মেৰিনাৰ বয়স তেতিয়া ওঠৰ বছৰ। তাই জোৱাইৰ পৰা এজন ঠিকাদাৰৰ লগত শ্বিলঙত বৰদিন উৎসৱ উপভোগ কৰিবলৈ আহিছিল। শ্বিলং চহৰৰ প্ৰকৃতিক সৌন্দৰ্য্যই, ৰাজধানীৰ মানুহবোৰৰ চাল চলনে ষোড়ষী মেৰিনাক বিভোৰ কৰি তুলিছিল। বৰদিন উৎসৱৰ দিনকেইটাত বিভিন্ন ঠাইৰ পৰা অহা ধৰ্মপ্ৰাণ মানুহবোৰৰ সমাবেশে মেৰিনাক শ্বিলঙৰ প্ৰতি এটা নতুন মোহ উপজাইছিল। তাই যদি কিবা এটা সৰুসুৰা কাম কৰি কোনোমতে শ্বিলঙত থাকিব পাৰিলেহেতেন! অৱশেষত তাইৰ মনৰ কথা যীচুৱে শুনিলে। তাইক যিজন ঠিকাদাৰে লৈ আহিছিল তেওঁ এজনী চাহ দোকানৰ মালিক বুঢ়ী কঙৰ ঘৰত উঠিছিল। বুঢ়ী কংজনী চাহ দোকানখন ডি-পি-আই অফিছৰ সন্মুখত। বুঢ়ীয়ে তাইৰ দোকানৰ পৰা ওচৰা ওচৰি থকা তিনি চাৰিটা অফিছত চাহ যোগান ধৰিব লাগে। মাহত বুঢ়ী কঙৰ কমেও ছয় সাত হেজাৰ টকা লাভ হয়। দোকানত চাহ বনাবলৈ চাৰি পাচজনী বুঢ়ী কং আছে। বাকী সাত আঠ জনী গাভৰু ছোৱালী। সিহঁতৰ কাম হ'ল অফিছ চাৰিটাত প্ৰত্যেক কমে কমে গৈ চাহ মিঠাই দি ফুৰা। প্ৰথমবাৰ এবাৰ বজাত একাপকৈ খালী চাহ দিয়া এক বজাত মিঠাই চাহ আৰু তিনি বজাত খালী চাহ দিয়। শেষৰবাৰত প্ৰত্যেকে সেই দিনত কিমান টকাৰ চাহ মিঠাই চাপ্ৰাচী বাবু চাহাবক খুৱাইছে খাটাত লিখি অনা সেইদৰে মাহ মৰিলে হিচাব কৰি পইচা উঠোৱা। যাৰ দোকানত যিমান সুন্দৰী মিঠা মুখীয়া গাভৰু নিয়োগ কৰিব পাৰে তাৰ সেই অনুপাতে বিক্ৰী বেছি। খাবলৈ ইচ্ছা নথকা বাবু চাহাবেও সুন্দৰী মৌ বৰষা গোলাপী গালৰ গাভৰু এজনী গৈ

টেবুলত চাহ মিঠাই খৈ লবলৈ অনুৰোধ কৰিলে পেটৰ ইচ্ছা নেথাকিলেও মনৰ ইচ্ছাৰ খাতিৰতে উপেক্ষা কৰা স্বাভাৱিকতে টান হয়। অভিজ্ঞ বুঢ়ী কংবোৰে এই গাভৰুবোৰক বাবু চাহাববোৰৰ দুৰ্ব্বলতাৰ সুৰুঙা মন মোহিনী বিটিপবোৰ আগতীয়াকৈ শিকাই ৰাখে। ডি-পি-আই অফিছত চাহ দিয়া ছোৱালী এজনী সেই অফিচৰে পিয়ন মকবুল আলিৰ লগত বৰদিনৰ পিচতেই বিয়া জাতীয় কিবা এটা হ'ল। তাই বুঢ়ী বঙৰ পৰা এমাহৰ ছুটি লৈ 'হানিমুনত' মাফলঙলৈ গৈছে মেৰিনাৰ কপাল ভাল। সেই ছোৱালীজনীৰ এমাহৰ ছুটিত তাই চাহ দোকানত সোমাল। মৰিনাই লগৰ দুজনী ছোৱালীৰ লগত মেছ কৰি মিটাৰ ফেক্টৰীৰ ওচৰতে থাকিব লগে। তাইক বুঢ়ী 'কং নিকেলে' মাহে এশ টকা দৰমহা আৰু দিনৰ ভাত সাজ, তিনিবাৰ চাহ বিনামূলীয়াকৈ দিছিল। বেইদিনমানৰ ভিতৰতে মেৰিনাৰ কামত নিকেল কং খুব সন্তুষ্ট হ'ল। মেৰিনা দেখাত যেনে ধুনীয়া স্বভাৱ চৰিত্ৰও সিমান প্ৰসংশনীয়। এই দুয়োটা গুণ একেলগে হেনো তাকৰীয়া মানুহৰহে থাকে। যিমানেই ধুনীয়া সিমানেই ঘূনীয়া। তথাপিও ধুনীয়াক ঘূনীয়া কৰিবলৈ ওলোৱা প্ৰচেষ্টা সৃষ্টিৰ আৱহমান কালৰ পৰা চলি অহা। নহলেনো সীতাই অগ্নি পৰীক্ষা দিব লগা আৰু হৰণৰ দৰে অপযশ পাব লগা হয়নে। কিন্তু বজাৰত গুণতকৈ ৰূপৰ চাহিদা বেছি; সম্ভৱ সমাজৰ সকলো শ্ৰেণীৰ লোক ইয়াৰ খৰিদ্দাৰ হোৱাৰ কাৰণে। সমাজত আৰ্থসামাজিক পৰিস্থিতিৰ জটিলতা ক্ৰমে বৃদ্ধি পোৱাৰ লগে লগে মানুহৰ নৈতিক চৰিত্ৰৰ অৱনতি ঘটিলেও ভালক ভালবোলা চিৰন্তন সত্যক'ন আজিও বৰ্ত্তী আছে। বহুত বাবু চাহাবে মেৰিণাক চুটিৰ কাম শেষ হোৱাৰ পিচত স্থায়ীভাৱে দোকানত ৰাখিবলৈ ওকালতি কৰিলে। নিকেল কঙ ইমান কেছা মানুহ নহয়। দোকানৰ স্বাৰ্থৰ খাতিৰতে মেৰিনাক স্থায়ীভাৱে ৰাখিলে আৰু এই নিকেল কঙৰ দোকানত তাই তিনিবছৰ

সুখ্যাতিৰে কাম কৰিলে। মেৰিনাই ৰাপিষ্টক বিয়া কৰোৱাৰ পিছতহে তাগিদাত পৰি দোকান এৰে। জোৱাই ষ্টেচনত গাড়ী থামিল।
—মেৰী, এতিয়া নামিবৰ হ'ল। বায়েক চিন্‌থীয়াৰ মাতত তাই বাস্তৱ জগতলৈ ঘূৰি আহিল। বেগটো লৈ মেৰিনা বায়েকৰ পিছে পিছে খোজ ললে। সিহঁতৰ ঘৰ বৰ্ত্তমান জোৱাই মিউনিচিপালিতিৰ ভিতৰত পৰিছে। গতিকে বেচি খোজ কাঢ়িব লগা নহ'ল। হাত মুখ ধোৱাৰ পিছতেই বায়েকৰ ছোৱালী 'মেমে' দুয়োকে চাহ জলপান দি গ'লহি। মেমজনী সাইলাথ মাকৰ দৰে হৈছে তাৰেই সৰু। বিয়া হোৱা নাই। মেৰিনাই তাইক পাৰে মানে চুমা খালে। বায়েকে এই দৃশ্য দেখি ধেমালিতে মেৰিনাক কলে— তাইৰ যোল্ল বছৰহে হৈছে, তাক যদি আজি যোল্ল বছৰৰ চুমাবোৰ একে লগে খোৱা তেন্তে মেমৰ সেইখন গাল হৈ থাকিব নে? তিনিও হাঁহিলে। এনেতে পদুলি মুখত ট্ৰাকৰ শব্দ শুনা গ'ল। বাইয়েকে মেৰিনাক কলে তোমাৰ ভিন্‌দেউ আহিছে। মেমৰ দেউতাক মাৰ্চেলে কয়লাৰ ট্ৰাক চলায়। ড্ৰাইভাৰ হিচাবে তাৰ খুব নাম আছে। নিচা কৰি কোনো দিনে গাড়ী চলোৱা নাই। মাৰ্চেলে নিচা দ্ৰব্য সেৱন নকৰা নহয় কৰে কিন্তু সদায় ভাতখোৱাৰ আগে আগে। তাৰ পিছতে শুই পৰিব। আঠাইশ বছৰীয়া ড্ৰাইভাৰী জীৱনত তেওঁৰ কোনো এক্‌চিডেণ্ট হোৱা নাই। অৱশ্যে দুৰ্ঘটনা দুৰ্ঘটনাই কিন্তু চালক সজাগ হলে ইয়াৰে নব্বৈ ভাগ এৰাই চলিব পাৰি। বাকী দহ ভাগ ভগৱানৰ ইচ্ছাৰ ওপৰত। এয়া মাৰ্চেলৰ মত। আজি ইমান দিন একে মালিকৰে গাড়ী চলাইছে। তাৰ লগৰ বহু ড্ৰাইভাৰে নিজাকৈ ট্ৰাক লৈছে।
—মেৰি, তোক মই কোনো দিন দেখা নাই সঁচা কিন্তু তোৰ বাইদেৱৰ বৰ্ণনাৰ পৰাই তোক কাহানিবাই চিনি থৈছো। মই ৰাস্তাত গাড়ী ৰাখি থৈ তোক চাবলৈহে সোমাইছো। মই তোৰ লগত বেচি

কথা কব নোৱাৰিলো। মই তোৰ কথাবোৰ শুনি খুব দুখ পাইছো। তইনো কিহৰ অভাৱত 'দোখাৰ'ৰ ঘৰত কতনা ৰাতিব লগা হৈছে মই ভাবি নেপাওঁ। মেৰিনাই তাক তেনেকৈ নকবলৈ কলে। য'তেই শান্তি ততেই ঘৰ। জিবমিৰ ঠাইহে আমাৰ ঘৰ। সকলো মানুহ, ধৰ্ম একেই। এটি সদ্যজাত শিশুৰ কি জাত, কি ধৰ্ম বা ভাষা থাকিব পাৰে সেয়ে মানুহ। জীৱনৰ কঠোৰ অভিজ্ঞতাই মোক অন্তৰ চিনিবলৈহে চকু দিছে তেজ মঙহৰ শৰীৰটো নহয় ভিন্ দেউ। তোমালোক সুখী হোৱা মোৰ প্ৰতি এটা উদাৰ ভাবলৈ আৰু সুখী হোৱা। মই হয়তু জীৱনত আৰু আপোনালোকক লগ নেপাম। মাচেলে মেৰিনা কণ্ঠৰ পিঠিত হাত থৈ বিদায় লৈ গুছি গ'ল। ভাত-পানী খাই আবেলি ইফালে সিফালে দুয়ো বাই ভনী ফুৰিলে। পিছ দিনা দহ বজাত জিলা পৰিষদ আৰু ডি চি অফিছৰ কাম শেষ কৰি তিনিলাখ টকাৰ দুয়োৰে নামত বেঙ্ক ড্ৰাফ্ট এখন লৈ ঘৰলৈ ওভতিল। ৰাতি খোৱা লোৱাৰ পিছত বাইয়েকে মেৰিনাক কলে—মেৰি, তুমি আৰু শিলং বা গুৱাহাটীলৈ যাব নেলাগে। জন্ম ঠাই ইয়াতে মোৰ লগতে জীৱনৰ বাকী দিন কেইটা কটোৱা। মেৰিনা মান্তি নহ'ল। তাই কাইলৈ শিলংলৈ যাব। তেহে পৰহি গুৱাহাটীলৈ যাব পৰা যাব। মাত্ৰ দুটা দিনৰ কাৰণেহে বসুমতাৰী চাহাবে মোক এৰি দিছে। বসুমতাৰীৰ ঘৰত মই আয়া হিচাবে থকা নাই বাইদেউ, বসুমতাৰীয়েই মোৰ মানস সন্তান, পবিত্ৰ মোৰ নাতী। এয়া মোৰ কথা বা ভাৱনা নহয় এয়া বাস্তৱ সত্য। পবিত্ৰ অবিহনে মই শান্তি নেপাও। তাক মই মনত অকনো দুখ দিব নোৱাৰো। মেৰিনাৰ বায়েক নিৰুপায় হৈ মেৰিনাৰ হাতত ধৰি চকুপানী টুকি টুকি কলে—মাইৰ মৃত্যুৰ সময়ত তোক খুব বিচাৰিছিল কিন্তু তোক নেপালে। এই সোণৰ লকেটটো তোৰ বিয়াৰ কাৰণে বনাই ৰাখিছিল। মা মৰি থাকিল। তোৰ বিয়াৰ

খবৰ মই নেপালো। এতিয়া তোৰ বস্তু তই লৈ যা। আৰু শুন এই বেঙ্ক ড্ৰাফটখন। তিনিলাখ টকা তোৰ। এই সকলোখিনি টকা তোৰ নামত সাব্যস্ত কৰি দিম। বৃদ্ধ সময়ত তোৰ বিপদে আপদে ইয়ে সম্বল হব। মোৰ কাৰণে বহুতো সম্পতি থাকি যাব। পিচদিনা দুয়ো বেঙ্কলৈ গ'ল। মেৰিনাই মাকৰ সম্পতিৰ ভিতৰত সোণৰ লকেটটো আৰু মাত্ৰ একলাখ টকাৰ ড্ৰাফ্ট কৰি বাইদেৱক আৰু মেমৰ পৰা শেষ বিদায় লৈ শ্বিলং বুলি বাছত উঠিল। তিনি ঘণ্টাৰ মূৰত শ্বিলং পালে। মেৰিনাই ঘৰ বুলি বেগাই খোজ ললে। ঘৰ সোমাই দেখে বসুমতাৰী চাহাব বস্তু বাহানীবোৰ পেকিং কৰাত ব্যস্ত। মেৰিনা কওক দেখি পবিত্ৰৰ মনটো সম্পূৰ্ণ সম্পূৰ্ণ লাগিল। পিচদিনা বস্তুবোৰ এখন ট্ৰাকত বোজাই কৰি বাহাদুৰক লগত দি গুৱাহাটীলৈ পঠাই দিলে। নিজৰ গাড়ীখনত পৰিয়ালটো উঠাই লৈ বসুমতাৰী চাহাবে নিজেই গাড়ী চলাই দিলে। তিনিবজাত জু ৰোডত নিজ বাসভৱনৰ সন্মুখত গাড়ী ৰাখিলে। প্ৰকাণ্ড চৌহদেৰে আসাম টাইপ ঘৰটোত সোমাই মেৰিনাৰ বৰ ভাল লাগিল। বিমলা মেমচাহাব আৰু মেৰিনাৰ তত্বাবধানত বস্তু বাহানীবোৰ চিজিল হৈ উঠিল। ঘৰত ভাত ৰন্ধাৰ সময়েবা ক'ত? বাহাদুৰক পঠাই হোটেলৰ পৰা খোৱাবস্তু অনালে। গধুলি গৃহ প্ৰৱেশ বুলি পুৰোহিত এজন মাতি নিয়মটো কৰিলে। নতুন ঘৰত সকলোৰে নতুন আনন্দ।

আজি ঘৰখনত আকৌ জিম পৰি গ'ল। পবিত্ৰ ডিব্ৰুগড়লৈ গ'ল। যাবৰ সময়ত পবিত্ৰই দেউতাক মাক আৰু মেৰিনা কওক আঠুলৈ সেৱা জনাই গ'ল। তেওঁলোকে আশীৰ্ব্বাদ দিছিল। চাওঁতে চাওঁতে গম নোপোৱাকৈ পাঁচটা বছৰ অতিবাহিত হৈ গ'ল। পবিত্ৰ এতিয়া ডিব্ৰুগড় মেডিকেল কলেজত হাউচ চাৰ্জন। তিনি মাহ পিছত সম্পূৰ্ণ ডাক্তৰ হৈ ওলাই আহিব। মেৰিনা কওৰ কি আনন্দ তাইৰ বুকুৰ ধন ডাক্তৰ হব। পবিত্ৰ যেনে মৰমীয়াল দয়ালু লৰা বোধহয় সকলো দুখীয়া ৰোগী তাৰ ওচৰলৈয়ে আহিব। কথাটো ভাবি বুঢ়ী মেৰীনাৰ তামোলৰ বোলেৰে ৰঙা পৰি থকা ওঁঠ দুটা আৰু ৰঙা হ'ল।

—●—

## ॥ পাচ ॥

পবিত্ৰ সৰুৰে পৰা ধীৰ স্থিৰ নম্ৰ মেধাবী ছাত্ৰ আছিল। দেখিবলৈ সাইলাথ বাপেকৰ দৰে সুন্দৰ সুঠাম চেহেৰা। ডিব্ৰুগড়ৰ চাহ ব্যৱসায়ী ৰায়বাহাদুৰ মানিক বৰুৱা পবিত্ৰৰ দেউতাক বীৰেণ বসুমতাৰীৰ কটন কলেজৰ সহপাঠী বন্ধু আছিল। বৰুৱা এবাৰ গুৱাহাটীলৈ আহোতে ফাঁচী বজাৰত বসুমতাৰী চাহাবৰ লগত দেখা হয়। বহুদিনৰ মূৰত দুয়ো বন্ধুৰ সাক্ষাৎ হোৱাত পৰস্পৰে ঘৰুৱা খবৰ বাতৰি ললে। কথাৰ প্ৰসঙ্গত বসুমতাৰী চাহাবে তেওঁৰ একমাত্ৰ সন্তান পবিত্ৰ বৰ্ত্তমান অসম মেডিকেল কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়ি থকা বুলি বৰুৱাক জনালে। সম্ভৱ হলে মাজে সময়ে খোজ খবৰ কৰিবলৈও অনুৰোধ কৰিলে। বৰুৱা চাহাবে আগ্ৰহেৰে সম্মতি প্ৰকাশ কৰিলে। মানিক বৰুৱা ডিব্ৰুগড় কিয় গোটেই অসমৰ ভিতৰতে এজন লেখত লব লগিয়া চাহখেতিয়ক। বিশ পশিচথন চাহ বাগান আছে। ডিব্ৰুগড় চহৰত বহুত মাটি বাড়ী। পৰিয়ালৰ ভিতৰত লৰা-ছোৱালী এহাল আৰু বৰুৱা বৰুৱানী। নিজৰ তেজৰ পৰিয়াল চাৰিজন হলে কি হব। বৰুৱা চাহাবৰ ঘৰত প্ৰায় এক ডজন চাকৰ নাকৰ। লৰা মানস বৰুৱা বৰ্ত্তমান আমেৰিকাত ৰিচাৰ্চ কৰি আছে। ছোৱালীজনী অৰ্থাৎ মুন্মী কাণৈ কলেজৰ ৪ৰ্থ

বাৰ্ষিকৰ ছাত্ৰী। মুন্‌মী মাকৰ ঠগৰে অত্যন্ত ধুনীয়া ছোৱালী। মানিক বৰুৱা আজি কিবা কাৰণত হঠাৎ মেডিকেল কলেজলৈ যাব লগীয়া হোৱাত প্ৰফেছৰ ভূঞাৰ দ্বাৰাই পবিত্ৰক প্ৰিঞ্চিপালৰ ৰুমলৈ মতাই আনি পৰিচয় হৈ দুই এদিনৰ ভিতৰতে বৰুৱাৰ ঘৰলৈ মাতি আহিল। পিছদিনা শনিবাৰ আছিল। হোষ্টেল চুপাৰৰ পৰা দুঘণ্টাৰ অনুমতি লৈ পবিত্ৰ মানিক বৰুৱা চাহাবৰ ঘৰ বিচাৰি ওলাল। ঘৰটো বিচাৰি উলিয়াবলৈ কোনো অসুবিধা হোৱা নাছিল। লোহাৰ গেটখন খুলি পবিত্ৰ এখোজ দুখোজকৈ বাঙলাৰ বাৰাণ্ডা পালে। কলিং বেলৰ শব্দ শুনি দৰ্জা খুলি দিলে চুৰিদাৰ পিন্ধা এজনী সুন্দৰী গাভৰুৱে।

—আপুনি কাক বিচাৰিছে?

—মানিক বৰুৱা চাহাবক। তেখেত মোৰ দেউতাৰ বন্ধু আৰু মোক ইয়াতে দেখা কৰিবলৈ মাতি আহিছিল। তেখেত বৰ্ত্তমান ঘৰত নাই নেকি?

—আছে মানে এতিয়া আহিবৰ সময় হৈছে। ডি চি চাহাবে টেলিফোন কৰিছিল। তালৈকে গৈছে। ভিতৰলৈ আহক। পবিত্ৰ ড্ৰয়িং ৰুমৰ ভিতৰ সোমাল।

—মই মাক মাতি দিছো আপুনি বহক। মুনমী ভিতৰলৈ সোমাই গ'ল। খন্তেক পিচতে মুনমীৰ মাক সোমাই আহিল। পবিত্ৰই বহাৰ পৰা উঠি তেখেতক নমস্কাৰ জনালে। মিচেছ বৰুৱাই পবিত্ৰক বহিব কৈ ইটো সিটো বহুতো কথা সুধিলে।

—তোমাৰ কথা দুদিনমান আগতে বৰুৱাই মোক কৈছিল। তুমি অলপ বহা তেখেত আহি পাবহি। অ' ৰবা তোমাক আমাৰ মুন্‌মীৰ লগত চিনাকী কৰি দিও। পুনৰ মুন্‌মীকলৈ মাক সোমাই আহিল।

—জানা মুন্‌মী এওঁ হ'ল গুৱাহাটীৰ তোমাৰ দেউতাৰাৰ একালৰ

সহপাঠী মেজৰ বীৰেণ বসুমতাৰী চাহাবৰ একমাত্ৰ লৰা পবিত্ৰ বসুমতাৰী। বৰ্ত্তমান মেডিকেলত পঢ়ে। বোপা পবিত্ৰ, এইজনীয়েই আমাৰ একমাত্ৰ ছোৱালী নাম মুন্‌মী অৰ্থাৎ মনালিচা বৰুৱা। তুয়ো তুয়োকে নমস্কাৰ জনায়। এনেতে কাম কৰা ছোৱালী এজনীয়ে চাহ মিঠাই লৈ আহে। মুনমীয়ে চাহ মিঠাই পৰিবেশন কৰিলে।
—শুনা মুনমী তুমি পবিত্ৰ বোপাক দাদা বুলি মাতিবা।
—পবিত্ৰ-দা, চাহ খাওঁক। মুনমীয়ে তলমূৰ কৰি ক'লে। পবিত্ৰ অলপ লাজুকীয়া ধৰণৰ ল'ৰা। সি গাভৰু ছোৱালীৰ নিবিড় সান্নিধ্য খুব কমেই পাইছে। সি তলমূৰকৈ চাহত সোঁহা মাৰিলে। এনেতে শুনা গ'ল বাহিৰত গাড়ীৰ শব্দ। গাড়ীৰ পৰা নামি গুৰু গম্ভীৰ খোজেৰে সোমাই আহিল স্বয়ং মানিক বৰুৱা।
—অ' তুমি আহিছা মোৰ অলপ দেৰী হৈ গল। তোমাৰ কথা মনত পেলাইয়েই ডি চি চাহাবৰ পৰা তুৰন্ত বিদায় লৈ আহিছো। ডি-চি মানুহজন বেয়া নহয় কিন্তু বৰ লেপাডেৰীয়া। কথাৰ আহেই শেষ নহয়। বৰুৱা চাহাবে পবিত্ৰৰ লগত দৰ্কাৰী দুই চাৰিটা কথা পাতি বহিবলৈ কৈ ভিতৰ ফালে গ'ল। পবিত্ৰই দুবাৰো চাহ জলপান খাই প্ৰায় দুঘণ্টা সময় কথা বতৰা পাতি সকলোৰে পৰা বিদায় লৈ কলেজ হোষ্টেললৈ ৰাওনা হ'ল। বিদায়ৰ সময়ত বৰবুৱা বৰুৱানীয়ে সুবিধা পালে মাজে মাজে আহি থাকিবলৈ কৈ পঠালে।

অসম মেডিকেল কলেজত পঢ়ি থকা সময় ছোৱাত পবিত্ৰ অতি কমেও দহ বাৰ মুনমীহঁতৰ ঘৰলৈ অহা যোৱা কৰিছে। চাহ জলপান ভাত পানী খাই গৈছে। সকলোৰে লগত হিয়া উজাৰি কথা পাতিছে। অৱশ্যে ইয়াত কোনো ব্যক্তিগত স্বাৰ্থ বা প্ৰেম পীৰিতৰ গোন্ধ নাছিল, আছিল মুনমী আৰু পবিত্ৰৰ মাজত গঢি উঠা ভাই-ভনীৰ এনাজৰীৰ তান।

পবিত্ৰ এদিন ডাক্তৰ হৈ সুদূৰ অৰুণাচল পালে। এদিন

দুদিনকৈ তিনিটা বছৰ পাৰ হ'ল। ইয়াৰ ভিতৰতে মুনমীয়ে এম এ পাছ কৰিলে। পবিত্ৰ আৰু মুনমীৰ মাজত চিঠিৰ আদান প্ৰদান চলিল। দুয়ো দুয়োৰে পৰা যিমানে ভৌগলিক দূৰত্বত ৰ'ল সিমানে হৃদয়ে হৃদয়ৰ ওচৰ চাপিব ধৰিলে। দুয়ো দুয়োকো জীৱন লগৰী হিচাবে পাবলৈ ভগবানক খাতিলে হঠাতে এদিন কিবা বিশেষ কামত মানিক বৰুৱা গুৱাহাটীলৈ আহিব লগীয়া হোৱাত মুন্‌মীকো বৰুৱা চাহাবে লগত লৈ আহি তেওঁৰ পুৰণা বন্ধু মেজৰ বীৰেণ বসুমতাৰীৰ ঘৰত উঠে। বসুমতাৰী চাহাবে তেওঁৰ বন্ধু আৰু বন্ধু কন্যাক পাই আনন্দ প্ৰকাশ কৰিলে আৰু অন্ততঃ এসপ্তাহ তেওঁৰ ঘৰত আলহি হৈ পৰম কৃতাৰ্থ কৰিব বুলি বন্ধুৰ ওচৰত মৰমৰ দাবী কৰিলে। মুন্‌মী সকলো কথা শুনি আছিল। দ্বিতীয় দিনা খোৱাৰ পিছত তেওঁৰ বন্ধু বসুমতাৰীৰ ওচৰত বৰুৱা চাহাবে এটি ডাঙৰ প্ৰস্তাৱ আগবঢ়ালে। যদি বসুমতাৰী চাহাব সন্মত হয় তেন্তে তেওঁলোকৰ সহপাঠী সম্পৰ্কৰ লগতে বিঐ সম্বন্ধটো যোগ দিব পাৰে। বিমলাই প্ৰস্তাৱটোৰ আতঁ ধৰি এইটো এটা সুন্দৰ প্ৰস্তাব বুলি চুৰান্ত মন্তব্যৰ কাৰণে স্বামী বসুমতাৰী চাহাবৰ চকুত চকু থৈ ৰ'ল।

—তোমাৰ প্ৰস্তাৱে আমাক অত্যন্ত আনন্দ দিলে বৰুৱা। তথাপি পবিত্ৰৰ মতামত বা লৰা ছোৱালীৰ মতামতৰ কথাও আছে। আমি শুভাকাঙ্খীহে সংসাৰ কৰিব পবিত্ৰ আৰু মুন্‌মীয়ে। সিহঁতৰ হাঁহি-য়েই আমাৰ সুখ। সিহতৰ উজ্বল ভবিষ্যতেই আমাৰ অন্তিম পোহৰ। নহয় জানো?

—বসুমতাৰী তুমি কিয় ইঞ্জিনীয়াৰ পেশা ল'লা মই ভাবি নেপাওঁ। সাহিত্য সেৱাত লাগি থকাহেতেন ইমান দিনে কিজানি অসম সাহিত্য সভাৰ সভাপতি হৈ দোলা ঘোঁৰা হাতীত উঠি শোভাযাত্ৰাৰ আগত যাব পাৰিলাহেতেন। অতি চেনেহৰ একমাত্ৰ কন্যা মুন্‌মীক পবিত্ৰৰ দৰে এজন সকলোফালৰ পৰা যোগ্য লৰাৰ ওচৰত অৰ্পণ

কৰিব পৰা সন্তুৰনাত বৰুৱাৰ মনটো প্ৰফুল্লিত হৈ উঠিল।

—এটা কথা বৰুৱা আমাৰ সকলোৰে মন থাকিলেও পৰিত্ৰৰ ঘিয়াৰ শেষ সিদ্ধান্ত লব আমাৰ মেৰিনা কণ্ডে। আমি পিতৃ মাতৃ হলেও পৰিত্ৰৰ ওপৰত ঘৰখনৰ পৰিয়ালৰ ভিতৰত বেছি কতৃত্ব মেৰিনা কণ্ডৰ। এই ঘৰখনৰ সকলো গুৰুত্বপূৰ্ণ কামৰ সিদ্ধান্ত মেৰিনা কণ্ডৰ মতেই হয়।

—মানিক বৰুৱাই বসুমতাৰীৰ কথাৰ তাৎপৰ্য্য ভালকৈ বুজিব নোৱাৰি বসুমতাৰীৰ মুখৰ ফালে চাই ৰ'ল। এনেতে মেৰিনা কণ্ডে মুন্মীক হাত এখনত ধৰি লৈ বৰুৱা আৰু বসুমতাৰীৰ সমুখত হাজিৰ কৰি কলে—এইজনী কৰবাৰ দুষ্ট ছোৱালী। ঘৰ সোমাইয়েই আচল বস্তু কেইটা চুৰ কৰিলে। তাইক মই বিচাৰৰ কাৰণে তোমালোকৰ ওচৰলৈ লৈ আহিছোঁ। বিচাৰ কৰি উপযুক্ত শাস্তি দিয়া। মেৰিনাৰ অস্বাভাৱিক ধেমালিত সকলোটি পিল পৰা কপৌৰ দৰে হৈ ৰ'ল।

—বুজিছো, তোমালোকৰ দ্বাৰা সুবিচাৰ নহব। মই নিজে তাইক বিচাৰ কৰি শাস্তি দিম। কোৱা-মুনমী ৰাজী আছাতো? মই যি শাস্তি দিও তাকে লবলৈ ৰাজি? মুন্মী হাঁহি হাঁহি মূৰ দুপিয়ালে।

—তেন্তে শুনা, তুমি এই ঘৰৰ সকলোটি পৰিয়ালৰে মন হৰণ অপৰাধত তোমাক যাবৎজীৱন জেল দিয়া হ'ল। জেলখানা হ'ল বীৰেণ বসুমতাৰী চাহাবৰ হাউলী। ৱাডাৰ মই নিজে। জেইলাৰ কোন জানা? আমাৰ মৰমৰ পৱিত্ৰ বোপা।

মেৰিনা কণ্ডৰ ৰহস্যপূৰ্ণ কথাত সকলো সমানে সুখী হ'ল। মানিক বৰুৱাই ইফালে সিফালে চকু ঘূৰাই শেষত মেৰিনা কণ্ডৰ চকুত নিজ চকু ৰাখি মিচেছ বসুমতাৰীক লক্ষ্য কৰি কলে—এই-জনী ইমান শক্তিশালী শাহু আই কৰ পৰা পালে মিচেছ বসুমতাৰী?

—সচাঁ মিঃ বৰুৱা, মেৰিনা কণ্ডৰ দৰে এজনী আদৰ্শ জ্ঞানী শাহু আই পোৱাতো পৰম ভাগ্যৰ কথা। অহা জনমতো যদি নৰমনিস ৰূপে

জন্ম গ্ৰহণ কৰো যেন মেৰিনা কণ্ডকেই শান্ত আই ৰূপে পাওঁ। এয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

—এতিয়া এই শুভ সংবাদটো সোনকালে পবিত্ৰক জনাব লাগে। সকলোৰে মন আনন্দত আপ্লুত। মুন্মীজনী লাজতে ৰঙা পৰি লাৱন্যময়ী হৈ উঠিছিল। পবিত্ৰক মুনমীয়ে ভালকৈ জানে যদিও ইমান দিনে তাইৰ জীৱনৰ চিৰলগৰী হিচাবে ভাবিবৰ দৃঢ়তা হোৱা নাছিল। পবিত্ৰৰ দৰে দৰা ভাগ্যত মিলাটো নিশ্চয় ভাগ্যৰ কথা। তাই মনে মনে ভাবে। ভাবি লাজো লাগে।

—এই শুভ সম্বাদটো জনাই চিঠিখন বাৰু ময়ে লিখিম। মেৰিনাৰ কথাত সকলোৱে হয়ভৰ দিলে মুন্মীক লৈ মেৰিনা পাকঘৰলৈ গ'ল। ৰাতি খোৱা লোৱা শেষ কৰি আনন্দ মনেৰে সকলোৱে বিচনা ললে। মুনমীৰ টোপনি নাহিল। পবিত্ৰৰ লগ পোৱা পাচটা বসন্তৰ কথা মুনমীৰ মনদাপোনত ভাহি উঠিল। মুন্মীৰ দৰে সৰল গাভৰু এজনীক নিদ্ৰাদেৱীয়ে কেতিয়াও অৱহেলা নকৰে। ৰাতি পুৱাবৰ সময়ত তাইৰ টোপনি আহিল। সাত বজাতো সাৰ নোপোৱা দেখি মেৰিনাই মুন্নীক গাত ধৰি জগাই দিলে মুন্মী বৰ লাজ পালে।

পূৰ্ব্বৰ সিদ্ধান্ত অনুযায়ী চাহ জলপান খাই সকলোৰে পৰা বিদায় লৈ বৰুৱা চাহাব কন্যাসহ ডিব্ৰুগড় বুলি যাত্ৰা কৰিলে। যাবৰ সময়ত মুনমীয়ে দেউতাকৰ পৰামৰ্শমতে বসুমতাৰী দম্পতি আৰু মেৰিনাক সেৱা জনালে। মেৰিনাই কানে কানে মুনমীক পবিত্ৰলৈ নিজা বৰীয়াকৈ চিঠি লিখিব কলে।

মানিক বৰুৱাহঁত ঘৰলৈ ওভতি যাবৰ দিনাই মেৰিনা কণ্ডে পবিত্ৰলৈ সবিশেষ জনাই চিঠি লিখিলে। বিয়াখন অহা বহাগতে হ'ব লাগিব বুলিও চিঠিত উল্লেখ কৰিলে।" ...... শুভস্য শিঘ্ৰম। মোৰ এটাৰ পিছত এটা অসুখ হৈয়ে থাকে। বংসো যথেষ্ট হ'ল। মৰাৰ আগতে তোমাৰ বিয়াখন চাই যাব পাৰিলে সুখ পালোহেঁতেন।

কেতিয়া পুতুককৈ মৰি থাকো ঠিকনা নাই। জীৱনটো কচুপাতৰ পানীৰ দৰে ······ ”। মেৰিনা কণ্ডে চিঠিখন ইংৰাজীতে লিখি তলত নিজৰ নাম লিখি বন্ধ কৰি শুই থাকিল।

সম্পূর্ণ দুমাহৰ মূৰত চিঠিৰ উত্তৰ আহিল। পবিত্ৰই সন্মতি জনাই মেৰিনা বগুলৈ লিখিলে। সি মুন্‌মীক ভালদৰে জানে। চহকী মানুহৰ দুলালী হলেও মুন্‌মী সৰল আৰু অসম্ভৱ বহল অন্তৰৰ ছোৱালী। মুন্‌মীক সকলো পৰিয়ালে পচন্দ হোৱা শুনি অধিক সুখী হৈছে। সি মুন্‌মীৰ পৰাও চিঠি পোৱা বুলি জনাইছে। লগতে ইয়াকো জনাইছে যে সি এমাহৰ ছুটি লৈ এপ্ৰিল মাহৰ দহ তাৰিখে অৰ্থাৎ বিহুৰ আগে আগে ঘৰ পাবহি। পবিত্ৰই দেউতাবলৈ লিখা চিঠিত মেৰিণা কণ্ডৰ চিঠিতেই সকলো জনাই লিখিছে বুলি সংক্ষেপতে লিখিছিল। পবিত্ৰৰ চিঠিত পঢ়ি ঘৰৰ সকলো আনন্দিত হ'ল। বিয়ালৈ মাথোন আৰু এমাহহে বাকী। বিয়াৰ যা-যোগাৰ খুব জোৰদাৰ চলিছে। কিন্তু যোৱা ৰাতিৰ পৰা এটা কথাই সকলোৰে কপালৰ শিৰ থিয় খুৱাইছে। মেৰিণাৰ শৰীৰৰ অৱস্থা সংকটজনক। আবেলি দুবাৰো ডাক্তৰক দেখুৱা হৈছে। ঔষধ পাতি নিয়মীয়াকৈ ব্যৱহাৰ কৰা হৈছে কিন্তু বেমাৰীৰ অৱস্থা বেযাৰ ফালেহে ঢাল খাইছে। পৰিচৰ্য্যাৰ কোনো ত্ৰুটি হোৱা নাই। বসুমতাৰী চাহাব পত্নীসহ ৰাতি মেৰিণাৰ কমত মূৰে কপালে হাত দি ভগবানৰ ওচৰত মেৰিনা কণ্ডৰ আৰোগ্যৰ কাৰণে প্ৰাৰ্থনা জনাই কটাইছে। বিমলা আৰু বসুমতাৰীৰ শিশু সুলভ মুখ দেখি মৃত্যুৰ লগত যুঁজ দিয়া মেৰিনা কণ্ডৰ দুচকু চকুৰ পানীৰে ভেটি ধৰি অন্ধকাৰ কৰি পেলালে। বিমলাই চাদৰৰ আচলৰে চকুপানী মচি দি নিজে চকুপানীক আদৰিছে। মেৰিণাৰ কথা কোৱাত যথেষ্ট কষ্ট হৈছিল। আজি দুদিন গ্লোকজনৰ পানীৰ বাহিৰে একো পেটলৈ যোৱা নাই। ঘৰতেই ডাক্তৰে চেলাইনৰ ব্যৱস্থা কৰিছে।

মাজে মাজে চকু দুটা ঘূৰাই ইফালে সিফালে চাইছে। বসুমতাৰী আৰু বিমলাই কাৰ কাৰণে মেৰিণা কণ্ডে কষ্ট কৰি ইফালে সিফালে চাইছে অনুভৱ কৰিব পাৰি উপায়ন্তৰ হৈ মূৰে কপালে হাত দি বৈ আছে।

হস্পিতেলৰ পৰা ওলাই আহি ডাঃ পবিত্ৰ বসুমতাৰী নিজে কোৱাটাৰত বহি আগন্তুক বিয়াত নিমন্ত্ৰন কৰিবলগীয়া লোকৰ এখনি তালিকা প্ৰস্তুত কৰাত ব্যস্ত। কোনোবা দৰকাৰী মানুহ হয়তু বৈ যাব পাৰে। এনেতে চি আৰ পি জোৱান এজন সোমাই আহি ডব্লিউ-টি মেচেছ এখন দি গ'লহি। তাত লিখা আছিল 'মেৰিণা মৃত্যু শয্যাত, সোনকালে আহা'। ডব্লিউ-টি অৰ্থাৎ ওৱাৰলেচ মেচেছখন দেউতাকৰ পৰা আহিছে। পবিত্ৰই মেচেছটো পাই বজ্ৰ পৰা মানুহৰ দৰে হ'ল। মেচেছখন হাতত লৈ সি পোনে পোনে ই-এ-চি চাহাবৰ বাংলা পালে। ই-এ-চি এসুচ চাহাবক মেচেছখন দেখুৱাই পবিত্ৰ যে যিমান সোনকালে পাৰে সিমান সোনকালে যাব লাগে তাৰ ব্যৱস্থাৰ কাৰণে অনুবোধ কৰিলে। ডাঃ পবিত্ৰ বসুমতাৰীৰ ছুটিৰ দৰখাস্ত কৰা আৱশ্যক নহ'ল। কিয়নো তেওঁ বিয়াৰ কাৰণে আগতীয়াকৈয়ে এমাহৰ ছুটিৰ আবেদন মঞ্জুৰ কৰাই লৈছে। মাথোন দুদিনহে আগতীয়াকৈ যাব খুজিছে। ই এ-চি আৰু পবিত্ৰই কথা পাতি থাকোতেই এখন হেলিকোপ্টাৰ অৱতৰণ কৰা দেখিলে। ই-এ চি চাহাবে ডাঃ বসুমতাৰীক পলম নকৰি তৎক্ষণাত সজু হৈ হেলিপেডলৈ আহিব কলে। ডাঃ বসুমতাৰী পিয়ন মনবাহাদুৰৰ দ্বাৰা দুই এটা বস্তু লৈ বিশ মিনিটৰ ভিতৰতে হেলিপেড পালে। ফিল্ড পাই দেখে সেইখন হেলিকোপ্টাৰ নহয়, কেৰিবোহে ভালেই হ'ল। সেইখন সিধা গুৱাহাটী বৰঝাৰত অৱতৰণ কৰিব। সেইখন আহিছিল আই-টি-বি-পি ৰ কামাণ্ডেণ্টৰ অনুৰোধ ক্ৰমে তেওঁৰ পৰিবাৰক বেলতলাৰ বেছ হস্পিতেললৈ নিবৰ কাৰণে।

ডাঃ পবিত্র বসুমতাৰী সেই যানত যাব লগা হোৱাৰ কাৰণে বৰং কমাণ্ডেণ্টে ভালেই পালে অন্ততঃ লগত এজন ডাক্তৰ যাব। পবিত্র বহি ললে কমাণ্ডেণ্ট মল্লিকৰ ওচৰতে। পাচ বজাত বৰঝাৰ পালে। মল্লিকৰ পৰা বিদায় লৈ টেক্সিৰ কাৰণে ইফালে সিফালে নিৰীক্ষণ কৰাৰ লগে লগে চকুত পৰিল চিন কা মানুহজনৰ। তেওঁৰ গাড়ীতে পবিত্র উঠি আধা ঘণ্টাৰ মূৰত ঘৰ পালে। পবিত্রক দেখি ঘৰত সকলো আচৰিত হ'ল। ইমান সোনকালে পবিত্র কেনেকৈ আহি পালে? পবিত্র অত্যন্ত চিন্তাক্লিষ্ট ভাবে মেৰিনা কণ্ডৰ কমত সোমাল। তাতেই মাক দেউতাকক দেখিলে। দুয়োকে সেৱা জনালে। দেউতাকে পবিত্রক বিমর্ষ মনেৰে জনালে—কণ্ডৰ তোমাক দেখাৰ খুব ইচ্ছা আছিল। কিন্তু কি কৰিবা যোৱা বাতিৰ পৰা মাত কথা দূৰৰে কথা মানুহ চিনিবই নোৱাৰে মেৰিনা কণ্ডক চেলাইন দি ৰখা হৈছিল। পবিত্রই ওচৰতে থকা চকীখনত বহি মেৰিনা কণ্ডৰ মূৰত হাত এখন দি আনখনেৰে মেৰিনাৰ নাড়ী পৰীক্ষা কৰিলে। টেবুলৰ ওপৰৰ পৰা গিলাচটো আনি চামুচেৰে এচামুচ গ্লোকন উলিয়াই পানী মিহলাই চামুচেৰে কণ্ডৰ মুখত দিলে। গলৰ এটা ঘোৰ ঘোৰণি শব্দ কৰি মেৰিনা কণ্ডে পানী টোপা গিলি চকু দুটা মেলি চালে। পবিত্র চকীৰ পৰা উঠি বিচনাত বহি কণ্ডৰ মূৰটো দুয়ো হাতেৰে চেপি ধৰিলে। মেৰিনা কণ্ডে একে থিৰে বহুসময় পবিত্রলৈ চাই থাকিল। মেৰিনা কণ্ডৰ চকুৰেদি পানী বৈ আহিল। মুখখন ইফাল সিফাল কৰিব ধৰিলে। হয়তু মেৰিনাই পবিত্রক অন্তিম আশীর্ব্বাদ দিব বিচাৰিছে। ওচৰতে থিয় দি থকা পবিত্রৰ মাক দেউতাকে এই করুণ দৃশ্য দেখি চকুপানী ধুটুকি নোৱাৰিলে একৈকে শব্দ এটা কৰি মেৰিনা কণ্ড চিৰদিনৰ কাৰণে চকু মুদিলে। ডাক্তৰী সংযম হেৰুৱাই পবিত্রই মেৰিনাক আকোৱালি ধৰি হুক্ হুককৈ কান্দিব ধৰিলে। মাক দেউতাকো শোকত ভাগি পৰিল। পবিত্রৰ কান্দোন শুনি ওচৰৰ চুবুৰীয়া চাৰি পাচজন

মানুহ আহি ঘৰ পালেহি। তাৰে দুই এজনে প্ৰকাশ্যে আলোচনা কৰিলে—.হস্পিতেলত মৰিব দিয়াহেতেন ভালেই আছিল! যেনিবা জন্মদাত্ৰী মাকহে মৰিব ওলাইছে, ঘৰলৈ লৈ আহিল। এতিয়া শটো খড়ি দিব নে কবৰ দিব? টাউন চহৰ হ'ল বুলিওটো জাতকুল, ধৰ্ম কৰ্মৰ বাচ বিচাৰ নোহোৱা হোৱা নাই।' পবিত্ৰৰ মাক মৃতকৰ ওচৰৰ পৰা আঁতৰি গ'ল। দেউতাক আৰু পবিত্ৰ মূৰে কপালে হাত দি বহি আছে। তেওঁ অলপ সময়ৰ পিচত আচলেৰে চকুপানী মচি হাতত এটা বন্ধ খাম লৈ পবিত্ৰৰ দেউতাকৰ ওচৰ পালে। খামটো পবিত্ৰৰ দেউতাকৰ হাতত দি কলে— কণে এনে সময়ত এই চিঠিখন তোমাক দিব কৈছিল। বীৰেন বসুমতাৰীয়ে চিঠিখন খুলি লৈ পঢ়ি গ'ল—

মৰমৰ বীৰেন বোপা,

দুখ নকৰিবা। জন্মিলে মৰিব লাগে। সকলো সত্য হেৰাই গলেও সৃষ্টিৰ শেষলৈকে এই সত্য ক'ণ থাকিব। মই বুজিছো এই সময়ত তোমালোক সকলো শোকত ম্ৰিয়মান। তোমালোকৰ শ্ৰদ্ধা ভক্তি আৰু অকপট মানৱ প্ৰেমত ডুব গৈ মোৰ যে এটা স্বকীয়া সত্তা আছে তাক ভুলি গলো। যি আনন্দ অমৃত তোমালোকে মোক পান কৰালা তাক হয়তু মোৰ ব্যক্তিগত জীৱনত সম্ভৱ নহ'লহেতেন। মোৰ পৰিচয় বীৰেণ, বিমলা আৰু পবিত্ৰৰ মাজতেই। মোৰ মৃত্যুৱে তোমালোকলৈ সাময়িক ভাৱে কিছু সমস্যা আনি দিব পাৰে তাৰে দুই এটি সমাধান দি গলো। এতিয়া তুমি নিশ্চয় মোৰ নশ্বৰ দেহক লৈ সমস্যাত উপনীত হৈছা। এই সম্বন্ধে মোৰ এই সিদ্ধান্তই আমাৰ অৰ্থাৎ তোমালোকৰ বিচাৰ বুলি ভাবিবা। মই জন্মত হিন্দু আছিলোঁ। মোৰ দেউতাৰ নাম খ্ৰো সিং, জয়ন্তীয়া সম্প্ৰদায়ৰ লোক। কিন্তু মই খৃষ্টীয়ানক বিয়া কৰাই গীৰ্জাত খৃষ্টীয়ান হৈছিলো। নিয়মীয়াকৈ গীৰ্জাত গৈ প্ৰাৰ্থনা সভাত যোগ

দিছিলো। কিন্তু তুজনকৈ খৃষ্টীয়ান স্বামীয়ে যেতিয়া মহাপ্ৰভু যীচুৰ নাম অপবিত্ৰ কৰি মোক দাৰুণ প্ৰবঞ্চনা কৰিলে তেতিয়াৰে পৰা মোৰ যি কোনো অনুষ্ঠানিক ধৰ্মৰ ওপৰত আস্থা নোহোৱা হ'ল। মানুহবোৰে ধৰ্মৰ কবচ লৈ অধৰ্ম কৰিব লৈছে। মই জোৱাইৰ ৰামকৃষ্ণ মিচনত পঢ়োতে বঙালী ভাষা লিখিব পঢ়িব শিকিছিলো। মই তোমালোকৰ ঘৰত এই সুদীৰ্ঘ পছিশ বছৰত মোহিণী মেমচাহাবে এৰি যোৱা সকলো অসমীয়া গ্ৰন্থ পঢ়িছিলো। তোমালোকৰ ধৰ্মৰ ৰামায়ন, মহাভাৰত পঢ়িছিলো। এই কামত বিমলা আইদেৱে মোক বৰ উৎসাহিত কৰিছিল। মই ডি-পি-আই অফিছত চাহ দিয়া কামত থাকোতেই অসমীয়া বাবু চাহাবৰ পৰা অসমীয়া শিকিছিলো। ভূপেন হাজৰিকাৰ মানিক ৰইটাঙৰ চুটিঙৰ সময়ত মোক জ্ঞানো ফিলকিন্ লালু আৰু হাজৰিকাদেৱে চুটিংৰ কাৰণে লৈ যোৱা নাছিল। অসমীয়া গানবোৰ মোৰ খুব ভাল লাগে। বিশেষকৈ ভূপেন হাজৰিকা আৰু খগেন মহন্তৰ; গীতাৰ কথাবোৰ মই ভালকৈ বুজি নোপোৱাত বিম।। আঃদেৱে কীৰ্ত্তন পঢ়িলেই গীতাৰ সকলো কথা সহজতে বুজিব পাৰি বুলি কোৱাৰে পৰা মই কীৰ্ত্তনকে বেছি পঢ়িছিলো। খাচী ভাষাত লিখা বাইবেলখন মোৰ প্ৰায় মুখস্থই আছিল। ৰবাট হস্পিতেলত মই বাইবেলকেই পঢ়িছিলো বেছি। শঙ্কৰ দেৱৰ কীৰ্ত্তনৰ এটা কথাই মোক খুব অনুপ্ৰানিত কৰিলে—

> "কুকুৰ চণ্ডাল গৰ্ডভৰো আত্মৰাম
> জানিয়া সৱাকো পৰি কৰিবা প্ৰণাম"।

সেইদৰে বাইবেলৰ সেই মহান উক্তি 'পাপক ঘিনাবা পাপীক নিঘিণাবা' মই একে অৰ্থতে লৈছিলো। কিন্তু এই মহাপুৰুষ, অৱতাৰি পুৰুষসকলৰ বাণী, জীৱন আদৰ্শ তেৰাসৱৰ শিষ্যসকলে পালন কৰিছেনে? নে যীচু, শ্ৰীকৃষ্ণ আল্লাক মূলধন হিচাবে লৈ ব্যৱসায় কৰিছে?

ৰাজনীতি কৰিছে? তোমাৰ ঘৰখনত ইয়াৰ ব্যতিক্রম দেখিলো। মোক সকলোবোৰ মানবীয় মৰ্য্যদা প্ৰদৰ্শন কৰিছিলা। কোনো এজন পৰিয়ালে জাতি ধৰ্মৰ কথা কৈ অ্যমনি নকৰিলে। সঁচা কথা কীৰেণ, ধৰ্ম মনতহে স্থিতি হয় মন্দিৰ গীৰ্জা বা মছ্‌জিদত নহয়। এইবোৰৰ অৰ্থাৎ মন্দিৰ মচ্‌জিদ গীৰ্জাৰ আৱশ্যক মানুহৰ মন আকৰ্ষণ কৰিবৰ কাৰণে। মোৰ কাৰণে চিতা বা কবৰ একেই। কিন্তু মোৰ পৰিচয় তোমালোক। গতিকে তুমি যি ভাল পোৱা বা উচিত বুলি ভাবা তাকে কৰা। মোৰ দ্বিতীয় কথাটো হ'ল মোৰ ষ্টীলৰ ট্ৰাঙ্কটোত কাপোৰৰ মোনা এটাৰ ভিতৰত এটি সোণৰ লকেট আছে; এই লকেটটো মোৰ বিয়াৰ কাৰণে মাই বনাইছিল। মোৰ বিয়াৰ খবৰ মাই পোৱা নাছিল। মা'ৰ মৃত্যুৰ সময়ত লকেটতো বাইদেৱৰ হাতত দি গৈছিল। শিলঙৰ পৰা গুৱাহাটীলৈ অহাৰ আগদিনাই মই এই লকেট আৰু টকা একলাখ লৈ আহিছিলো। পাচবুকটো সেই মোনাতে আছে। টকাখিনি চানমাৰী ষ্টেট-বেঙ্কত পবিত্ৰৰ নামত জমা আছে। মোৰ ক্ষিউ লাউ পবিত্ৰৰ বিয়াত নাতি বোৱাৰীক এই লকেটতো দিবা আৰু টকাখিনি বিয়াত খৰছ কৰিবা।

মোৰ তৃতীয় আৰু অন্তিম গুৰুত্বপূৰ্ণ অনুৰোধ হ'ল—তুমি যেন পবিত্ৰক তাৰ মাক মোহিনীৰ মৃত্যুৰ কথা ঘূনাক্ষৰেও জানিব নিদিয়া। কলেই বিমলাৰ সৰ্বনাশ কৰা হ'ল। বিমলাৰ মাজেৰেই পবিত্ৰই মাক মোহিনীক পাইছে আৰু তুমিও তাকেই অনুভৱ কৰিবা। পবিত্ৰ বৰ কোমল অন্তৰৰ লৰা। তাৰ অন্তৰত দুখ দিলে মোৰ আত্মাই শান্তি নেপাব। মোৰ অন্তিম আশীৰ্বাদ সকলোলৈকে থাকিল। সুখী হোৱা— ইতি—

তোমাৰ

মেৰিনা কং

চিঠিখন পঢ়ি এটা দীঘল হুমুনিয়াহ ছাৰি চিঠিখন বিমলাৰ হাতত

দি পটি চাবলৈ কলে। বিমলা মেমচাহাবে চিঠিখন পঢ়া শেষ কৰি ছুই চকুৰেদি লৈ পৰা চকুপানী আচলেৰে মচি চিঠিখন বসুমতাৰী চাহাবক ঘূৰাই দিলে। বসুমতাৰী চাহাবে চিঠিখন পেণ্টৰ জেপৰ পৰা চিগাৰেট লাইটাৰটো উলিয়াই চিঠিখন পুৰি ছাই কৰি দিলে। বসুমতাৰী চাহাব কমৰ পৰা ওলাই গ'ল। তেতিয়া এক বাজিছিল গেৰেজৰ পৰা গাড়ীখন উলিয়াই লৈ বাহিৰৰ পৰা মিচেচক অৰ্থাৎ বিমলাক মাতিলে। বিমলা গিৰিয়েকৰ ওচৰ পালে। তেওঁ বিমলাক টকা ভৰহেজাৰ উলিয়াই আনিবলৈ কলে। বিমলাই তৎক্ষনাত ঘৰত সোমাই টকাখিনি আনি বসুমতাৰী চাহাবক দিলে। —বিমলা, তোমালোক শৱৰ ওচৰতে থাকা। পবিত্ৰকো কৰা মই এতিয়া শ সৎকাৰ যোগাৰ পাতি আনিবলৈ বজাৰলৈ যাওঁ। ঘৰত বহি থকা ওচৰ চুবুৰীয়া মানুহ কেইজনক মই আধাঘণ্টাৰ ভিতৰতে ঘূৰি আহিম বুলি কবা। বসুমতাৰী গাড়ীলৈ ফাচী বজাৰ পালে। আধা ঘণ্টাৰ ভিতৰতে তেওঁ লগত দুজন নেপালী মানুহ লৈ বজাৰৰ পৰা ঘূৰি আহিল। পবিত্ৰৰে সৈতে ধৰা মেলা কৰি মেৰিণা কওক নতুন কাপোৰ এজোৰ পিন্ধাই দিলে। পবিত্ৰ আৰু দেউতাকে নেপালী মানুহ দুজনৰ সহায়ত গাড়ীৰ পিছৰ চিটত মেৰিণা কণ্ডৰ নশ্বৰ দেহটো উঠাই ললে। অলপ সময়ৰ পিচতে আগতে বন্দোবস্ত কৰি অহা টেক্সিখনো পদুলি মুখত ৰ'লহি। টেক্সিখনত শ্মশান যাত্ৰাত উপস্থিত লোককেইজনৰ কোন কোন যাব উঠিবলৈ বসুমতাৰী চাহাবে হাতযোৰ কৰি অনুৰোধ কৰিলে। মানুহবোৰে ফিচিঙা ফিচিঙি লগালে। সেই পাৰাৰ বাসিন্দা পৱন ডেকা গাড়ীত উঠি—'আপোনালোক নেযায় নেকি? শ্মশানত বহুত কাম আছে। য'য় যদি উঠক আৰু যদি একান্তই মন নাই আমাক যাবলৈ কওঁক। দেখি হৈ যায়'। মানুহবোৰৰ ইজনে সিজনৰ মুখৰ ফালে চোৱা চোই কৰিলে। তাৰে দুজনমানে— ঘৰত লৰা-ছোৱালীৰ

অসুখ। আনজনে নিজৰ গা ভাল নাই ইত্যাদি অজুহাত শুনালে। বসুমতাৰী চাহাবে টেক্সীখনত নেপালী মানুহ দুজনক উঠিবলৈ কৈ গাড়ী এৰি দিলে। ১৫ মিনিট পিছত গাড়ী গৈ শ্মশান পালে। ইতিমধ্যে আগতে বন্দোবস্ত কৰি অহা মতে খৰিৰ ট্ৰাক গৈ তাত ৰৈ আছিল। বসুমতাৰী চাহাবে ট্ৰাকৰ ড্ৰাইভাৰক কৈ মেলি গাড়ী একেবাৰে চিতা সজা ঠাইলৈ লৈ গ'ল। তাতে খৰিবোৰ নমাই থৈ টকা লৈ ড্ৰাইভাৰ গাড়ীলৈ গ'ল। অৱশেষত বসুমতাৰী চাহাবৰ গাড়ী আৰু ভাড়া কৰি নিয়া টেক্সী তাতে ৰ'ল। নেপালী মানুহ দুজন বৰ কামৰ লোক। আধা ঘণ্টাৰ ভিতৰতে সিহঁতে চিতা সজা কাম শেষ কৰিলে। সিহঁতক দুই এটা কামত পবিত্ৰ আৰু পৱন ডেকাই সহায় কৰিলে। মেৰিনা কণ্ডৰ নশ্বৰ দেহ পিতা পুত্ৰই পৱন ডেকাৰ সহায়ত চিতাত তুলিলে। বীৰেণ বসুমতাৰী আৰু পুতেক পবিত্ৰই আঠুলৈ শেষবাৰৰ বাবে সেৱা জনালে। পৱন ডেকাই জীৱনত প্ৰথমবাৰ হৰিধ্বনি দিলে। বসুমতাৰী চাহাবে হাতত চানখেড়ৰ এমুঠি লৈ জুই শলাত জ্বলাই চিতাৰ সাত পাক ঘূৰি মৃতকৰ মুখত জুই দিলে। শুকান খড়ি আৰু ঘি পাই জুই দপদপাই জ্বলি উঠিল। নেপালীলোক দুজনে বসুমতাৰী চাহাবক দূৰৈত গৈ বহি থাকিব অনুৰোধ কৰিলে। সিহঁতে অকলে সকলো শেষ কৰিব। ডেৰঘণ্টা মানৰ পিছত বসুমতাৰী চাহাবে সিহঁতৰ কাৰণে ওচৰৰ দোকানৰ পৰা চাহ ৰুটি নিজে গৈ লৈ আহিল। সিহতে চাহ ৰুটি খালে। পবিত্ৰ আৰু পৱন ডকাও খালে। পৱন ডেকাৰ হতুৱাই আগতীয়াকৈ বসুমতাৰী চাহাবে আমোল চিগাৰেট দিয়া হৈছিল যদিও বসুমতাৰী চাহাবৰ সন্মুখত সিহঁতে চিগাৰেট খাবলৈ কুণ্ঠাবোধ কৰিছিল। কথাটো তলকিব পাৰি বসুমতাৰী চাহাবে নিজে এটা চিগাৰেট জ্বলাই নেপালী ডেকা দুজনক দুটা চিগাৰেট যাচিলে।

—ভাই, শ্মশানত সকলো সমান' যুদ্ধক্ষেত্ৰত সকলো সমান। ইয়াত সৰু ডাঙৰ, লাজ চৰমৰ প্ৰশ্ন নাই আছে এটা বাস্তৱ করুণ কঠোৰ কৰণীয় সত্য. মহান কৰ্ত্তব্য। আমি প্ৰত্যেকেই এদিন শ্মশানলৈ আহিবই লাগিব। কিন্তু আচৰিত কথা যাৰ কাৰণে এই মহাক্ষেত্ৰ পূণ্য স্থান শ্মশানলৈ অহা হয় তেওঁ কিন্তু কাৰো বাবে শ্মশান যাত্ৰী নহয়। শাস্ত্ৰত কৈছে শ্মশান বন্ধু প্ৰকৃত বন্ধু। বসুমতাৰী চাহাবৰ কথা কেইটাই উদয়মান ডেকা পৱন ডেকাৰ অন্তৰ বাককৈ স্পৰ্শ কৰিলে। তেওঁ আবেগত অভিভূত হৈ পৰিল।

—খুড়াদেউ, আমাৰ এই পাৰাৰে চৌধুৰী, বড়া হাজৰিকা, শৰ্ম্মা উকিল কেতিয়াও নমৰিব নেকি? তেওঁলোক প্ৰত্যেকে একোজন অৱসৰ প্ৰাপ্ত ডাঙৰ চৰকাৰী চাকৰিয়াল। তাৰে দুই এজন এতিয়া অকো শঙ্কৰ সংঘ, অস্পৃশ্যতা দূৰীকৰণ সভা আদিৰ মুখপাত্ৰ। সমাজ সংস্কাৰৰ নামত বক্তৃতাৰ ফুলজাৰী অথচ দিন দুপৰতে একে পাৰাতে মানুহ এজনী ঢুকাইছে সৎকাৰৰ কাৰণে শ্মশানলৈ এজনো নোলাল। মই তেখেতসকলৰ গোপন আলোচনা শুনিছো।

—খাচীয়ামী জনীক খড়ি দিবলৈ কোন যাব?

বসুমতাৰী চাহাবে একো নেমাতিলে। ডেকাই পুনৰ কলে—পবিত্ৰ এইমাত্ৰ দূৰৈৰ পৰা পাইছেহি। মানুহৰ অভাৱত সিয়ে আকৌ শ্মশানলৈ আহিব লগা হৈছে। মানুহ মানুহৰ কাৰণেহে লাগে। কি কাৰোবাৰ ঘৰত গৰু ম'হ মৰিলে পেলাবলৈ মানুহ নাহিব? অ' তেওঁলোক চহৰীয়ালোক— মেটৰ আনিব। মেটৰ কি মানুহ নহয়। যদি মেটৰে সেই কাম কৰিবলৈ এৰি দিয়ে তেন্তে কি কৰিব?

তেতিয়া চিতাৰ কাম শেষ হওঁ হওঁ। পুনৰ বসুমতাৰী চাহাবে গাড়ীলৈ চাহ বিস্কুট লৈ আহিল। সকলোৱে খালে। শ্মশানৰ

কাম শেষ কৰি ঘৰ পাওঁতে পাচ মান বাজিছিল। ভাজিৰা কৰা নেপালী মানুহ দুজনক বসুমতাৰী চাহবে প্ৰত্যেককে এশকৈ টকা দি এঘাৰ দিনৰ মূৰত সকানৰ কাৰণে যেনেতেনে আহিবলৈ কৈ বিদায় দিলে।

মেৰিনাৰ আদ্যশ্ৰাদ্ধৰ কাৰণে ডিব্ৰুগড়ৰ মানিক বৰুৱাকো সপৰিয়ালে নিমন্ত্ৰণ জনালে। নিমন্ত্ৰণী পত্ৰখন পাই বৰুৱা চাহাবে দুই তিনিবাৰ পঢ়ি চালে—

গঙ্গা

যোৱা পোহ্নৰ তাৰিখ সোমবাৰে আমাৰ পৰম আৰাধ্যা মাতৃতুল্য / শাহুতুল্য / আইতাতুল্য শ্ৰীমতী মেৰিনা কণ্ড স্বৰ্গগামী হয়। তেখেতৰ আদ্যশ্ৰাদ্ধৰ পূৰ্ণ তিনি পছিশ, ছাব্বিশ, আৰু সাতাইশ তাৰিখে পৰিছে। গতিকে সেই তিনিও দিনৰ কাৰণে আপোনাৰ সপৰিয়ালে উপস্থিতি কামনা কৰা হ'ল। আশা কৰো আপোনালোকৰ উপস্থিতিয়ে শোকাকুল পৰিয়ালটিক শান্তনা দিব। ইতি—

বিনয়াবনত—

স্থান—জু-ৰোড<br>গুৱাহাটী<br>১৪ ডিচেম্বৰ ৭৫

শ্ৰীবীৰেণ বসুমতাৰী<br>শ্ৰীবিমলা বসুমতাৰী<br>শ্ৰীপবিত্ৰ বসুমতাৰী

বৰুৱাই চিঠিখন পঢ়ি বৰুৱানীৰ হাতত দিলে। বৰুৱানীয়ে চিঠিখন পঢ়ি গিৰিয়েকৰ মুখৰ পিনে চাই ৰ'ল। বৰুৱানীয়ে ভাবিলে— বেচেৰী বুঢ়ীজনী! তাইৰ কিমান ইচ্ছা আছিল পবিত্ৰ আৰু মুনমীৰ বিয়াখন চাবলৈ। বেচেৰী বুঢ়ীয়েই আগ্ৰহেৰে বিয়াখনৰ সকলো দিহা কৰিছিল। এই মানুহজনী বসুমতাৰী চাহাবৰ লগত কেনেকৈ লগ পালে ভাবিলে আচৰিত লাগে। সে বসুমতাৰী চাহাবৰ দেউতাকে দুজনী বিয়া কৰাইছিল? অ' হো, সেইটো হ'বই নোৱাৰে। বসুমতাৰী চাহাবৰ পূৰ্ব্বৰ ঘৰ গোৱালপাৰাৰ এখন ভিতৰুৱা গাওঁত।

বাপেক আছিল এল পি স্কুলৰ শিক্ষক। বসুমতাৰীৰ জন্মৰ পিছতেই বেগে হাইজা লাগি মাক বাপেক দুয়ো ঢুকায়। বাৰেন বসুমতাৰীয়ে ওদালগুৰিৰ মোমায়েকৰ ঘৰত থাকি লিখা পঢ়া কৰিছিল। সি যিয়েই নহওঁক মেৰিনা সাক্ষাৎ 'মাদাৰ মেৰী'। সেয়েহে বসুমতাৰী চাহাবে মেৰিনা কণ্ডৰ শেষ ক্ৰিয়া কৰ্মতো সমান শ্ৰদ্ধাই প্ৰদৰ্শন কৰিছে।

—কিন্তু এটা কথাই আমাক অসুবিধাত পেলাব যেন লাগিছে। বোধহয় বীৰেণে মেৰিনা কণ্ডৰ মৃত্যুৰ এবছৰ শেষ নোহোৱালৈকে কিজানি পুতেকৰ বিয়া পাতিবলৈ সন্মত নহ'ব। তুমি এই বিষয়ে কি কোৱা মুনমীৰ মাক ?

—ইস এজনী ঘৰত কম কৰা থাছীধানী আয়াৰ মৃত্যুত বসুমতাৰী পৰিয়ালে এবছৰ ব্ৰত পালন কৰিব ? আপোনাৰ আৰু দুঃচিন্তাবোৰ। সেইবোৰ যিয়েই নহওঁক আমি সাংলোটি পৰিয়ালে সকামলৈ যোৱা উচিত হব। সকাম শেষ হোৱাৰ পিছতে বিয়াৰ দিনটোও লৈ আহিব পৰা যাব। বৰুৱানীৰ কথাত বৰুৱাই আপত্তি নকৰিলে। মুনমুনে পাকিস্তানলৈ মেৰিনাৰ মৃত্যু শোকবাৰ্ত্তা পঠালে তাই খবৰ পাবৰ নিমিত্তে। বিদেশত থকা মেৰিনাৰ আত্মাৰ সদ্গতিৰ কাৰণে নীৰৱে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল।

মেৰিনা কণ্ডৰ মৃত্যু শ্ৰাদ্ধ ক্ৰিয়া খুব ধুমধামেৰে সমাধা হৈ গ'ল। জু-ৰোডৰ সকলো বাসিন্দাকে সকামলৈ নিমন্ত্ৰণ জনোৱা হৈছিল। তেওঁলোকে আনন্দ মনে ভোজ ভাত খালে। মাণিক বৰুৱা সপৰিয়ালে সকামৰ এদিন আগতে পালেহি। তেওঁলোকে সকামৰ কেইদিন আন্তৰিকভাৱে বসুমতাৰী পৰিয়ালক সহায় কৰিলে। বসুমতাৰী বৰুৱা পৰিয়ালৰ আন্তৰিকতা আৰু ভদ্ৰতাক প্ৰকাশ্যে সলাগিলে। সকাম সকলো কালৰ পৰা ভালেই গ'ল। মিচেছ বৰুৱাই সকামৰ পিছদিনা কথাৰ প্ৰসঙ্গত মিচেছ বসুমতাৰীক সুধিলে-

বিয়াৰ তাৰিখ ছোৱা হ'ল নেকি ?

—সেই বিষয়ে এতিয়া চিন্তা কৰিবই পৰা নাই মিচেছ বৰুৱা। মেৰিনা কওৰ আকস্মিক মৃত্যুয়ে আমাক বৰ বিপদত পেলালে। মেৰিনা কও জীয়াই থকা হ'লেহেতেন তেওঁৰেই সকলো কৰিলেহেতেন। এতিয়া সকলো আমাৰ ওপৰতে পৰিল। বসুমতাৰী চাহাব এইবোৰত একেবাৰে অনভিজ্ঞ। সেইদৰে মোৰো অৱস্থা একেই। যা হওঁক, মই বাৰু আজি এই বিষয়ে তেখেতৰ লগত কথা পাতিম।

নৈশ আহাৰ খোৱা শেষ কৰি সকলো বিচনাত পৰিল। বিমলাৰ হঠাৎ মনত পৰিল মিচেছ বৰুৱাৰ কথাষাৰলৈ—'বিয়াৰ দিন ছোৱা হ'ল নেকি?' সেই একে প্ৰশ্নকে বিমলাই গিৰিয়েকক কৰিলে।

—নাই ছোৱা। সময়েইবা পালো ক'ত ? গোটেই মাহটো মেৰিনাৰ অসুখ আৰু পিছত সকামতেই ব্যস্ত থাকিব লগা হ'লো। পিছে বিয়া সম্পৰ্কে অন্য এটা জটিল সমস্যা উদ্ভৱ হৈছে বিমলা। তুমি ভাবি চোৱা, মেৰিনা আমাৰ মাতৃতুল্য নহয় জানো ? আনহাতে মই নিজে মুখাগ্নি কৰিছো। গতিকে ঘৰৰ মূৰী মানুহৰ বিয়োগত এবছৰলৈ কোনো মাঙ্গলীক কাৰ্য্য হব নোৱাৰে। অৱশ্যে এইটো মোৰহে মত, তুমিও ভাবি চোৱা পবিত্ৰকো সোধা। সি হয়তু এইবোৰ পুৰণি নিয়ম বিশ্বাস নকৰিবও পাৰে। তোমালোকে ভাবি চিন্তি যি ভাল দেখা কৰা। তোমালোকৰ মতেই মোৰ মত। বিযাৰ দিনতো কি চাৱা। এটা ভাল তিথি ললেই হ'ল। অৱশ্যে জন্মত কৰ্ম কৰিব নেলাগে। গতিকে জন্ম দিনটো বাদ দিব লাগিব। কথা সিমানতে এৰি দুয়ো শুই থাকিল।

ৰাতিপুৱা মাকে পবিত্ৰক চাহৰ কাপটো হাতত দি সুধিলে—হয়নে বোপা, তোমাক এটা কথা সোধো। মেৰিনা কও আৰু আমাৰ মাজত নাই। ঘৰখনৰ বহুত দায়ীত্ব আমাৰ ওপৰত পৰিল।

বৰুৱা বৰুৱানী কাইলৈ ডিব্ৰুগড়লৈ গুভতিব। সেয়ে বিয়াৰ দিনতো লৈ যাব বিচাৰিছে। এই বিষয়ে তোমাৰ মত কি ?

—মা, মেৰিনা কণ্ড নাই সঁচা, তোমালোকতো আছা তোমালোকে যি ভাল দেখা সেয়ে মোৰো ভাল। তোমালোকৰ ওপৰত মই আকৌ কি সিদ্ধান্ত লম।

—নহয় অ' বোপা দেউতাৰে তোমাকহে কথাতো সুধিব কলে।

—এইটো আকৌ কেনে ধৰণৰ নতুন কথা মা, যি দেউতাই কোনো দিনে নিয়মৰ বাহিৰে কোনো দিন কাম কৰা নাই তেওঁ আজি আকৌ অনিয়ম কৰিব যাব কিয় ?

—এটা সৰু কথাই ডাঙৰ সমস্যাৰ সৃষ্টি কৰিছে বোপা আমি সকলোৱে দুয়োখন ঘৰে যিমান সোনকালে পাৰি তোমাৰ বিয়াখন সমাধা কৰি সুখী হব খুজিছো। কিন্তু দেউতাৰে কৈছে ঘৰৰ মুৰী মানুহৰ বিয়োগত সেই ঘৰত এবছৰৰ কাৰণে কোনো মাঙ্গলীক কাৰ্য্য হব নোৱাৰে। এইটো এটা প্ৰচলিত নিয়ম। তুমি ইয়াক নেমানিবও পাৰা।

—মা, যদি প্ৰচলিত নিয়মেই তেন্তে মই কিয় তাক উলঙ্ঘা কৰিম ? দ্বিতীয়তে, যদি মেৰিনা কণ্ড দেউতাৰ জন্মদাত্ৰী মাতৃ হ'লহেতেন তেন্তে তোমালোকে মোৰ মত লনাহেঁতেননে ? মা, মই এই নিয়ম মানিমেই। মেৰিনাকণ্ড মোৰ স্বাৰ্থৰ কাৰণে আইতা নহয়, তেওঁ মোৰ আদৰ্শ প্ৰকৃত আইতা। নামতো মেৰিনা হ'ল বুলিয়ে তেওঁক মোৰ অন্তৰত আইতা আসনৰ পৰা বঞ্চিত কৰিমনে ? মোৰ বিয়া এবছৰ পিছুৱাই যাওঁক। ইযাত সকলোৱে একমত হোৱা উচিত। চাহ খোৱা শেষ কৰি পবিত্ৰ পত্নলি মূখ পালে। বাগানৰ পৰা দুটি গোলাপ ফুল ছিঙিলৈ মুনমী বাৰাণ্ডাত উঠিছে এনেতে পবিত্ৰই মাত লগালে—'ফুলচুৰী কেহত কাৰোবাক নধৰিলেই ৰক্ষা'।

—কি কলা, কি কলা পবিত্ৰদা, তোমাৰ বোধহয় অসমীয়া

জটুৱা ঠাচবোৰৰ নুনাতম জ্ঞানও নাই। থেথিংস্ক'প হাতত লৈলেই যে নিজৰ ভাষাৰ প্রতি অৱহেলা কৰিব লাগে তাৰ কি মানে আছে?
—থোৱা থোৱা, ৰাতিপুৱাই তুমি মোক ভাষা জ্ঞানৰ পৰীক্ষা লৈ মাথা গৰম নকৰিবা।
—জানা পবিত্র-দা, ফুলচুৰী এটা জঠুৱা ঠাচ-ইয়াৰ অর্থ তুমি ভবাৰ দৰে নহয়। কওঁ শুনা—ওচৰলৈ আহা। ফুলচুৰী মানে-মাইকী মানুহক বলাৎকাৰ কৰি সতীত্ব নষ্ট কৰা। এতিয়া বুজিলানে?
—হয় নেকি? ইছ, ইছ, মই বৰ সাঙ্ঘাটিক কথা কৈছিলো। কোনোৱাই শুনিলে নেকি মুনমী?
—নাই নাই, কোনোৱে শুনা নাই। বাহিৰত কোনো নাছিল।
—হয় মুনমী, তোমালোক বোলে আজি যাবাগৈ?
—হয়, যাব লাগিব, ঘৰখন কিমান দিন চাকৰ বাকৰৰ হাতত এৰা যায়। তাতে দেউতাৰ বহুতো জৰুৰী কাম আছে। মই এতিয়া আহো পবিত্রদা বুলি মুনমী থিয় দি ৰ'ল।
—তুমি আৰু কিবা কবানেকি মুনমী?
- তোমাৰ ছুটি আৰু কিমান দিন আছে পবিত্রদা?
—মোৰ ছুটিৰ কথা নকবা মুনমী। বিয়াৰ কাৰণে দীঘলীয়া ছুটি লৈছিলো। বিয়াৰ কাৰণে লোৱা ছুটিৰ মাত্র ১০ দিনহে গ'ল। এই অঘটনটোৰ কাৰণে মই আগতে আহিব লগা হলোঁ।
—তাৰ মানে তুমি বিয়া পাতিহে যাবা? কথাষাৰ কৈ মুনমী লাজতে তলমুৰ কৰিলে।
—এৰা বিয়া পাতিম বুলিয়ে ছুটি লৈছিলো মুনমী। কিন্তু সকলো ঈশ্বৰৰ ইচ্ছা। আমাৰ বিয়া এবছৰৰ কাৰণে চাঙত উঠিল। তুমি বোধহয় নেজানা। ঘৰৰ মূল মানুহৰ মৃত্যু হলে এবছৰৰ কাৰণে সেই ঘৰত কোনো বিয়া বাৰু হব নোৱাৰে।
অ' হয়নেকি? তুমি তেন্তে আগতীয়াকৈ কামত জইন কৰিবা।

—এৰা মুন্‌মী নিথা যেতিয়া নহ'ল ছুটি খৰছ কৰি লাভ কি। পিচলৈ ছুটিৰ দৰ্ক'ৰ হব। পবিত্ৰৰ কথা শুনি মুন্‌মী মনে মনে ৰ'ল। ভিতৰৰ পৰা বিনলাই মুন্‌মীৰ নাম ধৰি মাতিব ধৰিলে। আহিছো দাদা বুলি মুন্‌মী ভিতৰ সোমাল।

বসুমতাৰী চাহাবৰ পৰ মৰ্শমতে সোনকালে ভাত পানীৰ ব্যৱস্থা কৰা হ'ল। সকলোকেইজন একে টেবুলতে বহিল। বাহাদুৰে ভাত সজাই দিলে। ভাতৰ টেপা মাৰি বসুমতাৰী চাহাবে বৰুৱা চাহাবক উদ্দেশ্য কৰি কলে—আপোনালোক যোৱাৰ আগতে সকলোৰে সন্মুখতে কথা এটা কব খুজিছো। বৰুৱা বৰুৱানী মুৰ তুলি বসুমতাৰীৰ মুখলৈ চাই ৰল বিয়াখন পাতিম বুলি বহু আশাৰে যা-যোগাৰ কৰিছিলো। কিন্তু ভগবানে সেইটো সোনকালে নিবিচাৰিলে। তোমা-লোক সকলোৱে ইতিমধ্যে ইয়াৰ কাৰণ জানিব পাৰিছা। গতিকে বিয়াখন অহা বছৰলৈ পিছুৱাব লগা হ'ল! বসুমতাৰীৰ সিদ্ধান্তৰ ওপৰত কোনো যুক্তিয়ে কামত নিদিব ভাবি তেওঁৰ কথাত সন্মতি জনালে। খোৱা লোৱা শেষ কৰি সান্ত্বনা বিএ বিএনীৰ পৰা বৰুৱা চাহাবে বিদায় ললে। বিমলা আৰু বীৰেণ বসুমতাৰীক মুন্‌মীয়ে ভৰি ছুই সেৱা জনালে। দুয়ো মুন্‌মীক মুৰত ধৰি আশীৰ্ব্বাদ দিলে। পবিত্ৰই তেওঁলোকক গাড়ীত উঠাই দিলে। চকু চলচলীয়া কৰি মুন্‌মী গাড়ীত উঠিল। মুখেৰে মাত মাতিব নোৱাৰি আদ্ৰ নয়নেৰে মুন্‌মীয়ে শেষবাৰৰ কাৰণে চকুৰে বিদায় ললে। গাড়ী চলিল। প্ৰাণঘাটৰ নৌকা প্ৰচণ্ড ধুমুহাৰ প্ৰৱাল সোঁতত ধাৰিধি বুকুলৈ আতৰি গ'ল কোনে জানে কেতিয়া সেই নাৱৰীয়া নিৰ্বিঘ্নে ঘূৰি আহিব। এটা মাহত ত্ৰিশটা দিন। ত্ৰিশটা দিনেই যেতিয়া মুন্‌মীক প্ৰতাৰণা কৰিলে কেনেকৈ বাৰু তিনিশ পয়ষষ্টি দিনক বিশ্বাস কৰিব? যোৱা দশমী পূজাৰ দিনা মগনীয়া এজন মুন্‌মীহঁতৰ ঘৰলৈ আহিছিল। মুন্‌মীৰ মাকে তাক

এটি টকা ভিক্ষা দিবলৈ হাত মেলিছে এনেতে সি ঘপ্‌কৈ কৈ পেলালে —'আই আপুনি খুব ভাগ্যবান। আপোনাৰ ধন-সম্পত্তি অপাৰ। আপোনাৰ লৰা ছোৱালী হালবো ভাগ্য ভালেই। কিন্তু আই ছোৱালীজনীয়ে মনত অলপ আঘাট পাব। বৰ্ত্তমান তাইৰ বিয়া যিজন লৰাৰ লগত থিক হৈ আছে হয়তু সেই বিয়াখন হৈ নুঠিব। সেই বুলি আই মোৰ কথা শুনি মনত দুখ নকৰিব আৰু আই-জনীৰো এই মগনীয়াৰ কথা নকব। মোক হঠাৎ কিবা এটা অজান শক্তিয়ে কথাখিনি কব দিয়াৰ কাৰণেহে বলোঁ। পিছে আপোনাৰ ছোৱালী ভাগ্যৱতী। তাই উপযুক্ত দৰা পাব। সময়ত সকলো জানিব। মিচেছ বৰুৱাই কোনোদিনে এই দুৰ্ভাগ্যজনক ঘটনাটো কাৰো আগত ব্যক্ত কৰা নাছিল। ভগবানক খাতিছিল মগনীয়াৰ ভৱিষ্যতবাণী যেন নফলিয়াই। মাক আৰু মগনীয়াৰ সকলো কথোপকথন ড্ৰয়িং ৰুমৰ পৰা মুন্‌মী গোপনে শুনি আছিল। সেই দিনা তাইৰ খুব বেয়া লাগিছিল। গাড়ীত উঠি তাই সেই কথাই পাগুলিয়াই চাইছে। পবিত্ৰৰ লগত মুন্‌মীৰ কোনো বিশেষ প্ৰেমালাপ বা এবিব নোৱাৰা ঘটনা হোৱা নাই সঁচা কিন্তু তাই যে পবিত্ৰৰ প্ৰেম ভিখাৰী এই কথা তাই অস্বীকাৰ কৰিব নোৱাৰে। আন ফালে পবিত্ৰই জানো মুন্‌মীৰ কাৰণে অজানিতে হৃদয়দ্বাৰ খুলি ৰখা নাই? মুন্‌মীৰ বাহিৰে সি অন্য গাভৰুক চিন্তা কৰিবই নোৱাৰে দুয়োৰে হৃদয়ে দুয়োৰে হৃদয়ক কাহানিবাই চিনি পেলাইছে।

····দুদিন পিচতে মাক দেউতাকৰ পৰা বিদায় লৈ ডঃ পবিত্ৰ অৰুণাচললৈ যাত্ৰা কৰিলে।

—❁—

॥ ছয় ॥

ডাঃ পবিত্র বসুমতাৰীয়ে ছুটি শেষ হোৱাৰ পোন্ধৰ দিন আগ-তেই কামত জইন কৰিলে। বিয়াখন এবছৰ পিছ পৰি যোৱাৰ কাৰণে বহুতো বন্ধু বান্ধৱে দুখ প্ৰকাশ কৰিলে। ইয়াৰ বাবে ডঃ বসুমতাৰীৰ কোনো খেদ নাই। বসুমতাৰী কামৰ মানুহ। তেওঁক কামে আমনি দিব নোৱাৰে। বহুলোকে আলোচনা কৰে যদি পবিত্র বসুমতাৰীৰ দৰে আৰু কেইজনমান ডাক্তৰ অৰুণাচললৈ আহিলহেঁতেন হয়তু বহুতো নিৰীহ মানুহ অকাল মৃত্যুৰ পৰা ৰক্ষা পৰিলহেঁতেন। প্ৰায়বোৰ ডাক্তৰকে দেখা যায় সঘনে ছুটিলৈ ভৈয়ামলৈ যায়, ছুটি বঢ়ায় থাকে, নানান চৰকাৰী কামৰ অজুহাত দেখুৱাই ভৈয়ামৰ নগৰে চহৰে ঘূৰি ফুৰে। পাহাৰত থকা দিন কেইটা প্ৰায় পালা মাৰিয়েই কটায়। টকা কেইটাৰ কাৰণেহে অলপ অচৰপ কৰে। সেৱাৰ মনোভাৱেৰে নহয়। কিন্তু ডাক্তৰ বসুমতাৰী ইয়াৰ ব্যতিক্ৰম।

অৰুণাচল যেতিয়া নেফা হিচাবে আছিল তেতিয়াৰ ডাক্তৰী অৰ্থাৎ চিকিৎসা ব্যৱস্থাৰ বিষয়ে এটি আমোদজনক কাহিনী ডঃ বসুমতাৰীয়ে পাঠক চাহাবৰ মুখৰ পৰা শুনিব পাইছিল।

এজন চাৰ্কোল অফিছাৰৰ অধিনত এখন ডাক্তৰ খানা।

তাত এজন ডাক্তৰ, এজন কম্পাউণ্ডাৰ আৰু তিনি চাৰিজন মেলেৰীয়া কৰ্ম্মী আৰু এজন চকীদাৰ। ডাক্তৰ কম্পাউণ্ডাৰ বছৰৰ প্ৰায়ভাগ সময় বাহিৰতেই থাকে। চকীদাৰবোৰ প্ৰায়ে নেপালী মানুহ। এবাৰ তেনে ডাক্তৰ এজন চৰকাৰী কাম লৈ ভৈয়ামলৈ গ'ল। দুই চাৰি দিনতে কাম শেষ কৰি লৰা হোৱাশৰ নে পৰিবাৰৰ কথা মনত পৰাত তেজপুৰত গাড়ীত উঠি বিহাৰৰ নিজ চহৰ পাটনা পালে। সেই সুযোগতে সৰ্ব্বদায় সুযোগ সন্ধানী কম্পাউণ্ডাৰ পাল বাবুই নিজ ঘৰ শিলিগুড়ি বুলি যাত্ৰা কৰিলে। যাৰৰ সময়ত লোকসেৱক পাল বাবুৱে দহটা বটলত ক্ৰমিক নম্বৰৰ লেবেল মাৰি কাগজ এখনত এক্ৰৰ পৰা দহলৈ কি বেমাৰত কি নম্বৰত ঔষধ লাগে লিখি চকীদাৰ দেবীলাল জোচীক চিকিৎসাৰ দায়ীত্ব ভাৰ চমজালে। একনম্বৰ বটলত মূৰৰ বিষৰ বড়ি, দুইনম্বৰত পানী লগা তিনি নম্বৰত কাহ, চাৰি নম্বৰত পেটচলা পাচ নম্বৰত পায়খানা বন্ধ হোৱা, ছয় নম্বৰত পেটৰ বিষ, সাতত পেটৰ কামোৰ, আঠত চকুৰ বিষ, নত দাঁতৰ বিষ আৰু দহ নম্বৰত সেইদৰে পিঠিৰ বিষ। চকীদাৰে এই লিষ্টি চাই বেমাৰীক ঔষধ দি চিকিৎসা কৰি আছে। দুৰ্ভাগ্য ক্ৰমে কেইদিন মানৰ পিছত হঠাৎ চাৰ্কোল অফিচত কাম কৰা মানুহ এজনৰ পৰিবাৰৰ উঠিল সাংঘাতিক দাঁতৰ বিষ। বিষত তেওঁ নেপাই অ'ত ত'ত মূৰ মাৰিব ধৰিলে। উপায়ন্তৰ হৈ গিৰিয়েক দৌৰ মাৰিলে ডাক্তৰখানালৈ। ডাক্তৰৰ চকীত বহি আছে চকীদাৰ দেবীলাল জোচী। বাবুক দেখি দেবীলালে চেলাম দি উঠি কি লাগে সুধিলে। বাবুয়ে দেবীলালক দাঁতৰ বিষৰ ঔষধ দিব পাৰিব নেকি সুধিলে আৰু বেমাৰৰ গুৰুত্বৰ কথাও জনালে। দাঁতৰ বিষৰ ঔষধ তেতিয়া শেষ হৈছিল যদিও বুদ্ধিয়ক জোচীয়ে বাবুক নিৰাশ নকৰি ঔষধ দি পঠালে। আচলতে দাঁতৰ বিষৰ ঔষধ থকা ন' নম্বৰ বটলৰ ঔষধ দুদিন আগতে শেষ হৈছে যদিও জোচীয়ে চাৰি

নম্বৰ আৰু পাচ নম্বৰ বটলৰ ঔষধ মিলাই ন' নম্বৰ কৰি দাঁতৰ বিষৰ ঔষধ দি পঠালে। বাবুৱে গৈ দেৱীলালে দিয়া পৰামৰ্শ মতে চাৰি নম্বৰ দুটা টেবলেট আৰু পাচ নম্বৰ ২ টা টেবলেট মুঠ চাৰিটা টেবলেট একে লগে খুৱাই দিলে। মানুহজনীয়ে দাঁতৰ বিষ অলপ কম পোৱা যেন পালে কিয়নো দহ পোন্ধৰ মিনিট পিছতেই তেওঁৰ পেট কামুৰিব ধৰিলে আৰু খুব পাইখানাৰ ভাৱ হ'ল। পানী লৈ দৌৰী পায়খানা পালে। পায়খানাত বহেহে বহে পায়খানা নহয় পুনৰ ঘৰলৈ আহিল। অলপ পিছত আকৌ পায়খানাৰ ভাব কিন্তু পায়খানা পালে বন্ধ হয়। পায়খানালৈ অহা যোৱা কৰোতে মানুহজনী হাৰাহাস্তি হ'ল। বাবুয়ে মানুহজনীৰ অহা যোৱা কাণ্ড দেখি আচৰিত হ'ল। উপায়ান্তৰ হৈ গৈ কথাটো চাৰ্কোল অফিছাৰক জনালে। চাৰ্কোল অফিছাৰে পিয়ন পঠাই ডাক্তৰখানাৰ চকীদাৰ দেৱীলালক তৎক্ষনাত মতাই আনিলে। চকীদাৰে ক্ৰমিক নম্বৰ লিখা ফৰ্দখনলৈ চাহাবৰ ওচৰ পালে। চাৰ্কোল অফিছাৰে তাক কি ঔষধ দিছে সুধিলে। সি কলে, চাহাব ন-নম্বৰ ঔষধ অৰ্থাৎ দাঁতৰ বিষৰ ঔষধ আজি দুদিন আগতে শেষ হৈছে। তথাপিও মই বাবুক ঘূৰাই নপঠাই চাৰি আৰু পাচ নম্বৰ মিলাই ন নম্বৰ কৰি ঔষধ দিছো। চাৰ্কোল অফিছাৰে ফৰ্দখন চালে। চাৰি নম্বৰ ঔষধ হ'ল শৌচ হোৱা আৰু পাচ নম্বৰ শৌচ বন্ধ হোৱা। তেওঁ হাঁহি হাঁহি কলে—দেৱীলাল, তোমাৰ ঔষধে থিক কাম কৰিছে। তোমাক মই এইবাৰ লাট চাহাবৰ সোণৰ মেডেল দিয়াম। চাৰ্কোল অফিছাৰ চাহাবে বাবুক বুজাই কলে,— বুজিছে বড়া, চাৰি নম্বৰ ঔষধৰ গুণত মানুহৰ পায়খানা ভাব হয় আৰু পাচ নম্বৰৰ গুণত বন্ধ হয়। তেওঁ আকৌ হাঁহিলে। যাওঁক গৈ অলপ ঠেকেৰা পানীত তিয়াই খাবলৈ দিব ঔষধৰ ক্ৰিয়া শেষ হৈ যাব। দাঁতৰ বিষৰ কাৰণে, বৰা মোৰ লগত কৰ্পূৰ বাথৰ আছে তাকে গৈ দাঁতত লগাই দিব থিক হৈ

যাব। চাহাবে দেবীলালক দাবুৱা কটৰীৰে কাৰো যেন হাৰ্ট অপাৰেচন নকৰে তাৰ কাৰণে সতৰ্ধান কৰি দিলে।

ডাঃ বসুমতাৰীৰ আন্তৰিকতা আৰু কামত নিষ্ঠা দেখি সকলো মানুহ তেওঁৰ প্ৰসংশাত পঞ্চমুখ। আনকি পাহাৰী মানুহবোৰেও তেওঁক 'ডনীপ'লো' বুলিহে ভাবে। ব্যস্ততাৰ মাজেৰে পবিত্ৰৰ এটা বছৰ প্ৰায় শেষ হওঁ হওঁ। দেউতাকৰ পৰা চিঠি পাইছে বিয়াৰ দিন থিক হ'ল। অহা ডিচেম্বৰৰ ১০ তাৰিখে এমাহ ছুটি লৈ যাব লাগে। চিঠিপোৱা মাত্ৰে উত্তৰ দিবলৈও লিখিছে। পবিত্ৰই এমাহৰ ছুটিৰ দৰ্খাস্ত আৰু দুখন বেলেগ চিঠি লিখি নিজে গৈ পোষ্ট-অফিছত দি আহিল। প্ৰথমখন চিঠি দেউতাকলৈ। তাতে অলপ মাকলৈও লিখিছে। দ্বিতীয়খন মুনমী অৰ্থাৎ মনালিচা বৰুৱালৈ। পাহাৰৰ দৰে স্থিৰ গুৰু গম্ভীৰ মনৰ পবিত্ৰ আজি সূৰ্য্যৰ কিৰণত হিমালয়ৰ শিখৰৰ হিম গলাৰ দৰে মুনমীৰ ভাৱনাৰ উমে তাৰ অন্তৰ গলাই তুলিলে। অন্তৰৰ পৰা চিন্তাৰ ডাৱৰবোৰ আতৰি যোৱাত এক নতুন পুলক অনুভৱ কৰিলে। অন্যদিনাতকৈ সি আজি সোনকালে বিচনাত পৰিল। পিছদিনা উঠোতে অলপ দেৰী হ'ল। ভালেমান ৰাতিলৈ টোপনি নাহিল। দুখন শুকান ৰুটি আৰু মুৰ্গীৰ সিদ্ধ কণী এটি খাই চাহ একাপ মুখত দি হস্পিতেললৈ গ'ল। বাহিৰত বহু মানুহৰ সমাগম। মানুহবোৰক লাইন কৰাই আগতে চোৱা ৰোগীবোৰক সুধি পুছি ঔষধ সলাই দিছে। পৰীক্ষাৰ কাৰণে আৱশ্যকীয় ৰোগীবোৰক বেলেগ ৰুম এটাত ৰবলৈ কৈছে। ডেৰ ঘণ্টা মানৰ মূৰত ঔষধ সলাই দিয়া ৰোগী চোৱা শেষ হ'ল। বসুমতাৰীয়ে বিশেষ ৰোগীবোৰ এজনৰ পিছত এজনকৈ পৰীক্ষা কৰি প্ৰেস্কিপচন লিখি গ'ল। চকীদাৰে সিইতক কম্পাউণ্ডাৰৰ ৰুমলৈ ঔষধৰ কাৰণে লৈ গ'ল। দুই চাৰিজনক ইঞ্জেকচনো লিখি দিলে। তেতিয়া চাৰি পাচজন ৰোগী চাবলৈ বাকী আছে। এনেতে ওলালহি "নীচি"ৰ

স্কুল মাষ্টৰ বিপিন দাস। তেওঁক ডাঃ বসুমতাৰীয়ে চকী এখন দেখুৱাই বহিবলৈ কলে। বাকী থকা ৰোগী কেইজন চাই মেলি বসুমতাৰী চাহাব হাত মুখ ধুই তাঁৱেলেৰে হাত মচি মচি বিপিন দাসৰ ওচৰ পালে। চকীখনত বহি লৈ বসুমতাৰী চাহাবে বিপিন দাসক সুধিলে—মাষ্টৰ বাবু কওঁকছোন কিয় আহিল।

—ডাক্তৰ চাহাব, মই আপোনাক নিবলৈকে আহিছো। আমাৰ স্কুলৰ হোষ্টেলত থকা প্ৰায়বোৰ ল'ৰাছোৱালীৰে অৱস্থা শংকটজনক। 'নীচি' গাওঁখনেই বৰ্ত্তমান মহামাৰীৰ কোবলত। পৰহিৰ পৰা শৌচ বমি কৰি গাওঁৰ প্ৰায় পঞ্চাহ যাঠিজন মানুহ মৰিলে। বাকীবোৰৰো অৱস্থা বেয়া। হোষ্টেলৰ ছাত্ৰ ছাত্ৰীৰ এতিয়ালৈকে কাৰো মৃত্যু হোৱা নাই যদিও মৃত্যু অৱিশ্যম্ভাৱী। বলক ডাক্তৰ চাহাব দেৰি নকৰিব। নীচি গাওঁৰ মানুহবোৰক বচাওঁক, লৰা-ছোৱালীবোৰক বচাওঁক। ডাক্তৰ বসুমতাৰীয়ে পৰিস্থিতিৰ গুৰুত্ব বুজি সেইদিনাই বিপিনদাসৰ লগত 'নীচি' লৈ যাত্ৰা কৰিলে। এই যাত্ৰাই ডাঃ বসুমতাৰীৰ জীৱন নদীৰ গতি সলনি কৰি দিলে। এই বিচিত্ৰ কৰুণ কাহিনী আমি আগতেই পাঢ়ি আহিছো। মানুহ পৰিস্থিতিৰ দাস। ডাঃ পবিত্ৰ বসুমতাৰী ইয়াৰ ব্যতিক্ৰম নহল!

.. . ... . . ... . . . .. . . ..

আহক সুহৃদ পাঠক ডাক্তৰ পবিত্ৰ বসুমতাৰী আৰু ইয়ানীক খোনোৱা আই-বিত শোৱাৰ পৰা জগাই দিও। ডাক্তৰ বসুমতাৰী বিচনাৰ পৰা দেৰীকৈ উঠিল। ৰাতিৰ নাটকীয় ঘটনাৰ কথা পুনৰ মনলৈ আহিল। তেওঁ টোপনিত থাকোতেই ইয়ানী বিচনা এৰি বাহাদুৰৰ লগত পাকঘৰত জুই ফুৱাই আছিল। বাহাদুৰে ডাঃ বসুমতাৰী উঠা গম পাই চাহ একাপ দি গ'লহি। চাহ খোৱা শেষ হ'লত ডাঃ বসুমতাৰী বাহাদুৰক মাতিলে। সি গাওঁলৈ গৈ যেনেতেনে

দুজন পর্টাৰ যোগাৰ কৰি আনিব বলে। বাহাদুৰ গাঁৱলৈ গৈ কোনো ৰকম দুজন মানুহ যোগাৰ কৰি লৈ আহিল। ন' বজাৰ লগে লগে তেওঁলোক চিয়াং টেজুলৈ যাত্রা আৰম্ভ কৰিলে। ইয়ানী ডাঃ বসুমতাৰীৰ পিছে পিছে খোজ ললে। বাটত দুয়ো বৰ বেছি কথা বতৰা হোৱা নাছিল। হয়তু দুয়ো দুয়োৰো অপ্রত্যাশিত প্রাপ্তিত ভাগৰি পৰিছিল। একে লেঠাৰীয়ে গৈ তিনি ঘণ্টাৰ মূৰত চিয়াং টেজু পালে। কোৱাটাৰত নৰ বাহাদুৰ ১০ দিন আগতে আহি উপস্থিত হৈছিল। পর্টাৰ দুজনক টকা দি ডাঃ বসুমতাৰীয়ে বিদায় দিলে। বাহাদুৰে ইয়ানীক এনেয়ে হয়তু চিকিৎসাৰ কাৰণে ডাক্তৰৰ লগত অহা বুলি ভাবিলে। সি তাৰাতাৰী চাহাবৰ কাৰণে চাহ একাপ কৰি লৈ আহি টেবুলত থৈ কমৰ পৰা যাবলৈ ধৰোতেই বসুমতাৰী চাহাবে তাক ওচৰলৈ মাতিলে আৰু গা ধুবলৈ গৰম পানী আৰু খোৱাৰ ব্যৱস্থা কৰিবলৈ কলে। সি অলপ পিচতে আহি গা ধোৱা পানী বাথৰুমত দিয়া বুলি জনালে। বসুমতাৰী চাহাবে গা ধুই আহি নৰ বাহাদুৰক জনালে যে তেওঁ বিয়া কৰাই আহিছে।

—মই নীচিত গৈ বিয়া কৰালো বাহাদুৰ। মোৰ লগত অহা মানুহজনীয়েই মোৰ পৰিবাৰ অর্থাৎ তোৰ মেম চাহাব—নাম ইয়ানী। তই খুচি হৈছতো? নৰ বাহাদুৰে বসুমতাৰী চাহাবক দেৱতা যেন জ্ঞান কৰে। কোনো দিন কাৰো আগত অনাৱশ্যকীয় কথা নোকোৱা মানুহজনে আজি কিয় তাৰ লগত পেংলাইখন কৰিছে। সি ভাবি আচৰিত হ'ল, বজ্রপৰা মানুহৰ দৰে থৰ হৈ ৰ'ল।

—তই মোক বিশ্বাস কৰিব টান পাইছ নহয়? সঁচা কথা মই যোৱা ৰাতি ইয়ানীক বিয়া কৰালো। তাইক গা-ধুবলৈ পানী দে গৈ আৰু তই তাইক শিকাই বুজাই কৰি। নৰ বাহাদুৰৰ অজানিতে দুচকুৰেদি দুধাৰি লোতক বৈ আহিল। সি তাৰ চাহাবৰ ওচৰত

ধৰা পৰি যোৱাৰ লাজত 'ছুনছ হুজুৰ' বুলি কাৰো মুখলৈ নেচাই গুলাই গ'ল। পানী গৰম কৰি বাথৰুমত থৈ চিন্তাত বিভোল হৈ ইয়ানীৰ ওচৰ পালে। সি বাৰু তাইক কি বুলি মাতিব? অহো, তাৰ চাহাবে কেতিয়াও তেনে কাম কৰিব নোৱাৰে। ভাবি চিন্তি সি কব নোৱাৰাকৈয়ে থিয় দি আছে।

—বাহাদুৰ তই আমাক মেম চাহাব কব নেলাগে। ইয়ানী কলেই ভাল। চাহাব আমাক মৰম কৰি চাদী কৰিছে থিক কিন্তু আমি মেম চাহাব এতিয়া বনিব পৰা নাই। ইয়ানীৰ কথাত বাহাদুৰে ভাবিব নোৱাৰা সত্যৰ সন্ধান পালে।

—মেম চাহাব, উঠক গা ধোৱা পানী দিছো। প্ৰথম মেমচাহাব সম্বোধনটো কিমান লাজ লগা অথচ কিমান সোৱাদ ইয়ানীয়ে ভাবিলে। ইয়ানী আকৌ নৰ বাহাদুৰক কলে—বাহাদুৰ তই মোক ইয়ানী বুলি মাতিবি, মেমচাহাব নহয়। ইয়ানী উঠি বাহাদুৰৰ পিছে পিছে বাথৰুম পালে পানী চাবোন দেখুৱাই বাহাদুৰে পাকঘৰ সোমালে। সি ৰন্ধা বঢ়াত লাগিল। তাৰ মনলৈ বহু কথাই আহিল। তাক এদিন তাৰ চাহাবে কৈছিল।

—নৰ বাহাদুৰ, তই হলে মোৰ বিয়ালৈ জকল যাব লাগিব। প্ৰায় এবছৰ আগৰ কথা। আকৌ নীচিলৈ যোৱাৰ আগদিনাও তাক কৈছিল—

—নৰবাহাদুৰ, বিয়ালৈ মাত্ৰ এমাহহে বাকী। তুমি ছুটি আবেদন কৰা, তোমাৰ ঠাই মই অন্য এজন মানুহ সোমোৱাই দিম। এয়া দুশ টকা লোৱা। ভাল পেণ্ট চাৰ্ট এজোৰ চিলাই লোৱা। এয়া মোৰ সামান্য উপহাৰ। বিয়াৰ পিছত তোমাৰ মেমচাহাবৰ পৰা বহুতো পাবা। তেওঁলোক বহুত ধনী মানুহ। এইবোৰ ভাবি ভাবি ভাত ৰান্ধি থাকোতে দাইলত নিমখ দিবাৰ দিলে। কিন্তু ভাত খাওঁতে ডাঃ বসুমতাৰী বা ইয়ানীয়ে ঘুনাক্ষৰেও এই কথা বাহাদুৰক সুধিলে।

ভাত পানী খোৱাৰ পিছত ইয়ানী শুলে। এই ছেগতে বসুমতাৰীয়ে দুখন চিঠি লিখিলে। এখন দেউতাক বীৰেণ বসুমতাৰীলৈ আনখন মুন্‌মীলৈ। দুয়োখন চিঠিতে পবিত্ৰই নিজেই এই কাৰ্য্যৰ কাৰণে দোষী বুলি লিখিলে। কি পৰিস্থিতিত পৰি এজনী আজলি পাহাৰী গাভৰুক হঠাৎ সপোনতো ভাবিব নোৱাৰা ভাৱে জীৱন সঙ্গী কৰি লব লগা হ'ল সেই কথাৰ ব্যাখ্যা পবিত্ৰই দিব নোৱাৰে। ই এক দুৰ্ঘটনা। পিতৃ মাতৃ হিচাবে পবিত্ৰক কোনো পধ্যে ক্ষমা কৰিব নোৱাৰে। পবিত্ৰ ক্ষমাৰ অযোগ্য। যদি পবিত্ৰৰ লৰাইও জীৱনত তেনে ভুল কৰে তেন্তে হয়তু পবিত্ৰ বা পবিত্ৰৰ পৰিবাৰেও পুত্ৰক ক্ষমা নকৰিলেহেঁতেন। পবিত্ৰই মক দেউতাকলৈ ইয়াকো লিখিলে যে তেওঁ পিতৃ মাতৃৰ ঋণ ইহজনমত সুজিব নোৱাৰিলে বৰং পিতৃ মাতৃৰ বাকী জীৱন অশান্তিৰ কাৰণ হৈ ৰব। গতিকে তেওলোকে যেন পবিত্ৰক পুত্ৰ স্নেহ আৰু পৈত্ৰিক সম্পত্তি অধিকাৰৰ পৰা বঞ্চিত কৰি তেওঁক কিঞ্চিং শাস্তি দিয়ে। সম্ভৱ তেওঁ আৰু মাক দেউতাকৰ ওচৰলৈ জীৱনত ঘূৰি নেযাব। মুন্‌মীৰ চিঠিতো প্ৰায় একে কথাকেই লিখিলে। লগতে লিখিলে মুন্‌মীৰ দৰে সৰ্ব্বগুণ সম্পন্ন গাভৰু একজনীৰ যোগ্য পাত্ৰ পবিত্ৰ হব নোৱাৰে। সেয়ে ভগৱানে সেইটো নিবিচাৰিলে। তেওঁৰ বিচাৰ অপূৰ্ব্ব। নিখুত। —"মুন্‌মী পৰিস্থিতিয়ে যেতিয়া মহাকাল আকাৰ ধাৰণ কৰে ই মানুহৰ নিয়ন্ত্ৰণৰ বাহিৰত যায়। মানুহৰ কথা দূৰতে থাকক অমৃত ভোগী ক'ত দেৱ দেৱীও এই চাকনৈয়াত পৰি হাবু ডুবু খাইছে। পবিত্ৰৰ অৱস্থাও তদ্ৰুপ। ইয়ানী এজনী সাধাৰণ প্ৰকৃতি জীয়াৰী। নেজানো কি অদৃশ্য হাতৰ পৰশে এই প্ৰকৃতি কন্যাৰ অন্তৰত মোৰ দৰে এজন বাস্তববাদী সামান্য ডাক্তৰৰ প্ৰতি প্ৰেম জগাই তুলিলে। সেয়ে মই বন্দী হৈ গলো এই মায়াবী যাদুকাৰিণীৰ বাহু বান্ধোনত। চকু মেলি দেখিলো এই বিশ্ব ব্ৰহ্মাণ্ডত এখনি মাথোন মুখ

সেয়ে হ'ল ইয়ানী। ·· ···· মুন্‌মী, মই তোমাৰ চিৰদিনৰ পবিত্ৰদা হৈয়েই ৰলো। দাদা হিচাবে এটি মৰমৰ দাবী—তুমি যেন ইমান দিনৰ তোমাৰ মোৰ সম্বন্ধ এক কু-স্বপ্ন বুলি পাহৰি যোৱা। নহলে তোমাক এজনী মহামূৰ্খ ছোৱালী বুলি ভাবিম। চিঠিৰ উত্তৰ নিদিবা। প্ৰতিদান নেচাবা। প্ৰতি হিংসা নজ্বলাবা। যিমান সোনকালে পাৰা বিয়াত সন্মতি জনোৱা। নিশ্চয় সুখী হবা। ইয়ানীৰ টোপনি ভাঙিল। লাহেকৈ বসুমতাৰী চাহাবৰ ওচৰলৈ গৈ সুধিলে—

—চাহাব, চিঠিত মোৰ কথা লিখিছা নহয়? ডাঃ বসুমতাৰী মুখ তুলি মৃদু হাঁহি মাৰি ইয়ানীৰ ফালে চালে আৰু মুন্‌মীলৈ লিখা চিঠিখন সামৰণী মাৰি তোমাৰ পবিত্ৰদা বুলি লিখিলে। লেফেফা দুটাত ঠিকনা লিখি চিঠি দুখন ভড়াই গমেৰে সুন্দৰকৈ বন্ধ কৰিলে। এনেতে বাহাদুৰে দুকাপ কফি লৈ ৰুমলৈ সোমাই আহিল। কফিত সোহা মাৰি চিঠি দুখন বাহাদুৰৰ হাতত দি ততালিকে পোষ্ট কৰি আহিব কলে। বসুমতাৰী ইয়ানীক বহিবলৈ কৈ তেওঁ হস্পিতেললৈ ওলাই গ'ল।

—●—

## ॥ সাত ॥

হে সুহৃদ পাঠক, দ্বিতীয় অধ্যায়ত আমি ডাঃ পবিত্র বসুমতাৰীৰ অন্তৰঙ্গ বন্ধু প্ৰশান্ত কাকতিক চাৰিদুৱাৰ আই-বিত এক ভীষণ প্ৰহেলিকাৰ মাজত এৰি থৈ আহিছো। আহঁওকছোন এই ৰহস্যৰ পম খেদি প্ৰশান্ত কাকতিৰ বিষয়ে অলপ জানি লওঁ।

... ... প্ৰশান্ত কাকতিৰ ঘৰ অসমৰ এক জনবহুল গাওঁ শোৱালকুছিত য'ত আছে অসমৰ আপুৰুগীযা পাট মূগাৰ শিল্প কেন্দ্ৰ। এই পাট মূগাৰ ব্যৱসায়ৰ দ্বাৰা এই সমগ্ৰ অঞ্চলটোৰে শতকৰা ষাঠী ভাগ মানুহেই জীৱিকা নিৰ্ব্বাহ কৰে। পাট মূগাৰ ব্যৱসায় অকল লাভজনকেই নহয় সন্মানজনকো। সেই গাওঁৰে একেবাৰে দুখীয়া পৰিয়াল এটিত জন্ম প্ৰশান্তৰ। শোৱালকুছিত যি ঘৰ মানুহৰ তাঁতশাল নাই তেওঁলোকেই একেবাৰে দুখীয়া বুলি জনা যায়। অৱশ্যে দুই চাৰি ঘৰ চাকৰি বাকৰি থকা মানুহৰ কথা সুকীয়া। প্ৰশান্তৰ বয়স এবছৰ নৌহওঁতেই হাজোৰ বাছ দুৰ্ঘটনাত দেউতাকৰ মৃত্যু হয়। এয়া প্ৰশান্তই পিছত মাকৰ মুখৰ পৰা শুনা কথা। বেচেৰী মাকে গাওঁৰে মানুহ এঘৰৰ তাঁতশালত হাজিৰা কাপোৰ বয়ই মা-বেটা কোনো ৰকম চলিছিল। নিজৰ মাটিৰ নামত ঘৰৰ ভেটিটোহে আছিল। মাক মালতিৰ এটাই চিন্তা

কেনেকৈ বাহুত বল থাকোতে লৰাজনক পঢ়াই শুনাই এটা চাকৰিত সোমাই দিব পৰা যায়। অন্ততঃ তেওঁৰ ধূপৰ ঠাবি প্ৰশান্তৰ ভৱিষ্যত চলি যাব। সেই মৰ্মে মালতিয়ে পুতেকৰ পঢ়া-শুনা স্বভাৱ চৰিত্ৰৰ পিনে সততে চকু ৰাখিছিল। প্ৰশান্তই কোমলীয়া মনেৰে মাকৰ অন্তৰ কিছু বুজিছিল। এইদৰে মালতিয়ে তাঁতশালৰ মাকু মাৰি মাৰি যে পোন্ধৰটা নিৰস বসন্ত অতিবাহিত কৰি দিলে তাক আজিহে অনুভৱ কৰিলে। প্ৰশান্তৰ প্ৰৱেশিকা পৰীক্ষাৰ ফলাফল বাহিৰ হৈছে। প্ৰশান্ত প্ৰথম বিভাগত পাছ কৰিছে। বাৰী দুখুনী মাতৃৰ ঐকান্তিক প্ৰাণৰ কাকুতি হয়তু ভগৱানে শুনিলে। মালতি সেইদিনা খুব কান্দিছিল। প্ৰশান্তই শান্তনা দি ব্যৰ্থ হৈছিল। মাকে মনৰ গুপুত বেদনা পুত্ৰৰ আগত খোকা-খুকি মাতে প্ৰকাশ কৰিলে— তই বৰ দুৰ্ভগীয়া বোপা। তোৰ দেউতাৰে যদি জীয়াই থাকিলহেঁতেন আজি তেওঁ কিমান সুখী হ'লহেঁতেন। তোৰ কৃতকাৰ্য্যতাৰ আনন্দ মই আজি অকলে উপভোগ কৰিবলৈ বাধ্য হৈছো। ... কিমান আশা কৰি ড্ৰাইভাৰী শিকিছিল। পাছ তুই ডাঙৰ ড্ৰাইভাৰী মাৰি হেনো নিজে এখন পুৰণ গাড়ী লব। তোক পঢ়াই শুনাই ডাঙৰ মানুহ কৰিব। .... .. যোৱা বোপা দেউতাৰাৰ ফটোখনত সেৱা জনোৱাগৈ। পুন্যাত্মাই তোক আশীৰ্ব্বাদ কৰিব।

সৰুৰে পৰা প্ৰশান্ত অত্যন্ত চিন্তাশীল স্বভাৱৰ লৰা আছিল। কি কৰিলে মাকৰ কঠিন শ্ৰমৰ বোজা কমাব পাৰি তাৰ কাৰণে প্ৰায়ে চিন্তা কৰিছিল। সি মেট্ৰিক পৰীক্ষা দিয়েই টাইপ শিকিছিল। আজি তাৰো চাৰ্টিফিকেটখন ললে। টাইপ পঢ়াৰ বাবে একেলগে আঠৈশ টকা দিব লগা হোৱাৰ কাৰণে মাকে ৰাতিও ওপৰঞ্চি কাম কৰিব লগা হৈছিল। বেচেৰী মালতি সেইকেইদিন দিন-ৰাতি তাঁতশাল মাৰি মাৰি গাৰ বিষত উহ নোপোৱা হ'ল। যোৱা

দুদিন বিচনাতে পৰি আছিল। প্ৰশান্তই দেখিও নেদেখাৰ ভাও ধৰি মাকৰ যন্ত্ৰনাৰ ভাগি লৈ নিৰৱে চকুলো টুকিছিল আৰু স্বাবলম্বী হবলৈ উঠি পৰি লাগিছিল। মেট্ৰিকৰ ৰিজাল্ট ওলোৱাৰ দুদিন পিচত সম্বন্ধীয় মোমায়েক এজনে উজনি অসমলৈ পাট মুগাৰ কাপোৰ বেছিবলৈ, সি যাব নেকি সুধিলে। প্ৰশান্ত আচৰিত হ'ল। এযোৰ পাট / মুগাৰ কাপোৰৰ দাম কমেও হাজাৰ টকা। সি কাপোৰৰ ব্যৱসায় কৰিবলৈ ইমান টকা ক'ত পাব? পবিত্ৰক মোমায়েকে কথাটো বুজাই কলে। গাওঁৰে 'ভাৰত চিল্ক হাউছে' গাৱঁৰ ইচ্ছুক ডেকা লৰাক বিশেষকৈ শিক্ষিত দুখীয়া লৰাক এটা সুবিধা দিছে। চিল্ক হাউচৰ পৰা যিকোনো শিক্ষিত গাৱঁৰ যুৱকে এমাহৰ কাৰণে বিশহেজাৰ টকাৰ কাপোৰ বাকীকৈ লব পাৰে। দোকানে অৰ্থাৎ চিল্ক হাউচে কাপোৰৰ দাম নিৰ্দ্ধাৰিত কৰি দিব। এমাহত যিমান টকাৰ কাপোৰ বিক্ৰী কৰিব পাৰে তাৰ ওপৰত শতকৰা দশ ভাগ কমিচন পাব। নিৰ্দ্ধাৰিত দামৰ ওপৰত বিক্ৰী কৰিব পাৰিলে সেইটো এজেণ্টৰ সুকীয়া লাভ। বিক্ৰী নোহোৱা কাপোৰ ঘূৰাই লোৱা সুবিধাও আছে। অৱশ্যে এজন স্থায়ী জামিন লাগিব। প্ৰশান্তৰ মনটো ভাল লাগি গ'ল। সি মোমায়েকক জামিন ৰাখি বিশ হেজাৰ টকাৰ কাপোৰ ললে। পিচদিনা মাকৰ পৰা বিদায়লৈ টিনৰ বাপেকৰ দিনৰ চুটকেছটোত কাপোৰ কেইজোৰ ভৰাই মোনা এটাত এৰি চাদৰ এখন আৰু পাইজামাটো সোমোৱাই লৈ উজনি অসম বুলি যাত্ৰা কৰিলে। প্ৰশান্তই পোন্ধৰ দিনতে যোৰহাট শিৱসাগৰ গোলাঘাট ঘূৰি সকলো কেইযোৰা কাপোৰ বিক্ৰী কৰি ঘৰলৈ ঘূৰি আহিল। প্ৰশান্তই পোন্ধৰ দিনতে খৰছ বাদ দি পায় ডেৰ হেজাৰ টকা লাভ কৰিলে। তাতোকৈ লাভ হ'ল তাৰ উজনি অসম ভ্ৰমণ অভিজ্ঞতা। লাভৰ টকাৰে প্ৰশান্তই গুৱাহাটীতে মাকৰ কাৰণে দুটা গাৰ বিয মৰা টনিক আৰু বাকী

টকাৰে গাৰৰ কলেজতে নাম লিখি পঢ়া ব্যৱস্থা কৰিলে। দুদিনৰ মূৰত গুৱাহাটীলৈ গৈ নিয়োগ কেন্দ্ৰত টাইপৰ স্পিড দি আহিল। আহোতে মাকৰ কাৰণে এটি হৰলিক্সৰ বটলো কিনি আনিলে। হৰলিক্স খালে হেনো শক্তি বাঢ়ে। তাৰ লগৰ লৰা এজনে কোৱা শুনিছিল। মাকৰ কিবা এটা হব লাগিলে বেচেৰাৰ দিনতে অন্ধকাৰ। মাকে কিন্তু হৰলিক্স খাবলৈ ভাল নেপায়।

—বোপা পশন, এইটো তয়ে খাবি বোপা। মই কিবা গোন্ধহে পাওঁ। এই বিলাক বঙালী বস্তুই আমাক মুখুজে বাপা। বেচেৰা প্ৰশান্তই উপায় নেপায় মাকৰ কাৰণে প্ৰতিদিনে এপোৱাকৈ গৰুৰ গাখীৰ ঠিকা ললে। মাকক তাৰে জোৰ জুলুম কৰি খুৱায়। অৱশ্যে সেই গাখীৰৰে পুৱাৰ চাহ ক'ন হালধীয়া কৰি খায়। এইদৰে পোন্ধৰ দিন গ'ল। এই কেইদিনতে প্ৰশান্তৰ মাকৰ স্বাস্থ্যৰ বহুখিনি উন্নতি হ'ল। খোৱাৰ বাহিৰেও মনৰ আনন্দও স্বাস্থ্যৰ কাৰণে কম দৰ্কাৰী নহয়।

আজি পিয়নজনে প্ৰশান্তক এখন চিঠি দি গ'লহি। খুলি চাই দেখে সেইখন এখন নিয়োগ পত্ৰ। শ্বিলঙৰ ডি-পি-আই অফিছৰ পৰা আহিছে। প্ৰশান্তক অস্থায়ী টাইপিষ্ট হিচাবে দহ দিনৰ ভিতৰত জইন কৰিবলৈ লিখিছে। এই শুভ সংবাদটো সি মাকক তাৰা তাৰী জনালে। মাকে নেদেখাজনৰ ওচৰত প্ৰাৰ্থনা জনাই শিব্ৰে গোসাঁই থাপনাত সিকি এটা আগবঢ়াই ধূপ বন্তী গছি জ্বলাই দি আঠুলৈ সেৱা জনালে। প্ৰভুৱে দুখুনী বিধবাৰ প্ৰতি সদয় হৈছে। প্ৰশান্তই কাপোৰৰ ব্যৱসায় কৰা লাভৰ খৰছ পাতি কৰি বিপদ আপদৰ কাৰণে মাকৰ হাতত দুশ টকা জমা দিছিল। তাৰে মাকে এটকাও খৰছ কৰা নাহিল। হাজিৰাত পোৱা টকাৰে মাহটো চলাই নিছিল। মাকে টকা দুশ উলিয়াই শ্বিলঙলৈ যোৱাৰ খৰছৰ কাৰণে প্ৰশান্তৰ হাতত দিলে। বেচেৰা প্ৰশান্তই চিঠি পাই

ক'ত টকা পাই তাৰ কাৰণে চিন্তাত পৰিছিল। টকা কেইটা দেখি প্ৰশান্ত যেনিবা সুস্থিৰ হ'ল। সেই দুশ টকাকে বেচেৰী মাকে আজি ভেৰ মাহে মকৰাৰ ডিমা সঁচাদি সাঁচি ৰাখিছে। এতিয়া কিমান কামত আহিব। এনেয়েনো মানুহে কয় নে 'মাকৰ সমান হব কোন নৈৰ সমান বব কোন'।

আজি ৰাতিপুৱা সাত বজাতে প্ৰশান্তই গা-পা ধুই চাকি বন্তি জলাই থাপনাত সেৱা জনাই মাকৰ ওচৰলৈ আহি ভৰি চুই সেৱা জনাই তিনি আলিয়া মুৰত বাছ ধৰিবলৈ কোবা কোবি খোজ ললে। মাকে একেথৰে প্ৰশান্তলৈ চাই থাকিল। তাক আজি নতুন পোচাকযোৰেৰে বিহাৰীলাল ডাক্তৰ যেন লাগিছে। এৰা, প্ৰশান্তৰ দৰে সুন্দৰ দেখনিয়াৰ লৰা বাৰু এইখন গাৱঁত কেইজন ওলাব। তেওঁৰ লৰাও এদিন ডাঙৰ মানুহ হব। সকলোৱে প্ৰসংশা কৰিব। তাকে শুনি তেওঁৰ তাঁত টনা গাব বিষবোৰ নোহোৱা হৈ যাব।

৯ বজাত প্ৰশান্ত শ্বিলং গুৱাহাটী বাছ ষ্টেচন পালে। প্ৰশান্তই সেইদিনেই প্ৰথম লংপেন্ট পিন্ধিছে। শোৱালকুছি বাছষ্টেণ্ডত বাছত উঠিয়েই প্ৰশান্তই বাছখনত কোনোবা চিনাকী মানুহ উঠিছেনেকি এবাৰ নিৰীক্ষণ কৰিছিল। ভাগ্য ভাল তেনে কোনো চিনাকী মানুহ নোলাল। প্ৰশান্তই পেণ্ট পিন্ধি লাজেই পোৱা নাছিল তেওঁৰ অসুবিধাও হৈছিল যথেষ্ট। ইমানদিন বহি পেচাব কৰা প্ৰশান্তই আজি প্ৰথমবাৰ গুৱাহাটী ষ্টেচনৰ জিৰণী ঘৰৰ প্ৰসাৰ গাৰত থিয়ৈ থিয়ৈ পেচাব কৰিছে! সি শ্বিলঙলৈ টিকেট লোৱা কাউণ্টাৰটো এজন যাত্ৰীক সুধিহে উলিয়াব পাৰিছিল। যেনেতেনে শ্বিলঙলৈ যোৱা গাড়ীৰ টিকেট এটা লৈ বাছত বহিল। গাড়ী এবাৰ ঘন্টি পৰাৰ লগে লগে ষ্টীয়াৰিঙত সেৱা জনাই ড্ৰাইভাৰে গাড়ী এৰি দিলে।

প্ৰশান্তৰ বহুদিনৰ ৰঙীন সপোন আজি ঠিকতে পৰিণত হোৱাৰ পথত। সি হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীত পঢ়োতে "দি আসাম" নামৰ প্ৰবন্ধ

এটা পঢ়িছিল। সেই প্ৰবন্ধটিত শিলঙৰ মনোমোহা প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনা পাইছিল। তেতিয়াৰে পৰা তাৰ শিলঙৰ প্ৰতি এটি বিশেষ আকৰ্ষণ জন্মিছিল খানাপাৰা পাৰ হোৱাৰ লগে লগে আৰম্ভ হ'ল একাঁ বেঁকা পাহকুৱা পথ। প্ৰশান্তৰ প্ৰথমতে ভয়েই লাগিছিল যদিও তাৰ কৌতুহলী মনে পথৰ দুয়োকাষে সেউজীয়া পাহাৰৰ মাজে মাজে এখনৰ পিছত আনখন গাড়ী গৈ থকা দৃশ্য দেখি মনত এক নতুন পুলক জাগিছিল। এনেতে তাৰ পিছৰ মহিলা যাত্ৰী গৰাকীয়ে তাৰ মূৰৰ ওপৰৰ খিৰিকীখন খুলি হোপেকে হোলেকে বমি কৰিব ধৰিলে। কণ্ডাকতৰজনে - 'খিড়িকীৰে মূৰ নুলিয়াব, সিফালৰ পৰা গ'ড়ী আহি আছে' বুলি দায়ীত্বশীল মন্তব্য শুনাই দিলে। ওচৰতে বহি থকা সম্ভৱ গিৰিয়েক মানুহজনীক ধাৰত ধৰি অলপ পিছুৱাই আনিলে। সেই সময়তে প্ৰশান্তই মোমায়েকে দিয়া ঔষধটো ব্যৱহাৰ কৰিলে। তাৰ ইংৰাজী K. M. P. লিখা হেণ্ড-বেগটোৰ পৰা দুফাল কৰি নিমখ লগাই মাকে বান্ধি দি পঠোৱা গোল নেমু এফাল উলিয়াই চুহিব ধৰিলে। তাকে লক্ষ্য কৰি পিছৰ বঙালী ভদ্ৰলোকজনে প্ৰশান্তক— 'আৰু লেবু হবে নাকি? একটু থাকলে দয়া কৰি দেন'। প্ৰশান্তই আথে বেথে বেগৰ পৰা অন্যফাল নেমু উলিয়াই ভদ্ৰলোকক দিলে। তেওঁ সেইফাল নেমু পৰিবাৰক খাবলৈ দিলে। অলপ পিছতেই বমি বন্ধ হ'ল। ক'ত কেনেকৈ যে কি সামান্য বস্তুই অসাধাৰণ কাম কৰে— প্ৰশান্তই মনতে ভাবে। নংপু পোৱাৰ অলপ আগতে কয়লা কঢ়িওৱা ট্ৰাক এখন ৰাস্তাৰ বহুত তলত লুটি খাই পৰি আছিল। "ৰিকভাৰী ভান" এখনে ট্ৰাক উঠাবৰ কাৰণে ৰছিৰে টানি থকাৰ কাৰণে পথ বন্ধ হৈ প্ৰশান্তহঁতৰ বাছ ৰব লগা হ'ল। যাত্ৰীবিলাকে সেই ছেগতে সৰুপানী চুৱা আৰু তলত পৰা ট্ৰাকখন চোৱা সুবিধা মিলিল। প্ৰশান্তইও নামি গৈ দুয়োটা কামেই কৰিলে। অলপ

পিছত পথ মুকলি হোৱাত সিহঁতৰ বাছ চলিল। দহ মিনিট পিছতেই নংপু পালে। গাড়ীবোৰ তাতে ৰাখিলে। ইতিমধ্যে প্ৰশান্তই এজন সহযাত্ৰীৰ লগত চিনাকী হৈছে। তেওঁ বোলে নেফা শিক্ষা বিভাগৰ ডাইৰেক্টৰ অফিছত কাম কৰে। থাকে হেনো মতিনগৰৰ মেছ এটাত। নাম তেওঁৰ কেশবানন্দ বৰুৱা। ঘৰ শিৱসাগৰত। গুৱাহাটীত থকা বাইদেৱেকৰ ঘৰলৈ আহিছিল। নংপুত দুয়ো একেলগে পেচাব কৰিবলৈ গ'ল। চাহ খাবৰ সময়তো একেলগে বহিল। পইছা দিবৰ সময়ত বৰুৱাইয়ে দুয়োৰে পইছা দিলে। প্ৰশান্তই তেওঁ প্ৰশান্তৰ হৈ চাহ মিঠাইৰ দাম দিয়াত আপত্তি কৰিছিল যদিও বৰুৱা বাবুৰ যুক্তিত কাবু হ'ল।

—বুজিছে কাকতি, আজি ধাৰু মেয়ে চাহ মিঠাই খুৱালো। প্ৰথম শ্বিলঙলৈ আহিছে। চাকৰিত জইন কৰি চাকৰি কৰি প্ৰথম মাহৰ দৰ্মহা পাবৰ দিনা মই বাৰু আপোনাৰ অফিছলৈ গৈ পুলিছ বজাৰত গৈ ভালকৈ খাম। হবতো? প্ৰশান্তই হাঁহিলে।

—বৰুৱাদা, আপোনাক মোৰ চাকৰিৰ দৰ্মহাৰ টকাৰে প্ৰথম চাহকাপ খুৱাবৰ ভাগ্যক'ণৰ কাৰণে নিশ্চয় অপেক্ষাত ৰলো। আশাকৰো সেইদিনা মোক লগ দি ধন্য কৰিব। চিলঙত আপোনাৰ বাহিৰে মোৰ অন্য দ্বিতীয়জন চিনাকী লোক নাই। ভাগ্যৰ বলত আপোনাক লগ পাইছো। ড্ৰাইভাৰে গাড়ীত বহি হৰ্ণ বজাব ধৰিলে। প্ৰশান্ত এতিয়া নিশ্চিন্ত। বৰুৱা লগত আছে। দুয়ো তামোল খাই গাড়ীত উঠিল। বঙালী ভদ্ৰলোকজনে প্ৰশান্তৰ নেমুৰ কাৰণে ভূয়সী প্ৰসংশা কৰিলে। নহলে আজি তেওঁৰ যে কিমান বিপদ হ'লহেতেন। তেওঁৰ পৰিবাৰেও কৃতজ্ঞতাৰ ঈষৎ হাঁহি মাৰিলে। প্ৰশান্তৰ ভাল লাগিল। ৰাজধানীৰ মানুহ। মনবোৰো ৰাজধানীৰ দৰে বহল। ইতিমধ্যে গাড়ী বৰপানী পালে। বৰপানীত গাড়ী থামিল। ইলেকৃটিচিটি বোৰ্ডত কাম কৰা মানুহ দুজন তাতে নামিল। এজন

প্ৰশান্তৰ চিটৰ ওচৰৰে। সেই সুযোগতে কেশবানন্দ বৰুৱা প্ৰশান্তৰ ওচৰৰ খালী চিটটোত আহি বহিল।

—পিছে কাকতি, আপুনি শ্বিলঙত গৈ ক'ত উঠিব?

মই এতিয়াও থিক কৰা নাই বৰুৱাদা। বোধহয় হোটেলতে উঠিব লাগিব।

—শ্বিলঙৰ হোটেলৰ বৰ চাৰ্জ বুজিছে। আপুনি অলপ আগতে কলে যে আপুনি হেনো গৰীৱ বিধবাৰ একমাত্ৰ সন্তান। হোটেলৰ যোখাৰে টকা জানো আনিছে?

—উপায় নাই বৰুৱাদা, মোৰ কোনো চিনাকী মানুহ শ্বিলঙত নাই। এতিয়াও ডেৰশ মান টকা মোৰ লগত আছে। অন্ততঃ থকা ঘৰ এটা যোগাৰ কৰালৈকে হোটেলতে থাকিব লাগিব।

—আৰে ভাই কাকতি, ডেৰশ টকাৰে কেইদিন হোটেলত থাকিব?

—বৰুৱাদা আপুনিয়েই উপায় এটা দিয়ক। প্ৰশান্তই বৰুৱাক অন্তৰ খুলি কলে।

—অৱশ্যে ইচ্ছা কৰিলে আপুনি দুই চাৰিদিন আমাৰ মেছটো থাকিব পাৰে। আমাৰ এজন মেছ মেম্বাৰ পোন্ধৰ দিনৰ ছুটিত ঘৰলৈ গৈছে। প্ৰশান্তই স্বৰ্গ ঢুকি পোৱা যেন পালে। সি মুখ ফুটাই কলে— ভগবানে মোক যে আপোনাৰ দৰে মানুহ এজনৰ লগ লগাই দিলে ই মোৰ কোনোবা জনমৰ ভাগ্যৰ ফল।

—সেইবোৰ নকব কাকতি। মানুহে শক্তি সামৰ্থ অনুযায়ী সহায় কৰা মানুহৰে কৰ্ত্তব্য। মানুহে মানুহক সহায় নকৰিলে তেন্তে মানুহ কিহৰ কাৰণে মানুহ?

—হলেও বৰুৱাদা, আজিৰ যুগত উপযাচী সহায় কৰিব ওলোৱা মানুহ কেইজন আছে? গাড়ী আহি শ্বিলং ষ্টেচন পালে। কুলি-বোৰে বাবু কুলি, বাবু কুলি, বাবু চামান বুলি গাড়ীৰ খিড়িকীৰে যাত্ৰীবোৰক সুধিব ধৰিলে। প্ৰশান্তৰ হেণ্ডবেগ আৰু বেডিং এটা

আছিল। বৰুৱাই প্ৰশান্তক কুলি লবলৈ মানা কৰিলে। দুয়ো বাছৰ পৰা নামিল। প্ৰশান্তক বৰুৱাই বাছৰ ওপৰত উঠি তাৰ বেডিংটো নমাই বৰুৱাৰ হাতত দিবলৈ কৈ বৈ থাকিল। প্ৰশান্তই হেণ্ডবেগটো বৰুৱাৰ ওচৰত থৈ বাছৰ ওপৰৰ পৰা বেডিংটো বৰুৱাক নমাই দিলে। বৰুৱাই বেডিংটো ধৰি নমাই মাটিত থৈ তাতে প্ৰশান্তক ৰব কৈ টেক্সি বিচাৰি গ'ল। টেক্সিখন লৈ বৰুৱা তৎক্ষণাত সেইখিনি পালে। দুয়ো ধৰা ধৰিকৈ বেডিংটো টেক্সিত তুলি বহি লৈ "মতি নগৰ অশোক পাৰ্ক" বুলি ড্ৰাইভাৰক সংকেত দিলে।

—অশোক পাৰ্ক মানে, সেই 'অশোক চিলবেন পাৰ্কতো' ?

—হয় হে, তালৈকে। মতি নগৰতনো কেইখন পাৰ্ক আছে। অশোক বুলিলেও কণিষ্ক বুলিলেও সেইখনেই। বৰুৱাই বিৰক্তিৰে উত্তৰ দিলে।

বৰুৱাৰ কথামতে পাৰ্কৰ সন্মুখত গাড়ী ৰাখি দৰ্জা খুলি দি নিজে নামি কাৰ্ত্তিক নামিব কলে। বৰুৱাই পেণ্টৰ জেপৰ পৰা টকা পাচটা উলিয়াই ড্ৰাইভাৰৰ হাতত দি ইতিমধ্যে নমাই ৰখা বেডিংটোৰ এমূৰে এহাতে ধৰি আনটো মূৰ প্ৰশান্তক ধৰিবলৈ কলে। টেক্সি ভাড়া প্ৰশান্তৰ দিবৰ ইচ্ছা আছিল যদিও বৰুৱাই তাক সেইটো সুবিধা নিদিলে।

প্ৰশান্তক মেছ মেম্বাৰ শইকীয়াৰ লগত বৰুৱাই গৈয়েই চিনাকী কৰি দিলে। শইকীয়াই প্ৰশান্তক দুই এটা কথা সুধি মুখ হাত ধুই আৰাম কৰিবলৈ কলে। এনেকৈয়ে আৰম্ভ হ'ল প্ৰশান্তৰ এক নতুন জীৱন। মেছ জীৱন। দহ দিনৰ মূৰত ওজালিৰ গোপেন বড়া। ছুটিত ঘৰলৈ গৈছিল। বড়া অহাৰ পিচদিনাই বৰুৱা আৰু শইকীয়াক প্ৰশান্তই জনালে যে তেওঁ লাবানৰ এটা মেছলৈ যাব বুলি ভাবিছে। শইকীয়া আৰু বৰুৱাৰ মনটো বৰ বেয়া লাগিল। ঘৰত সক ভাই থাকিলে যেনে লাগে বৰুৱা আৰু শইকীয়াই

এই কেইদিন তেনে অনুভৱ কৰিছিল। প্ৰশান্তৰ নম্ৰ অমায়িক ব্যৱহাৰে সিহঁতক বাৰুকৈয়ে মোহিছিল। প্ৰশান্তক মেছৰ পৰা ঠাইৰ অভাৱত বিদায় দিবলৈ টান পাইছে।

—কাকতি মই আপোনাক এটা কথা সুধিব খোজো।

—সোধক বৰুৱাদা।

—আপুনি লাবানৰ মেছলৈ আমাৰ মেছত ঠাইৰ অভাৱৰ কাৰণে যাব খুজিছে নে তাত গলে আপোনাৰ ইয়াতকৈ বেচি সুবিধা হব বুলি ভাবি যাব বিচাৰিছে?

—দেখক বৰুৱাদা, মোৰ নিজৰ ককাই ভাই নাই। মই জীৱনত অকল মাৰ মৰমহে বুজো। এতিয়া বুজিছো ককাইদেৱৰ মৰম চেনেহ। প্ৰথম দিনৰ পৰা আপোনালোকে কম সহায় কৰিছেনে। আপোনাক গাড়ীত লগ নোপোৱাহেতেন মোৰ যে কি অৱস্থা হ'লহেতেন। আপোনাক লগ পাই চাকৰী কৰি থকা ককাইদেউৰ ঘৰলৈ অহা যেনহে পাইছো। শইকীয়াদা আৰু এদিনৰ কাৰণে হলেও বড়াদাৰ পৰাও সমানেই মৰম সহানুভূতি পাইছো। কিন্তু যোৱা ৰাতিৰ পৰা এটা কথাই মোক মনত আঘাট দিছে। নিজকে দোষী দোষী লাগিছে ঘৰৰ পৰা আহিয়েই বড়াদা শইকীয়াদাৰ লগত এজনীয়া খাটত দুজন শুই অসুবিধা ভুগিব লগা হৈছে। এয়া জানো মোৰ উচিত হৈছে। যোৱা ৰাতি মোৰ টোপনি নাহিল। সেয়ে লাবানৰ এটা তিনিজনীয়া মেছত 'চিট' এটা থিক কৰি আহিলোঁ।

—কিন্তু আমাক নোকোৱাকৈ বা আমাৰ বিনা অনুমতিত কেনেকৈ অন্য মেছলৈ যোৱাৰ সিদ্ধান্ত ললে।

—বৰুৱাদা মোৰ নিশ্চয় ভুল হৈছে। কিন্তু বহুতো ভাবি চিন্তিয়েই আপোনালোকক কথাটো নুসুধিলো।

—হেৰি নহয় কাকতি, অৱশ্যে আপুনি নতুন মেম্বাৰ। কিন্তু পুৰণা

মেছ মেম্বাৰ হলে আপোনাক এনে সিদ্ধান্ত লোৱাৰ কাৰণে, মেছৰ সংবিধান ভঙ্গ কৰাৰ কাৰণে 'ফাইন' হ'লহেতেন। শইকীয়াই হাঁহি হাঁহি কলে।

—শইকীয়াদা, মেছৰ সংবিধানখন মই কেইদিন মানৰ কাৰণে লৈ যাম দেই। পঢ়া শেষ কৰি ঘূৰাই দি যাম।

—এইখন অলিখিত সংবিধান, অৰ্থাৎ বৃটিছ টাইপ সংবিধান। এইবোৰ পিছে পৰে ক্ৰমান্বয়ে বুজিব। ৰাতিৰ কলেজত নামটো লিখি লওঁক। মই ঘৰৰ পৰা অহাৰ প্ৰথম নিশাতো শইকীয়াৰ লগতে শোও। বহুতো গোপনীয় কথা থাকে শইকীয়াৰ আগত কৈ আৰাম পাওঁ। আপোনাক অন্য মেচলৈ পঠাই আমাৰ ভাল নেলাগিব।

—অন্য উপায় নেদেখিহে মই এই সিদ্ধান্ত ললো বড়াদা।

—ঐ বৈশ্য, এইফালে আহ। পাকঘৰৰ পৰা বৈশ্য বৰুৱাৰ মাতত দৌৰি আহিল।

—কিয় মাতিছে বৰুৱা বাবু, মই চৰুত তেল দি আহিছো। তেল চেন চেন। যোৱা দাইল তেল মাৰি ততালিকে আহগৈ। তোৰ লগত জৰুৰী কাম আছে।

—আচ্ছা বৈশ্য, তোৰ সৰু বাবু, শোৱালকুছীয়া বাবুৰ এতিয়া কি হব। কলং পৰীয়া পাহোৱাল ডেকা পৱন বড়ায়ে ঘৰৰ পৰা আহি পালে। প্ৰশান্ত বাবুই শোৱা চিটটো বড়াৰ হে ম্যাদি। এতিয়া মালিকে দখল চম্‌জি লব পিচাৰিছে। কি কৰা যায় কোৱা। নে প্ৰশান্ত বাবুক অন্য মেছলৈ যাব কওঁ?

—বৰ বেয়া কথা হ'ল। কাকতি বাবু গলে বেয়া লাগিব। পিছে এটা কথা কৰিব পাৰে দৰ্জাৰ মুখ বুলি যদি আপত্তি নকৰে কাকতি বাবুয়ে মোৰ ঠাইকনেই লব পাৰে। নে কি কয় বৰুৱা বাবু?

—দেখিলা কাকতি, ডি চিয়ে মাটিৰ পট্টা দিলেও চম্‌জাই দিয়ে মণ্ডলেহে। সেয়েহে কোনো মণ্ডলে এৰিয়া চাদৰৰ দাম নেজানে।

—বৰুৱা বাবুয়ে, কাট্‌ নামাৰাকৈ কথা কবই নোৱাৰে।

—অ' বৈশ্য, এয়া কিহৰ প্ৰেম। একে কামৰূপীয়াতো।

—কথাটো একে বাৰে মিছা নহয় শইকীয়া বাবু। কাকতি বাবু আৰু মই একে ডিষ্টিকৰ মানুহ। —থাকু বাৰু সেইবোৰ বাদ দিয়া, তোমাৰ বিচনা ক'ত নিবা? কিয় পাকঘৰৰ লগা ৰুমটোত। এতিয়া যে আপোনালোকে ভাত খায়। তাত ভাত খোৱা টেবুল চেয়াৰ থাকিলেও সুন্দৰকৈ মোৰ খাটখন ধাৰিব। ময়ো আপোনালোকৰ লগত শুই ভাল নেপাওঁ। লগৰ দুই এজন বন্ধু আহিলে ইয়াত ভাল নেপায়। মই তাত খাটখন লৈ মুকলী মূৰীয়াকৈ থাকিম। পোতা পুখুৰীত বাকেই বজা হৈ।

—ঠিক আছে ঠিক আছে। কাকতি তেন্তে সমস্যা সমাধা হ'ল?

—হয় বৰুৱাদা, মই যে কিমান সুখী হৈছো। মই উপায় নেপাইহে তেনে সিদ্ধান্ত লৈছিলো।

—ঐ বৈশ্য, এয়া লোৱা, এই পশিছ টকা এখন খাটৰ কাৰণে, দহ টকা ইলিছ মাছ এক কেজিৰ কাৰণে আৰু এয়া ১০ টকা চৰজী আৰু খাট অনা দাজুৰ ভাড়া হ'লটো। আজি ৰাতি কাকতিৰ মেছ লোৱা পাৰ্টি।

—বৰুৱা বাবু যদি পাৰ্টিয়ে হয় তেন্তে আৰু পাচ টকা দিয়ক সম্পূৰ্ণ পাৰ্টি কৰিম-আহোতে 'দেলহী'ৰ পৰা এক কেজি জিলাপী লৈ আহিম।

—বৰুৱাই আৰু টকা পাচটা বৈশ্যক দি গা-ধুবলৈ ওলাই গ'ল। ৰান্ধনি লৰা বৈশ্য পাব্‌লিচিটি অফিছত পিয়ন কাম কৰে। মেছত ভাত ৰন্ধাৰ কাৰণে তাৰ খোৱা থকা মাফ্‌। লৰাজন বৰ ফুৰ্তীবাজ লৰা বুলিছো যদিও সি দেখাত হে লৰা যেন দেখি। বয়স বোলে তাৰ যথেষ্ট হৈছে। সি হেনো লৰা ছোৱালীৰ বাপেক, প্ৰেমত পৰি বিয়া কৰাইছিল। অৱশ্যে এইটো তাৰহে উক্তি। সি মেছৰ জ্যেষ্ঠ মেম্বাৰ বৰুৱাক কৈছিল—বুজিছে বৰুৱা বাবু, সেই যে খগেন মহন্তৰ

গানটো—আগলতি কলপাত লৰে চৰে ·· ···· কাউৰী পৰে ·········· পিয়নৰ চাকৰি ······ · দূৰণীতে"। এই গানটো আমাৰ গাওঁৰ ফাংচন এটাত মই বৰ সুন্দৰকৈ গাইছিলো। কেইবাখনো গাৱঁৰ লৰা বুঢ়া গাভৰু ছোৱালী আহি ৰভাখলি ভৰি পৰিছিল। মোৰ গানটো শুনি ফাংচন শেষ কৰি ঘৰলৈ আহোতে লগ পালো সেই পাঠশালা স্কুলৰ মাষ্টৰ বনমালী দাসৰ মৰমী গাভৰু জীয়েক সাবিত্ৰীক। আগে পিছে দেখিলেও নেমাতো সাবিত্ৰীয়ে হঠাৎ মোক আচৰিত কৰি মাত লগালে।

—নগেনদা, আপুনি যে ইমান সুন্দৰ গান গাব জানে আজিহে জানিলো। আপোনাৰ গানটো শুনি বৰ ভাল লাগিল।

—গানটোহে ভাল পালা মানুহজনকতো নহয়? মই মৰো জিটকৈ কৈ দিলো বৰুৱাদা। অৱশ্যে তুমাহৰ পৰা আমাৰ অফিছৰে লগৰ পিয়ন পবিত্ৰ শৰ্মাৰ পৰা প্ৰেমত পৰা কাইদা কেইটামান শিকি থৈছিলো। সুযোগ পাই প্ৰয়োগ কৰিছিলো।

—নগেনদা শ্বিলঙলৈ যোৱাৰ আগতে যেনেতেনে এবাৰ আমাৰ ঘৰলৈ আহিবছোন।

—যাম বাৰু। তোমাৰ মৰমৰ অনুৰোধ কেনেকৈ উপেক্ষা কৰিম। যাম বাৰু কাইলৈ পুৱাতে যাম। সাবিত্ৰীয়ে যেনে তেনে যাব দেই নগেনদা বুলি লগৰ গাভৰু কেইজনীৰ লগত গুছি গ'ল। এইদৰে তাই মোৰ প্ৰেমত পৰিল। মযো। কথাটো পাক্কা হৈছিল তাৰ পিছৰ বছৰ নলবাৰীৰ ৰাস উৎসৱত। চিঠিত সাবিত্ৰীয়ে একেলগে ৰাস উৎসৱ চোৱাৰ কাৰণে লিখিছিল। মই গৈছিলো। তাইৰ লগত ৰাস উৎসৱত বহুতো হলি গলি কৰিলো। কথাৰ প্ৰসঙ্গত চাহ খাওঁতে জিলাপীত কামোৰ মাৰি—নগেনদা শ্বিলংখন বৰ ধুনীয়া নহয়? ইস্, ৰাম আমাৰ যোৱাৰ ভাগ্য জানো হব। বাৰু নগেনদা, আপুনি বিয়া কেতিয়া পাতিব?

—ছোৱালী থিক হলে।

—ইস ৰাম. শ্বিলঙ হেন ঠাইত চাকৰি কৰা ডেকাক কোনে ছোৱালী নিদিব ?

—পিছে সাবিত্ৰী, তোমাৰ বিয়াতৈ হলে নেনা তাকৈ নেথাকিবা আৰু'।

—দৰা থিক হলেহে বিয়া হব। চাবাছোন শ্বিলঙত পোৱা নেকি ? গান গোৱা ডেকা পালে ভাল।

—মোৰ দৰে .

—দেউতাক গৈ নোকোৱা কিয় ?

—তাৰ মানে তুমি ৰাজি আছা ?

—তোমাৰ মন গলেহে হব।

—তেন্তে সাবিত্ৰী দুয়োৰে একে মন।

লাজতে সাবিত্ৰীয়ে নগেনক বাহুৰে থেলা মাৰি দিলে।

—জানে নগেনদা, সেই যোৱা বছৰ তোমাৰ গানটো শুনিবৰ দিনৰ পৰাই ······ ।

—বুজিছো সাবিত্ৰী, মোৰো একেই দশা।

—কিন্তু তোমাক জানো মোলৈ বিয়া দিব ? তুমিতো এইবাৰ মেট্ৰিক পাছ কৰিলা। বোধহয় কলেজত পঢ়িছা। কিন্তু সাবিত্ৰী তুমি যেতিয়া মোক ভাল পাইছা দেউতাৰে বিয়া নিদিলেও মই চিভিল মেৰেজ কৰি হলেও তোমাক মোৰ কৰি লম।

নগেন বৈশ্য আৰু সাবিত্ৰীৰ হলি গলিৰ কথা ৰাস-উৎসৱৰ পিছৰ পৰা গোটেই গাওঁত ৰৌজাল বৌজাল হৈ গ'ল। আনকি সাবিত্ৰীৰ দেউতাক বনমালী মাষ্টৰেও কথাৰ গোন্ধ পালে। সেয়ে তেওঁ ঘৈনীয়েকক জীয়েক সাবিত্ৰীক সাৱধান কৰি দিব কলে যাতে সেই পাতৰ লগত মিলা মিছা কৰি জীৱনটো ধ্বংস নকৰে। কিন্তু বৰুৱা বাবু আমাৰ প্ৰেম ইমান গভীৰ আছিল যে সাবিত্ৰীয়ে মাকক স্পষ্টকৈ কৈ দিছিল যদিহে মোৰ লগত তাইক বিয়া নিদিয়ে তেন্তে তাই মহ মৰা ঔষধ খাই আত্মহত্যা কৰিব। একেজনী ছোৱালীৰ

এনে কথা শুনি 'যমে নিলেও নিয়া জোঁৱাই নিলেও নিয়া' বুলি মাষ্টৰ গিৰিয়েকক সন্মত কৰাইছিল। দেউতাক উপায়ান্তৰ হৈ আমাৰ বিয়াত সন্মতি দিছিল। এইবোৰ নগেন বৈশ্যাই মেছত কোৱা কথা। মেছৰ কোনোজনে সাবিত্ৰীক দেখা নাই। তাই বৰ ৰূপহী বুলি সি কৈ থাকে। অৱশ্যে বিয়াৰ পিছত নলবাৰী ষ্টুডিওত তোলা যুগল ফটোখনত সাবিত্ৰীক দেখিবলৈ সি কোৱাৰ দৰে লাগিছিল। মেছৰ সকলো কেইজনে ৰাতিৰ কলেজত পঢ়ে। প্ৰশান্তই পি-ইউ-চিত নাম লিখিছে। কলেজৰ পৰা সকলোৱে সাৰে আঠ বজাত মেছ পায়। মুখ হাত ধুই চাহত সোহা মাৰি দিনটোৰ অৱসাদ আতৰাবলৈ এজনে নহয় এজনে বৈশ্যক লৈ এটা ৰগৰ উলিয়াবই। বৰুৱাই এদিন বৈশ্যক সুধিলে—

—হয়নে বৈশ্য, তোমাক বাৰু অকল সেই গানটো শুনিয়েই সাবিত্ৰীয়ে প্ৰেমত পৰিলনে? নে আৰু কিবা অন্য কাৰণো আছে।

—বৰুৱা বাবু আচল কাৰণটো কি জানে?

—কলেহে জানিম। আমি কিবা জ্যোতিষী নেকি?

মাজতে শইকীয়াই মাত দিলে।

—তাই যেতিয়া বাবুল দাস নামৰ ডেকাজনক অপচন্দ কৰিলে মই আচৰিত হলো। বাবুল দাস নতুনকৈ চাকৰিত সোমোৱা অভাৰচীয়াৰ। গাওঁৰ ইঞ্জিনীয়াৰ চাহাবেই দিয়ব ছোন। অভাৰচীয়াৰৰ বাহিৰা টকা বোলে ইঞ্জিনীয়াৰতকৈ বেছি। হয়নে শইকীয়া বাবু আপুনিটো পি ডব্লি-অ অফিছতে কাম কৰে।

—বৈশ্য তই এটা মস্ত বেৰসিক। আচল কথালৈ আহ। সেই অন্য কাৰণটো কি?

—বেচেৰা অভাৰচীয়াৰ, সি কাম কৰিছিল বৰমা ব্লকত, গাৱত। আৰু মই চাকৰি কৰো শ্বিলঙত, একেবাৰে দ্বিতীয় স্কটল্যাণ্ডত, ভাৰতৰ ভিতৰত এখন স্বাস্থ্যকৰ ঠাইত য'ত থাকে মন্ত্ৰী এম.এল.এ

লাট চাহাব। শিলঙৰ কথাই বেলেগ বকুল্বা বাবু। সেয়ে স্বৰ্গপুৰীলৈ দেখীহৈ নাহি নৰকলৈ কোন ৰাণী হৈ যাব।

—অ' সেইটোহে আচল কথা। এৰহী গছৰ গুৰি ক'ত এতিয়া বুজিছো। সবলোৱে পাবে মানে হাঁহে।

—নতুনকৈ অহা আমাৰ প্ৰশান্ত বাবুক মই অলপ ট্ৰেইনীং দিব লাগিব যেন পাইছো বড়া বাবু। তেওঁ বৰ কেছা যেন লাগিছে। দেখাই শুনাই কাৰ্ত্তিক যেন হলে কি হব অলপ বাহিৰা মচলা থকা দৰ্কাৰ।

—বাৰু বাৰু হৈছে, তোমাৰ মছলাবোৰ এতিয়া তৰকাৰীত দিয়াগৈ। পাকঘৰলৈ যোৱা। ৰন্ধা-বঢ়া সোনকালে কৰাগৈ। বৈশ্যই বিড়ি এটা জ্বলাই পাকঘৰলৈ গ'ল।

... .... .... .... .... .... .... .... ... ... .... .... ..

চাওঁতে চাওঁতে এটা দুটাকৈ চাৰিটা বসন্ত পাৰ হৈ গ'ল। প্ৰশান্ত সেই মেছতে থাকিল। এই চাৰি বছৰত তাৰ জীৱনলৈও বহুতো পৰিবৰ্ত্তণ আহিল। প্ৰশান্তই ইকনমিক্স লৈ বি-এ পাছ কৰিলে। টাইপিষ্টৰ পৰা নিম্নবৰ্গ সহায়কলৈ পদোন্নতি হ'ল। মেছত থাকিও মাকক দুবাৰ শ্বিলং দেখুৱালে। প্ৰশান্তই প্ৰত্যেক মাহতে ঘৰলৈ যাব লগা হয়। অহা যোৱাত বৰ কষ্ট হলেও টকা পইছাৰ পিনে চিন্তা কৰি সেই কষ্ট হাঁহি মুখে সহ্য কৰে। আজি কালি মাকক তাঁতশালৰ হাজিৰা কামৰ পৰা একৰাই ঘৰতে দুখন তাঁতশাল কিনি দুজনী হাজিৰা মানুহ ৰাখি মাকক চোৱা চিতা কৰিব দিছে। দুখন শালত কমেও খৰছ ভৰছ যায় মাহে পাচ ছয় শ টকা বাহি হয়। শাল এখনৰ আয়ৰ টকাৰে মাকৰ খোৱা লোৱাৰ খৰছ সুন্দৰকৈ হৈ যায়। শ্বিলঙৰ অসমীয়া পিয়নৰ পৰা চেক্ৰেটৰী, এম-এল-এ-

মন্ত্ৰীলৈকে প্ৰশান্তক ভালকৈ চিনি পায়। প্ৰথমে তাৰ অফিছৰ দুই এজন বন্ধু বান্ধৱক তাৰ নিজ গাওঁ শোৱালকুছিৰ পৰা অনুৰোধ এৰাব নোৱাৰি দুই চাৰি যোৰা পাট-মুগা কাপোৰ আনি দিছিল। সৰুৰে পৰা মিছা কথা নোকোৱা প্ৰশান্তৰ সতভাব কাৰণে পাটমুগাৰ কাপোৰৰ অৰ্ডাৰ তাৰ ওচৰলৈ বহুত আহিব ধৰিলে। কিয়নো সকলোৱে খাটি বস্তুহে বিচাৰে। দোকানৰ বস্তুৰ বিশ্বাস নাই। প্ৰশান্তই এই বিশ্বাস ৰাখিবলৈ যতপৰোনাস্তি চেষ্টা কৰিছিল। সি প্ৰত্যেক মাহতে এই ব্যৱসায়ত গড়ে হাজাৰ টকা আয় কৰে। শ্বিলঙত ভাল পাটমুগাৰ কাপোৰ যোগান ধৰাৰ কাৰণে তাৰ এটা নাম আছে। কিন্তু এবাৰ প্ৰশান্তই বৰ লাজ অপমান পাইছিল। সেই ঘটনাটোৰ পিচত সি সেই ব্যৱসায় নকৰিবলৈ মনস্থ কৰিছিল যদিও মানুহৰ অনুৰোধ আৰু অসমৰ পাটমুগাৰ প্ৰচলনৰ দিশটোলৈ লক্ষ্য কৰি এৰিব পৰা নাছিল।

অসমৰ শিক্ষাধিকাৰ অৰ্থাৎ প্ৰশান্তৰ বৰ চাহাবৰ একমাত্ৰ ছোৱালী 'ৰবী'ৰ বিয়া। কাপোৰৰ ফৰ্মাছ পৰিল প্ৰশান্তৰ ওপৰত। প্ৰশান্তক মেমচাহাবে অফিছ ছুটিৰ পিছত মাতি পঠাইছে বঙলালৈ। সেইমতে প্ৰশান্ত সেইদিনা তাৰ ভয়ঙ্কৰ ডায়েৰীটো লৈ উপস্থিত হ'ল ডি পি-আই চাহাবৰ বঙলাত। মেমচাহাবে নানা ধৰণৰ ডিজাইনৰ কথা বুজাই পাচ যোৰা কাপোৰৰ অৰ্ডাৰ দিলে। দুযোৰ পাটৰ বাকী তিনিযোৰ মুগাৰ গোটেই গাই ফুলবচা। প্ৰশান্তই সকলো বিবৰণ সেই ডায়েৰীত লিখি ললে। মেমচাহাবে প্ৰশান্তক চাৰি হেজাৰ টকা অগ্ৰিমো দিলে। বাকী টকা কাপোৰ দিয়াৰ সময়ত দিব। প্ৰশান্তই মেম চাহাবক নমস্কাৰ জনাই উঠিল। পিছৰ শনিবাৰটোত ঘৰলৈ গৈ শোৱালকুছিৰ ভাল ভাল পাটমুগাৰ দোকানত গৈ সেই অৰ্ডাৰৰ কাপোৰ বিচাৰিলে। অৰ্ডাৰৰ চাৰি যোৰা মনৰ মত কাপোৰহে পালে। এযোৰ কাপোৰ নেপালে। তেনেধৰণৰ অসম পাটৰ চেট্ এতিয়ালৈ শোৱালকুছিত বনোৱা

হোৱা নাই। এনে ধৰণৰ গুনাৰ কাম কৰা পাটৰ বেনাৰসী শাড়ীহে পোৱা যায়। অৱশ্যে অৰ্ডাৰ পালে বনাব পৰা হব বুলি প্ৰশান্তক এটা ফেক্টৰীয়ে জনালে। প্ৰশান্তই সেই যাৰা কাপোৰৰ এডভান্স দি বাকী চাৰিযোৰ কাপোৰ লৈ খিলং পালে। সোমবাৰে অফিছতে বৰ চাহাবক সকলো কথা বিবৰি কলে। বৰ চাহাব প্ৰান্তি হ'ল। সেই যোৰা কাপোৰ বিয়াৰ দুই চাৰি দিন আগতে পালেও হব। কাপোৰ চাৰি যোৰা আবেলি চাহাবৰ গাড়ীত উঠাই দিলে। মঙ্গলবাৰে পুৱা বৰ চাহাবৰ পিয়নে প্ৰশান্তক তেওঁ মতা বুলি জনালে। প্ৰশান্তৰ মনত নানান খুহুয়নীয়ে ঠাই ললে। কাপোৰ পচন্দ নহ'ল নেকি? মেম চাহাব বোলে বৰ মেজাজী লোক। কথা ওলোটাহে। কাপোৰ মেম চাহাবৰ বৰ পচন্দ হৈছে বোলে। প্ৰশান্তক কব দিছে। সেয়ে মেম চাহাবৰ বেচৰকাৰী হুকুম তৎকালীন ভাবে চাহাবে পালন কৰিছে। দেৱতাই দেবীক সমীহ বা ভয় কৰি চলা প্ৰবাদ আছে। সেইদৰে মৈত্ৰৰ মনুষ্যৰো একে দশা। পাৰোতেনো মহাপুৰুষ মাধৱে কৈছেনে ইটো গৃহ বাস ভাৰ্য্যাৰেসে দাস কৰিলো স্বৰূপ।

প্ৰশান্তই বিয়াৰ চাৰিদিনৰ আগৰ শনিবাৰটোত ঘৰলৈ গৈ কাপোৰৰ খবৰ কৰিলেগৈ। কিন্তু ফেক্টৰীৰ মালিকে জনালে যে যি জনী বিশেষ শিপিনীয়ে সেই অৰ্ডাৰৰ কাপোৰ যোৰাৰ গুনাৰ ফুল বাচিব জানে তাইক বোলে চাৰিদিন আগতে দেউতাকে লৈ গলহি। তাইৰ হেনো পৰহি বিয়া। এনে এটা অৱস্থাত মই তাইক কেনেকৈ ৰাখো। বেচৰীৰ বিয়া নহব বুলিয়েই ভাবিছিলো। আজি কালি ছোৱালীৰ গুণতকৈ ৰূপৰহে চাহিদা বেছি। পিছে জিবি মৰা বৰলা মাষ্টৰ এজনে দেখিকৈ তাইৰ গুণৰ মৰ্য্যদা বুজিলে। যদি অলপ বেলেগ ডিজাইনৰ কাপোৰে হয় তেন্তে এই যোৰাকে বুলি কাপোৰ এযোৰা প্ৰশান্তক দেখুৱালে। প্ৰশান্তই তাৰ ডাবেৰী

খুলি চাই কাপোৰ যোৰা লিৰিকি বিদাৰি চাই শেষত বাকীখিনি টকা দি কাপোৰ যোৰা লৈ আহিল সোমবাৰে গধুলি অফিচৰ পৰা বাহিৰে বাহিৰে ডি-পি-আই চাহাবৰ বঙলা পালে। প্ৰশান্তক দেখি মেমচাহাবে আথেবেথে প্ৰশান্তৰ ওচৰ চাপিল। প্ৰশান্তক বহিব কৈ মেমচাহাবে ওপৰৰে অন্য এখন চোফাত শকত দেহটো ৰাখি কৌতুহলেৰে প্ৰশান্তৰ কাগজৰ পেকেটলৈ লক্ষ্য কৰিলে।

—তুমি পিছে কাপোৰ লৈ আহিলা। দিয়াহোন চাওঁ।

প্ৰশান্তই কাপোৰৰ পেকেটটো মেমচাহাবৰ হাতত দিলে। মেমচাহাবে পেকেটটো খুলি কাপোৰযোৰ চাই প্ৰশান্তক খঙেৰে কলে— চাওঁ তোমাৰ ডায়েৰীটো।

—ডায়েৰী চাব নেলাগে বাইদেউ। এটা ডাঙৰ সমস্যা হ'ল। প্ৰশান্তই কাপোৰযোৰৰ বিষয়ে ফেক্টৰীৰ মালিকে কোৱা কথাটো কলে। মেমচাহাব গৰ্জি উঠিল।

—তুমি কি মূৰ্খ লৰাহে, মই কৈছিলো এটা ডিজাইনৰ কথা আনিলা অন্য এটা ডিজাইনৰ। কিযে কাণ্ড জ্ঞান নোহোৱা মানুহ। নোৱাৰিলে গাত লব নেলাগে নহয়। টকা থাকিলে কিবা বস্তুৰ অভাৱ আছেনে? কিন্তু পৰহিলৈ বিয়া আজিৰেই মই সেই কাপোৰযোৰা কত পাওঁ। তেনেকুৱা কাপোৰ তুমাহৰ আগতে আমাৰ চেক্ৰেটৰী চাহাবৰ মেমচাহাবে পানবজাৰৰ দোকানৰ পৰা কোনোবা শিক্ষকৰ হতুৱাই অনাইছে। তোমালোক বেপাৰীবোৰৰ জাত এটাই। সকলো মিছলীয়া নিমখ হাৰাম। প্ৰশান্তই কথা মানে গালিবোৰ নীৰৱে শুনি গ'ল। তাৰ খঙতকৈ দুখহে বেছি লাগিল। মনত বৰ আঘাট পালে সি। কাপোৰযোৰ আল্‌ফুলকৈ কাগজেৰে মেৰিয়াই সূতা ডালেৰে বান্ধি কাপোৰযোৰৰ এড্‌ভান্‌স পাচশ টকা টেবুলৰ ওপৰত থৈ টু শব্দ নকৰাকৈ ৰুমৰ পৰা বাহিৰ ওলাই আহিল। জীৱনত সি বহু কষ্ট কৰিছে। কিন্তু অপমানিত হোৱা নাই। এয়া তাৰ

নতুন অভিজ্ঞতা। বাটত সি চিন্তা কৰিলে—এইখন ব্যৱসায় নকৰিলেও সি চলিব পাৰিব। আৰু বা ক'ত কেনেকৈ অপমানিত হব লাগে? হঠাৎ ৰাস্তাত থুও৷ মাৰি দিলে ভোলা শৰ্ম্মা নামৰ মানুহজনৰ গাত। প্ৰশান্তৰ লাজ লাগিল। ইমান ডাঙৰ ৰাস্তা এটাত পোহৰতে বয়স্ক মানুহজনৰ লগত থুও৷ খালে। প্ৰশান্তই একো কবলৈ নৌ-পাওঁতেই শৰ্ম্মাই অনুৰোধৰ সুৰত কলে— বেয়া নেপাব কাকতি, মই বৰ অন্যমনস্ক হৈ আছিছিলো। অফিছত দুজনমানে আপোনাৰ কথাই কৈছিল। আপুনিয়েই বোলে মোক এই বিপদৰ পৰা উদ্ধাৰ কৰিব পাৰে। প্ৰশান্তৰ মন আকাশৰ ডাৱৰবোৰ আতৰি গ'ল। মানুহজনৰ কি বিপদ হ'ল আকৌ। ভোলা শৰ্ম্মা বোলা মানুহজনৰ ঘৰ ক'ত নেজানো। পোষ্ট অফিছত কাম কৰে। নংগ্ৰিমবাত থাকে। তিনিজনী ছোৱালী দুজন লৰা। বিহুৰ সময়ত প্ৰশান্ত এবাৰ সেইপিনে কাৰোবাক কাপোৰ দিবলৈ যাওঁতে ডাঙৰ ছোৱালীজনী মোক মাতি নি কাপোৰ এযোৰ চাই পচন্দ কৰি মাকৰ লগত আলোচনা কৰি ওঠোৰ ভোঠোৰকৈ ওভোতাই দিছিল। পাকঘৰৰ পৰা মাকে জীয়েকক কোৱা কথাষাৰ তাৰ মনত পাৰিল।

—মই জানো, তেওঁ কিস্তিত কাপোৰ দিয়ে। কিন্তু পাচ শ টকীয়া কাপোৰ যোৰা ৰাখি আজি এশ টকাও দিব নোৱাৰিলে কোনটো নাকে কাপোৰ ৰাখো।

—ভাই কাকতি, মোক এটা বিপদৰ পৰা ৰক্ষা কৰক। মোৰ মাজুজনী ছোৱালী শান্তি হ'ল। আজি দুদিন। মই দিনকাল ভাল বেয়া চোৱাবলৈ লীলা শইকীয়াৰ ওচৰলৈ গৈছিলো। আজিতো সকলোৰে কাৰণে বিশ তাৰিখ। কিন্তু পৰহি সকাম অৰ্থাৎ টোলনি বিয়া আহিলেই। সি হলেওতো ভাল কাপোৰ এযোৰ দিব লাগিব। ডাঙৰজনীৰ যেনিবা মোমায়েকৰ ঘৰতে হ'ল। এতিয়া

মোক একেবাৰে পইচা নিদিয়াকৈ কাপোৰ এযোৰ কাইলৈ লাগে। ছুটা কিস্তিত ধাৰ সুজিম।

—শৰ্ম্মাদা, এতিয়াই আহক। মোৰ মেছত চাৰি পাচযোৰা পাটৰ কাপোৰ আছে। চাইচিতি এযোৰা লৈ আহক। অন্তত আপোনাৰ এটা চিন্তা কমিব। তেন্তে বলক ভাই কাকতি। আপুনি কোনোবা জনমৰ মোৰ ভাই আছিল যেন পাওঁ। আজি ঘৰখনে উশাহ লব পাৰিব। শৰ্ম্মাক মেছত লৈ গৈ কাপোৰযোৰা দি পঠালে।

—প্ৰশান্তই পূৰ্ব্ব সিদ্ধান্ত অৰ্থাৎ বৰচাহাবৰ বঙলাৰ পৰা ওলাই লোৱা সিদ্ধান্তটো পুণৰ বিবেচনা কৰি চালে। নাই, সি অসমৰ পাট মূগাক ধ্বংস কৰিব নোৱাৰে। সংসাৰত বিভিন্ন চৰিত্ৰৰ মানুহ থাকিবই। সেইবুলি জুইৰ ভয়ত উধন পলোৱা কাম সি কেতিয়াও কৰিব নোৱাৰে। সি ঘৰত আৰু দুখন শাল কিনি সুনিপুন কাৰিকৰ দুজন ৰাখিব। মানুহৰ আধুনিক চাহিদানুযায়ী বজাৰত কাপোৰ উলিয়াবলৈ যত্ন কৰিব। শোৱালকুছিৰ ফেক্টৰী মালিকবোৰকো এই নতুন ৰুচিৰ কথা সদৰি কৰিব। শোৱালকুছি তথা অসমৰ এই গৌৰৱময় ঐতিহ্য ম্লান হব দিব নোৱাৰি।

প্ৰশান্তই মাকৰ লগত আলোচনা কৰি আৰু দুখন শাল কিনিলে। নিপুন গুনা বচা কৰিকৰ এজন ৰাখিলে। তেতিয়াৰে পৰা যিয়ে যেনে ধৰণৰ কাপোৰ বিচাৰে তেনে কাপোৰ যোগান ধৰিব পৰা হ'ল। প্ৰশান্তৰ এই ব্যৱসায়ৰ পৰা অকল নিজেই যে উপকৃত হ'ল এনে নহয় লগতে শিলঙৰ বহুতো সাধাৰণ অসমীয়া পৰিয়ালো উপকৃত হ'ল। পাট মূগা কাপোৰ এযোৰ কিমান দাম তাক সকলো অসমীয়াই জানে। লাগ বুলিলে হেজাৰ বাৰশ নগদ টকা দি কাপোৰ কিনিব পৰা মানুহেইবা কেইজন ওলাব? প্ৰশান্তৰ পৰা বহুতোলোকে তিনিটা মাহিলী কিস্তিতো কাপোৰ

কিনি বিপদৰ পৰা ৰক্ষা পৰিছে। আনকি কেতিয়াবা পৰিস্থিতিৰ গুৰুত্ব বুজি প্ৰশান্তই গোটেই যোৰা কাপোৰেই বাকীকৈ দি গৃহস্থৰ সন্মান ৰক্ষা কৰিছে। প্ৰশান্তৰ কাপোৰৰ টকা আজিলৈ কোনেও মৰা নাই। একে ঘৰৰে যদি দুই তিনিজনী গাভৰু ছোৱালী থাকে তেন্তে বিহুৰে সংক্ৰান্তিয়ে মাক বাপেকৰ ইচ্ছা থাকিলেও কেনেকৈনো নগদ টকা ভাঙি পাটমুগাৰ কাপোৰ দিয়ে? তেতিয়া গাভৰুহঁত পৰিচিত বান্ধৱীৰ সতে প্ৰশান্তদাৰ ওচৰ চাপে। প্ৰশান্তদাইও শক্তি অনুযায়ী সহায় কৰে। বছেৰেকত নাই বুলিও প্ৰশান্তই বিশ পচিশ যোৰা কাপোৰ একমাত্ৰ তোলনী বিয়াৰ কাৰণেই বাকীত দিব লগা হয়। প্ৰশান্তৰ ব্যৱহাৰে মানু বোৰক ধাৰ সুজাত সহায় কৰে।

যোৱা বছৰৰ পৰা প্ৰশান্তই কাপোৰৰ ব্যৱসায় পাতলাই দিছে। সি প্ৰাইভেটকৈ ইকনমিক্সত এম-এ দিব। যথেষ্ট পঢ়িব লগা হৈছে। এৰাব নোৱাৰা দুই চাৰিজনক যোগানো ধৰি আছে। প্ৰশান্তই এই ব্যৱসায়ৰে গুৱাহাটীহেন চহৰত দুকথা মাটিও কিনিছে। পিছে পৰে ঘৰ বনাব।

—●—

॥ আঠ ॥

**প্ৰ**শান্তই এম এ পাছ কৰা মাত্ৰ তিনি চাৰি মাহহে হৈছে। তুই এঠাইত ইতিমধ্যে নতুন চাকৰিৰ কাৰণে আবেদন কৰিছে যোৱা মাহত অৰুণাচল প্ৰশাসনৰ পৰিসংখ্যা পৰিদৰ্শক পদৰ বাবে পৰীক্ষা দিছে। চিভিল চাৰ্ভিছৰ কাৰণে বয়সেই নাই। পশিচ বছৰ এই মাহতে উকলি গ'ল। যদি কোনো ভাল চাকৰি এই মাহত পোৱা নেযায় তেন্তে সি উত্তৰ গুৱাহাটী ভেনচাৰ কলেজতে সোমোৱাৰ্তো যোৱা মাহত ঘৰলৈ যাওঁতে থিক কৰি আহিছে। কিন্তু প্ৰশান্তৰ শ্বিলং এৰিবলৈ বেয়া লাগে। মাকে বৰ জোৰ দি আছে সি আহি ব্যৱসায় চম্ভালিব লাগে। বিয়া পাতিব লাগে। শ্বিলঙত বেছি দিন ডেকা লৰা অবিৱৈ হৈ থাকিলে বোলে তাৰ প্ৰমিলাই লব্ধে। ইতিমধ্যে মেছৰ পুৰনা বন্ধু বৰুৱাদা পুলিচৰ চাকৰি পাই ভৈয়ামলৈ গ'ল। বড়াইও জাগীৰোড পেপাৰ মিলত একাউন্টেট হৈ সোমাল শ্বিলঙৰ অভিভাৱক সদৃশ কেশবানন্দ বৰুৱাও এই মাহতে শ্বিলং এৰি যাব। তেখেতে ঘৰৰ ওচৰৰ হাইস্কুল এখনত শিক্ষকৰ চাকৰি পাইছে। যোৱা বেলি গাওঁৰে শিক্ষয়ত্ৰী এজনীক বিয়া কৰালে। সেয়ে প্ৰশান্তও গাওঁৰ লৰা গাওঁকে যোৱা থিক কৰিলে।

অন্যদিনৰ দৰে সেই দিনাও প্ৰশান্তহঁতে ৰাতি খাই বৈ উঠি

ৰান্ধনি বৈশ্যৰ লগত ৰগৰ কৰিবৰ মনে একেটা কমতে বহিছে। পাকঘৰৰ কাম শেষ কৰি বৈশ্য কমৰ ভিতৰ সোমাইছেহে মাথোন হঠাৎ বৰুৱাৰ তামোল বুকুত লাগি চৰচৰি খালে। তাৰাতাৰী পানী আনিবলৈ দাস বাবুই বৈশ্যক কলে। বৈশ্যই লৰালৰিকৈ পানী এগিলাচ বৰুৱাক দিলে। পানী খাই লাহে লাহে বৰুৱাই আৰাম পালে। বৈশ্যই কাকো সম্বোধন নকৰি কব ধৰিলে—

—কোনোবা ৰৌদ্ৰে চাগে পৰবাসত থকা কোনোবা দদাদেউৰ কথা ভাবিছে। বিহুৰ ওচৰ চাপিছেতো। চৰচৰী আৰু বেছি দিন নেথায় বৰ এমাহে বাকী। কি কয় বৰুৱাদা?

—ঐ গৰু, তই মোৰ লগত ইয়াৰকি মাৰিব আহিছ। মই বাৰু এমাহৰ পিছত ছিলং এৰিমেই, তই দেখোন চিৰদিন চাকৈ চকোৱাৰ দৰে ব্ৰহ্মপুত্ৰৰ ইপাৰ সিপাৰ হৈয়ে ৰলি। তয়ে জহাইছিলি নহয়, তই ছিলঙত চাকৰি কৰাৰ কাৰণেহে বোলে মাষ্টৰৰ জীয়েক সাবিত্ৰী তোৰ লগত থিয়া সোমাইছিল কিন্তু অত বছৰে কিয় তোৰ সেই জীউমনিজনীক ছিলঙলৈ আনিব নোৱাৰিলি? চালা অপদাৰ্থ। তই এই শনিবাৰে ঘৰলৈ যাগৈ। আমি প্ৰত্যেকে ত্ৰিশ টকাকৈ চান্দা তুলি দিম। এসপ্তাহৰ কাৰণে শ্ৰীমতীক লৈ অহাগৈ। আমাৰ মেছৰে কম এটা খালি কৰি দিম। আকৌ থৈ অহা ভাড়াও আমিয়ে দিম। অন্তত বেচেৰীৰ আশাতো পূৰ্ণ হওঁক।

—বৰুৱাদা, মোক ক্ষমা কৰিব। মই আপোনাৰ লগত ইয়াৰ্কি মৰা নাই আৰু তেনে কথা মই সপোনতো ভাবিব নোৱাৰো। মই এটা মস্ত পাগল। মোৰ ভুল মাৰ্জনা কৰিব। কিন্তু বৰুৱাদা, মোৰ বিষয়ে আপোনালোকে এক ভুল ধাৰণা পোষণ কৰিছে। সেয়ে মোক আজি আপোনালোকে এটা নতুন পৰামৰ্শ দিছে। অৱশ্যে ইয়াৰ কাৰণে মই আপোনালোকক দোষ নিদিও। আপোনালোক এজনৰো সাংসাৰিক অভিজ্ঞতা নাই। সেয়ে মোৰ প্ৰতি এটি ভুল

ধাৰণা পোষন কৰিছে। বৰুৱাদা, মই যদি অকল মেছৰ বান্ধনি নগেন বৈশ্যই হলোহেঁতেন মই কিমান সুখী হলোহেঁতেন। এই মেছটোত সোমালেই মই সকলো দুখ বেদনা পাহৰি যাওঁ। এটি আনন্দময়ী পৰিয়ালৰ কনিষ্ঠ ( বয়সত নহয় ) সদস্য হিচাবে। সেই কাৰণেই মই মোৰ চাহাবৰ লগত নেথাকি আপোনালোকৰ লগত ইমান দিন সুখেৰে কটাইছো। মোৰ ব্যক্তিগত জীৱনৰ দুখ বেদনা আপোনালোকৰ আগত প্ৰকাশ কৰি হাঁহিয়তাৰ পাত্ৰ হব খোজা নাই। মোৰ কাৰণে সাবিত্ৰীয়ে অশেষ ত্যাগ কৰিলে। তাই যি আশা কৰিছিল মোৰ পৰা তাই সাতটা বছৰত তাৰ বিপৰীতহে পালে। তাইৰ স্বামী হিচাবে মোৰ কিমান দুখ লাগিব পাৰে ভাবি চাওঁক বৰুৱাদা! আজি সাত বছৰে তাইক শ্বিলঙখনে দেখুৱাব নোৱাৰিলো। আপোনালোকে ভবাৰ দৰে টকাৰ অভাৱত নহয়, পৰিস্থিতিৰ মোকাবিলা কৰিব নোৱাৰাৰ অভাৱতহে। বিয়াৰ এবছৰৰ ভিতৰতে আমাৰ প্ৰথম সন্তানৰ জন্ম। তাৰপিছত প্ৰতিবছৰে একোটাকৈ সন্তানৰ জন্ম। আপোনালোকে কব পাৰে বিয়াৰ পিছতে কিয় নানিলা। বিয়া পাতিবলৈ এমাহৰ ছুটি লৈ গৈছিলো। যোৱাৰ আগতে সচিবালয়ৰ পিয়ন মোৰ বন্ধু ৰমেশ চন্দ্ৰ শৰ্মাৰ ভাড়া ঘৰটো ( ৰুমটো ) এমাহৰ কাৰণে বন্দোবস্ত কৰি থৈ গৈছিলো। মোৰ ছুটি শেষ হলে অৰ্থাৎ মই সাবিত্ৰীক লৈ শ্বিলং পোৱাৰ দুদিন পিছতেই সি এমাহৰ ছুটিত যাব। বিচনাৰ কাপোৰৰ বাহিৰে একোৰে দৰ্কাৰ নহব। কিন্তু বৰুৱাদা, কিবা কয় নহয়— মানুহে পাতে ঈশ্বৰে ভাঙে। মোৰ সকলো ওলট পালট হৈ গ'ল। মোৰ ছুটি শেষ হবলৈ দুদিন বাকী থাকোঁতেই গা ধুবলৈ যাওঁতে পুখুৰীৰ ঘাটত পৰি মাৰ হাত এখন ভাঙিল। ঘৰত মাইকী মানুহৰ নামত মা আৰু শ্ৰীমতী। গতিকে শয্যাগত মাক এৰি সাবিত্ৰীক লৈ অহাৰ প্ৰশ্ন উঠিব নোৱাৰে। মাৰ চিকিৎসাৰ

ব্যৱস্থা কৰি আহিবৰ সময়ত তাইক বুজালো যে মাৰ হাত ভাল হোৱাৰ পিছতেই আকৌ ঘৰ এটা বন্দোবস্ত কৰি দুই তিনি মাহৰ পিছত লৈ যামহি। সাবিত্ৰীয়ে চকুৰ পানী টুকি মোক বিদায় দিলে। মা আৰু সাবিত্ৰীক তেনে অৱস্থাত এৰি আহি মা আৰু সাবিত্ৰীৰ হাত আৰু মনৰ যন্ত্ৰনাত মই বুকুৰ বেদনা অনুভৱ কৰিছিলো। মই তেতিয়াও এটা মেছত ৰান্ধনি হিচাপে আছিলো। মাৰ ভঙা হাতৰ প্লাষ্টাৰ খোলাৰ সময়ত অৰ্থাৎ এমাহৰ মূৰত মই ঘৰলৈ গৈছিলো। মাৰ হাতৰ অৱস্থা বহু খিনি ভালৰ পিনে আহিছে। আৰু এমাহৰ মুৰত কাম কৰিব পৰা হব। দুদিন থাকি অহা মাহত সাবিত্ৰীক লৈ যামহি বুলি গুছি আহিলো পিছৰ মাহৰ প্ৰথম সপ্তাহত ওৱাৰলেছত কাম কৰা লুমপাৰিওৰ ঘৰটো তাৰ পৰা দুমাহৰ কাৰণে চম্ জিলৈ চাবিপ টলৈ ৰংমান সাবিত্ৰীক আনিবলৈ ঘৰ বুলি ৰাওনা হলো। ঘৰ পাই পদুলিমুখতে সাবিত্ৰীক বমি কৰি থকা দেখি মোৰ মনতো সেমেকি গ'ল। ৰাতি শুবৰ সময়ত কওঁ নকওঁকৈ সাবিত্ৰীয়ে মোক কলে তাইৰ হেনো বিয়াৰ পিছৰ পৰাই মাহেকীয়া হোৱা নাই, আজি দুই চাৰিদিন আগৰ পৰা বমি বমি ভাৱ হয়। বমি কৰি কৰি মানুহজনী দুৰ্ব্বল হৈ পৰিছে, মই বৰ চিন্তাত পৰিলো। পিছদিনা চাহ জলপান খাই সাবিত্ৰীক লৈ ওচৰৰ প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰলৈ গলো। ডাক্তৰে তাইক চাই-চিতি তাই গৰ্ভধাৰণ কৰা বুলি জনালে আৰু কিবা কিবি ঔষধ লিখি দিলে। ডাক্তৰে মোক বুজাই কলে যে এতিয়াৰ পৰা পাচ মাহলৈ সাবিত্ৰীক সাবধানে ৰাখিব লাগিব। গধুৰ বস্তু উঠোৱা, কুৱাঁৰ পৰা পানী তোলা ইত্যাদি বিশেষকৈ গাড়ীয়ে মটৰে ঘূৰা পকাৰ পৰা আতৰত থাকিব লাগিব। আমি ঔষধ পাতি কিনি লৈ ঘৰ পালো। বাটত লাজতে সাবিত্ৰীয়ে মোৰ লগত বিশেষ কথা নেপাতিলে। দিনৰ আহাৰৰ সময়ত মাই মোক কৈছিল—বোৱাৰীৰ গা ভাল

নহয়। অৱশ্যে সেইটো এটা ডাঙৰ কথা নহয়। তই বেচি চিন্তা কৰি শৰীৰটো দুৰ্ব্বল নকৰিবি? এনে সময়ত কিছুমান মানুহে বমি কৰে। এমাহৰ মূৰতে থিক হৈ যাব। তই মোৰ গাত থকা সময়ত মোৰ অৱস্থাও এনেকুৱাই হৈছিল। মই মাৰ ইঙ্গিতেৰে কোৱা কথাটো বুজি অলপ শান্তি পালো যে সকলো মাইকী মানুহৰে এনে সময়ত এনে হয়। ডাক্তৰে কোৱা কথাবোৰ মই পুনৰ সাবিত্ৰীৰ লগত আলোচনা কৰিলো আৰু তাইক এইবাৰলৈ ঘৰত এৰি থৈ অহাকে থিক কৰিলোঁ, কাৰণ সাবিত্ৰীৰ গৰ্ভস্থ শিশুটিৰ ওপৰত আমাৰ ভৱিষ্যত নিৰ্ভৰ কৰিবা মাক মোৰ আশাই সাবিত্ৰীক ঘৰত এৰি অহাত মোক যথেষ্ট সহায় কৰিলে। এইদৰে এটাৰ পিছত আন এটা এৰাব নোৱাৰা সমস্যাই আমাক বেঢ়ি ধৰিলে। আপোনালোকে জানে যোৱা বছৰ মাও ঢুকাল। আনহাতে অহা ডিচেম্বৰৰ পৰা অসমৰ অফিছবোৰ গুৱাহাটীলৈ যাব। গতিকে সাবিত্ৰীৰ বোধহয় জীৱনত শ্বিলঙ দেখা নহব, হলেও মোৰ চাকৰি কালত নহয়।

—তোমাৰ বৰ দুখৰ জীৱন বৈশ্য-কাই, প্ৰশান্তই সহানুভূতিৰে কথাৰ মাজতে মাত মাতিলে।

—হয় প্ৰশান্ত বাবু। আপুনি কিন্তু বৰ ভাগ্যবান। তুই এমাহৰ ভিতৰতে নতুন চাকৰিও পাব আৰু ভাল কন্যাও পাব। আপোনাৰ কথা জানি শুনি বৰ ভাল পাইছো। কথাতে কয় নহয় ভালে ভালক পায় জাবৰে খালক পায়। মই সংসাৰৰ অলপ অচৰপ খবৰ ৰাখো দেই প্ৰশান্ত বাবু। ছোৱালী হলে খুব ভাল দেই প্ৰশান্ত বাবু। কিন্তু মানুহ ঘৰ বৰ থিক নেপালো।

--কিনো বেথিক হ'ল অ' বৈশ্য তোমাক চাহ মুখুৱালে নেকি?

—সেইটো নহয় বৰুৱাদা। আমাৰ কেইজনমান ফৰ্চ বৰলা অৰ্থাৎ শ্বিলঙত বৰলা লগৰ পিয়ন মিলি এটা অনুসন্ধান সমিতি গঠন কৰিছো।

বিষয়তো হ'ল এজনী বিধবা মাকে পাচজনীকৈ গাভৰু ছোৱালীক নিতৌ নতুন নতুন পোচাকেৰে কেনেকৈ কলেজলৈ পঠাব পাৰে? ইয়াৰ ভিতৰৰ সাঁথৰটো কি? জনাত ভদ্রমহিলাৰ ইন্‌কামৰ ভিতৰত মাহে চাৰিশ টকা ফেমেলি পেনচন। অৱশ্যে ঘৰ ভাৰা দিব নেলাগে। যেনিবা ঘৰটো নিজৰ। সাতটা ৰুমৰ ঘৰ। প্রত্যেক ৰুমতে ডাঠ কার্পেট। গিৰিয়েক জীয়াই থকাৰকৈও বেছি আদব কাইদা। সাতটা ৰুমৰ কি দৰ্কাৰ। আধা ভাড়াত দিলেও অন্তত: পাচশ টকা পায়। কিন্তু নিদিয়ে জানো গুমাব ফাক হয়। আপোনাক বাৰু কাপোৰৰ বাকী কিমান দিব আছে? যোৱা বিহুত বোধহয় চাৰি যোৰা মুগাৰ কাপোৰ লোৱা ন ছিল জানো? কমেও চাৰি হেজাৰ টকা হব। আগে পিছেওতো আপুনি দিয়ে থাকে।

প্রশান্তই বৈশ্যক বাধা দি ক'লে—হৈছে হৈছে বৈশ্যদা, আনৰ সমালোচনা শুনি ভাল নেলাগে। মোক কাপোৰৰ টকা দিয়ে আছে। কেতিয়াবা পাচ হেজাৰ টকাও নগদ দিছে। কেতিয়াও তেওঁলোকে বাকী নেৰাখে। তেওঁলোকৰ পিলওত ইনকাম নেথাকিব পাৰে কিন্তু তেওঁলোকৰ যে যোৰহাটত দুখনকৈ চাহ বাগান আছে তুমি বোধহয় তাৰ খবৰ নাপোৱা? বৰ্তমান সেই বাগান মোমাইয়েকে চলাই আছে। মাহে মাহে চাৰি পাচ হেজাৰ পঠাই থাকে। পৰশ্ৰীকাতৰ মানুহবোৰে আনৰ ভাল দেখিব নোৱাৰে। সহায় কৰিব দূৰৰ কথা হিংসা কৰে। বাপেক আছিল অসম চৰকাৰৰ উপসচিব। তেতিয়া ঘৰখনক সকলোৱে সমীহ কৰিছিল। তেওঁৰ মৃত্যুৰ পিছতে গাভৰু ছোৱালী পাচজনীৰে সৈতে মাক বেপৰোৱাত চলি আছে। সেয়ে মানুহবোৰৰ সহ্য নহয়। বাপেকে অগাধ সম্পত্তি কৰি থৈ গৈছে, এতিয়া কাৰো ওচৰত হাত নপতাকৈ সংসাৰ চলাই আছে।

– এৰা প্রশান্ত বাবু, আপোনাৰ পৰা আজি এটা নতুন খবৰ সংগ্ৰহ কৰিলো। সেই ঘৰখন আপোনাৰ চকুত সদায় দোষমুক্ত হৈ থাকিব

বিচাৰে যিহেতু সেই ঘৰখনৰ আপুনি ভাৱী বৰজোৱাই। নোম টেঙৰ বুঢ়ীয়ে ভালকৈ জানে বাটত বোঁকা দেখিলে আপুনি নিশ্চয় সেই বাট এৰিব। সেই বাটে নেযাব ভুনাই। মেছৰ আটাইকেইজনে বৈশ্যৰ মুখৰ পিনে চাই ৰ'ল। তেওঁলোকে আজি হঠাৎ মেছৰ ৰান্ধনি নগেন বৈশ্যৰ মাজত এজন বেলেগ মানুহ দেখা পালে।

—আমাৰ প্ৰশান্ত কাকতি তেনেহলে তুই এমাহৰ ভিতৰতে বৰ খাতিৰৰ মানুহ হৈ যাব। নহয় জানো বৈশ্য? বৰুৱাই কথাষাৰ কৈ প্ৰশান্তৰ পিনে চালে।

—আপোনাৰ সব কথা মই ভালকৈ বুজি নেপাওঁ বৰুৱাদা।

—আৰে বুদ্ধু, আজিৰ দিনত চাৰিজনীকৈ সুন্দৰী গাভৰু খুলশালী থকা সৌভাগ্য কেইজনৰ হৈছে। তোমাৰ বাৰু কেইজনী বৈশ্য?

—অ' মই এতিয়াহে কথাটো তৰকিব পাৰিছো। মোৰ পোৰা কপাল বৰুৱাদা, মোক ভিন্‌দেউ বোলা ভাগ্যক'ন নহ'ল।

—বাৰু বাৰু, প্ৰশান্ত বাবুৰ ভাবি মেমচাহাবজনীৰ নামনো কি?

—মলয়া দাস দাদা।

—তুমিও তেন্তে সেই ইস্কুৰাৰী কমিচনৰ এজন সভ্য?

—সিহঁতে মোৰ নামো ৰাখিছে। কথাটো ওলাইছে যেতিয়া আমাৰ প্ৰশান্ত বাবুক এটা কথা জনাই থওঁ। আমাৰ চেয়াৰমেনে আপোনাৰ বিয়াখন অতি শিঘ্ৰে সমাধা হোৱাতো বিচাৰে। তেখেতে এই বিষয়ে আপোনাক অৱগত কৰাবলৈ মোক এক ডেৰ মাহ আগতে কৈছিল। মইহে সেই সুযোগ পোৱা নাছিলো।

—বাৰু বৈশ্যদা, তোমালোকে মোৰ বিয়াখন কিয় সোনকালে হোৱাতো বিচৰা?

—প্ৰশান্ত বাবু আপুনি বিদ্যাই বুদ্ধিয়ে মোতকৈ বহুত ওপৰত। শিলঙৰ অসমীয়া সমাজত আপোনাৰ এখন ভাল ছবিও আছে। আপুনি এজন অমায়িক, ভদ্ৰ, মেধাবী স্বাৱলম্বী ডেকা বুলি এটা

সুখ্যাতি আছে। অৱশ্যে ভাল মানুহে সকলো বস্তুৰ ভাল ফালটোহে দেখে। আপুনি মলয়াইতৰ ঘৰখনক সদায় সহানুভূতিৰে দেখি আহিছে। কিন্তু তেওঁলোকৰ ড্ৰয়িং ৰুমৰ মজিয়া ঢকা ডাঠ কাৰ্পেট খনৰ তলত কি পৰিমানৰ লেতেৰা বস্তু জমা হৈ আছে তাৰ খবৰটো আপুনি নেপায়। আপোনাৰ মলয়াৰ প্ৰতি অহেতুক সহানুভূতিয়ে অজানিতে প্ৰেমত পৰিণত হৈছে। আমাৰ সকলো সদস্যই এই কথা ভালকৈ জানে। মলয়া যে বোকাৰ মাজত ফুলা পদুম তাকো সকলোৱে জানো। কিন্তু প্ৰশান্ত বাবু, সেই বোকাৰ মাজৰ পদুম চিঙিবলৈ যাওঁতাজন যে বোকাৰে লুতুৰী পুতুৰী হব লাগিব সেইতো আপুনি কেতিয়াবা ভাবি চাইছেনে? হয়তু সেই সুন্দৰ পদুম ফুলটি কোনোবা অজান বাটৰুৱাই খন্তেক আনন্দৰ কাৰণে বোকাৰ অস্তিত্ব নুবুজি চিঙি লৈ যাবও পাৰে।

—এই বৈশ্য, তই ইমানবোৰ কথা কব পৰা শিকিলি? তোৰ অফিছত কাগজৰ অভাৱ নাই। তই এইবোৰ কথা লিখি থোৱা আৰু আমি চাঁন্দা তুলি কিতাপ আকাৰে ছপাম।

—বৰুৱাদা, অন্ততঃ তিনিবাৰ চাপ্লিমেণ্টৰী দিও মেট্ৰিক পাছ কৰিব নোৱাৰিহে পিয়নৰ চাকৰিত সোমাইছো। অঙ্কই নেৰাখিলে কিজানি অসমীয়াৰ অধ্যাপক হৈ থাকিলোহেতেন। পিছে বৰুৱাদা, আপুনি যে লিখক হোৱাৰ কথা কৈছে— শিকিলো কোনল নহয় শিয়ালেও নেখায়। ৰৌ বৰালিৰ মাজতে খোৱা কামোৰা আমাৰ দৰে পুঠি খলিহা সেইবোৰৰ পেটতেই জীন যাম। মোক সাহিত্যিকৰ শাৰীলৈ নেটানিব। দেখিছো নহয় আমাৰ পাৱলিচিটি অফিছৰে আলোচনীখনত প্ৰবন্ধ গল্প আদি প্ৰকাশৰ সময়ত খোৱা কামোৰা। শৰ্ম্মা চাহাবে কয় তেখেতৰ প্ৰবন্ধটোহে ভাল হৈছিল কিন্তু ডাইৰেকটৰক তেল মাৰি শৰ্ম্মা চাবৰ নিম্নমানৰ প্ৰবন্ধটোহে প্ৰকাশ পালে। বৰুৱা চাবো পৰি মৰা বিধৰ লোক নহয়। ডাইৰেক্টৰ ৰিটায়াৰ্ড হব আৰু

ছুমাহহে আছে। তেতিয়া বুঢ়াৰ হাতত চেঙেলি পৰিব নহয়। তেওঁ পৰহি সকলোৰে সন্মুখতে জেহাদ দিছে যে আৰু ছুমাহ পিছত বৰুৱা চাৰৰ প্ৰবন্ধ ৰাখিবলৈ হেনো ছুফালে ছুটা হেষ্ট পেপাৰ বাকচ দৰ্কাৰ হব। সকলোতে আজি কালি "লবী" বৰুৱাদা।

—বৈশ্য সেইবোৰ তোমাৰ অফিছৰ কথা বাদ দি আচল কথালৈ আহা। এতিয়া কোৱা কাৰ আদেশত আৰু কি উদ্দেশ্যেৰে এই কমিচন গঠন কৰিছিলা ?

— বৰুৱাদা, এই কমিচন কাৰো আদেশ বা অনুৰোধত গঠন কৰা হোৱা নাই। ই গঠিত হৈছে সম্পূৰ্ণ বিবেকৰ খাতিৰত। ইয়াৰ মূখ্য উদ্দেশ্য পিতৃহাৰা পাচজনী গাভৰু ছোৱালীক এজনী উদ্দেশ্যহীন মাতৃৰ মিছা আভিজাত্যৰ নিচাত নৰকলৈ গতি কৰা সাম্ভাব্য সৰ্ব্বনাশৰ পৰা ৰক্ষা কৰা।

—বৈশ্যদা, তুমি যদি মোক মৰম বা উপকাৰ কৰিব বিচাৰিছা তেন্তে মহাশয়াইঁতৰ ঘৰৰ সকলোবোৰ কথা খুলি কোৱা।

—প্ৰশান্ত বাবু, মই আপোনাক কথা দিছো, কাইলৈ আপোনাক মই এক বজাত অফিছত গৈ লগ ধৰিম আৰু ছুয়ো 'লেক'লৈ যাম। তাতেই সকলো কথা হম। এইবোৰ এটা পৰিয়ালৰ গোপনীয় কথা য'তে ত'তে যাৰে তাৰে আগত কোৱা উচিত নহয়। এতিয়া ৰাতিও বহুত হ'ল। কি কয় বৰুৱাদা ?

—এৰা অ', এতিয়া শুব লাগে। লাইট বন্ধ কৰি সকলোৱে শুই থাকিল।

—❁—

॥ ন ॥

এচেম্বলী হোষ্টেলত চিঠি এখন দিব লগা হোৱাত নগেন বৈশ্য প্ৰশান্তৰ অফিছ পোৱাত পাচ মিনিট দেৰি হ'ল। প্ৰশান্তক বৈশ্যই অফিছৰ সন্মুখৰ পান দোকানৰ আগতে লগ পালে। বৈশ্যৰ লগত আছিল এজন বয়স্ক মানুহ। বৈশ্যই তেওঁক প্ৰশান্তৰ লগত চিনাকি কৰি দিলে।

—এখেত সত্য নাথ শৰ্ম্মা, চিফ্ ইঞ্জিনীয়াৰ অফিছৰ ডফ্‌টৰী। প্ৰশান্তই নমস্কাৰ জনালে আৰু দুয়োকে যোৰ কৰি খাছী কণ্ডৰ দোকনলৈ লৈ গৈ চাহ মিঠাই খুৱালে। দোকানৰ পৰা ওলাই পান দোকানৰ পৰা দুটকাৰ এটোপোলা তামোল কিনি লৈ প্ৰত্যেকে একোখনকৈ মুখত ভৰাই ৰাজ ভৱনৰ পথেৰে সৰু লোহাৰ গেটখন খুলি 'ৱাৰ্ড লেক'ৰ পকী বেঞ্চ এখনত বহি ললে। সত্য শৰ্মাই আৰম্ভ কৰিলে—প্ৰশান্ত বাবু, আমাৰ বৈশ্যই আপোনাৰ কথা প্ৰায়ে কৈ থাকে। সি আপোনাক ভীষন মৰম কৰে। কিন্তু সমস্যাটো তাতেই। আমি বহুদিন আগতেই বৈশ্যৰ হতুৱাই আপোনাক সতৰ্ক কৰি দিবলৈ কৈছিলো। কিন্তু বেচেৰা বৈশ্যই আপোনাৰ কোমল অন্তৰত আঘাট লাগিব ভাবি একো নকলে। অথচ এতিয়া বহুত দেৰি হৈ গ'ল। শুনক প্ৰশান্ত বাবু আপোনাৰ দৰে উজ্জ্বল ভৱিষ্যতৰ ডেকা এজনক আমি জানি শুনি ধ্বংসৰ মুখত পেলাই

দিব নোৱাৰো। .... .... .... .... .... .... .... ....

মলয়াৰ দেউতাক অত্যন্ত দুখীয়া ঘৰৰ লৰা আছিল। মেট্ৰিক পাছ নকৰাকৈয়ে তেখেতে খিলঙলৈ আহিছিল। তেখেতে আমাৰ দৰে প্ৰথমতে পিয়ন চাকৰিতে সোমাইছিল। অসম সচিবালয়ত সোমোৱাৰ তিনি বছৰ পিছত প্ৰাইভেটকৈ মেট্ৰিক পাছ কৰে আৰু টাইপিষ্টলৈ প্ৰমোচন পায়। নিজৰ কৰ্মদক্ষতাৰ বলত দহ বছৰতে উচ্চবৰ্গৰ সহায়ক পদত অধিষ্ঠিত হয়। দেখাই শুনাইও মানুহজন সুন্দৰ আছিল। নগাঁৱৰ ঠিকাদাৰ মহিম দাসৰ ২ নম্বৰ ছোৱালী মামনিক বিয়া কৰাইছিল। কবলৈ গলে তেতিয়াৰ পৰাই দাস চাহাবৰ দুখৰ দিন আৰম্ভ হৈছিল। মানুহজনী অত্যন্ত চৌখীন। য'তে যি নতুন বস্তু দেখে তাকে লাগে। টকাই হ'ল সৰ্ব্বস্ব এয়ে হ'ল তেওঁৰ মত। অথচ দাস আছিল সম্পূৰ্ণ বিপৰীত। তেওঁ সহজ সৰল শান্তিপ্ৰিয় লোক। দাস চাহাবে প্ৰথমতে দুই এটা কথা আধ্যাত্মিক যুক্তিৰে বুজাই দিবলৈ যত্ন কৰিছিল যদিও তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে। ঘৰখনত কাজিয়া পেচাল হৈ থাকিলে তাৰ চাপ ছোৱালী কেইজনীৰ ওপৰত পৰিব ভাবি দাস চাহাবে সকলো নীৰৱে সহ্য কৰি গৈছিল। পিচলৈ অফিছেই হ'ল একমাত্ৰ শান্তিৰ স্থল। বন্ধৰ দিনলো তেখেত অফিছলৈ যায়। ঘৰখনৰ কিবা কামত অকৃতকাৰ্য্যৰ আউল লাগিলে তাৰ বাবে দাস চাহাবকেই জগৰীয়া বুলি সাব্যস্ত কৰি আহিছে মামনিয়ে। তেওঁ যেন সকলো ভুলৰ ওপৰত। জানে প্ৰশান্ত বাবু, মোৰ তেখেতৰ লগত কাম কৰাৰ ভাগ্য ঘটিছিল। তেতিয়া তেওঁ মাথোন আণ্ডাৰ চেক্ৰেটৰী প্ৰমোচন পাইছেহে। মই কিবা কাৰণত এটা ফাইল লৈ তেখেতৰ ঘৰলৈ বন্ধৰ দিনত গৈছিলো। ড্ৰয়িং ৰুমৰ দৰ্জা খোলা আছিল। ভিতৰ ৰুমত মেমচাহাবৰ বৰ গৰম গৰম কথা শুনি চাহাবে মোক দেখি লাজ পাব ভাবি মই মনে মনে বাৰণ্ডাতে বহি ৰলো। শুনিবলৈ

পালো "আজি যদি মোৰ লৰা এজন থাকিলহেঁতেন কিন্তু তোমাৰ দৰে অপদাৰ্থ স্বামীৰ পৰা মই জানো লৰা সন্তান কামনা কৰিব পাৰো"। কথাষাৰ শুনি মই বৰ আচৰিত হলো। আজিও সেই কথাষাৰ মনত আছে। আজি তেখেত ঢুকাবৰ ছয় সাত বছৰ হ'ল। কিন্তু মেম চাহাবৰ চখ আগতকৈও বাঢ়ি গৈছে। তেওঁ আজি কালি পূৰ্ণ স্বাধীনতা পাইছে। ডাঙৰজনী ছোৱালী মলয়া সাইলাস বাপেকৰ চৰিত্ৰৰ হৈছে। তাইৰ জীৱন আদৰ্শও বাপেকৰ দৰে—টকা পইছাৰ দৰ্কাৰ মানুহৰ নিশ্চয় আছে কিন্তু টকা পইছা ধন ধানৰ কাৰণে মানুহ জীয়াই নেথাকে। আজি ছয় বছৰে মতি নগৰৰ সেই পাঠান জনৰ পৰা নাই বুলিও ত্ৰিশ হেজাৰ টকা ধাৰ লৈছে। শুনিব পাইছো সূতে মূলে চল্লিছ হেজাৰ পাইছেগৈ। এতিয়া কওঁকছোন টকাৰ ধাৰ কেনেকৈ মাৰিব? আমাৰ কমিটিৰ সভ্য সকলে গৈ এদিন সেই পাঠানটোৰ পৰা সকলো গম পাই তাক ভবিষ্যতে ধাৰলৈ টকা নিদিবলৈ সতৰ্ক কৰি দি আহিছো। আনকি মলয়াহতঁৰ ঘৰলৈ অহা যোৱাও মানা কৰি দিছো। তাৰ যুক্তিত আমি নিৰোত্তৰ হ'লো। টকা দিবলৈ বন্ধ কৰিলে যে তাৰ আগৰ টকা আদায় কৰিব নোৱাৰিব। তাক আমি বুজাই কৈছিলো যে সি জানি শুনিও মানুহ ঘৰক কিয় বিপদত পেলাইছে। ইমান টকা মানুহজনীয়ে কেনেকৈ ধাৰ সুজিব। সি বাৰু ইমানবোৰ টকা কেনেকৈ আদায় কৰিব? তাক আমি খোলাখুলিকৈ প্ৰশ্ন কৰিছিলো। সেই পাষণ্ড পাঠানটোৱে ঠাণ্ডা মগজেৰে হাঁহি হাঁহি আমাক কৈছিল— দুটাই মাত্ৰ উপায়— ঘৰ বিক্ৰি বা ছোৱালী দি জোৱাই কৰি লোৱা। আমাৰ খঙে চুলিৰ আগ পালে। তাতে আমি বৈশ্যাৰ পৰা মলয়া আৰু আপোনাৰ ভালপোৱাৰ কথা ভালকৈ জানো। চাওঁক প্ৰশান্ত বাবু, বয়স হোৱাৰ লগে লগে মানুহৰ আধ্যাত্মিক ভাব অহা উচিত

কিন্তু মলয়াৰ মাক ইয়াৰ ব্যতিক্ৰম। তেনেকুৱা মানুহ এজনীক শাহু আই বুলিবলৈ কোন আহিব বাৰু ? মলয়াৰ ভনিয়েক কেইজনীও মাকৰ আদৰ্শকে অনুকৰণ কৰিছে। আমাৰ মলয়াৰ প্ৰতি খুব বেয়া লাগে। ৰবাৰ্ট হস্পিতেলত মলয়াৰ দেউতাকক আমি শেষবাৰৰ কাৰণে চাবলৈ গৈছিলো। মই আপোনাক আগতেই কৈছো নহয় তেখেতৰ তলত মই চাকৰি কৰিছিলো বুলি। তেখেতে মোক বন্ধু হিচাবে ব্যৱহাৰ কৰিছিল। মোক ওচৰলৈ মাতি নি আবেগেৰে কৈছিল—'জানা সত্য, তোমাকনো মোৰ ঘৰৰ কথা কি কম' তুমি সকলো বুজা। মোৰ লৰা নাই সঁচা। ইয়াৰ কাৰণে মোৰ কোনো আক্ষেপ নাই। লৰা ছোৱালী একেই। সজ চৰিত্ৰবান হোৱা দৰ্কাৰ। মলয়া মোৰ পুত্ৰ লেখিয়া। মোৰ আদৰ্শ অনুকৰণে তাইৰ প্ৰতি মোৰ স্নেহ দিনে দিনে বাঢ়ি গৈছিল। জীৱিত কালত সোনজনীক যোগ্য লৰাৰ হাতত তুলি দিব পাৰিলে ভাল আছিল। মোৰ মৃত্যুৰ পিছত ঘৰখনৰ পৰিবেশ খুব বেয়া হব। অৱশ্যে মৃত্যুৱে কাহানীও ফাগুণ মাহলৈ বৈ নেথাকে। সেয়ে সত্য ভাই, মলয়াক সজ পাত্ৰত অৰ্পন কৰাত তুমিও সহায় কৰিবা বুলি আশা কৰিছো। মলয়াই তোমাক খুড়া বুলি ভক্তি কৰে। মই বোধহয় হস্পিতেলৰ পৰা ঘুৰি যাব নোৱাৰিম'। চকুপানী টুকি সাধ্যানুসাৰে ঘৰখনক মলয়াক সহায় কৰিম বুলি মনতে থিৰাং কৰিলো। সেইটোৱে হ'ল মোৰ বিপদ প্ৰশান্ত বাবু। মলয়া যদি অসৎ পাত্ৰত পৰে বা তাইৰ দুখ হয় দাস চাহাবৰ আত্মাই মোক নকব জানো—সত্য যোৱা বত্ৰিশ বছৰে মোৰ সকলো কথা শুনিছিলা কিন্তু মৃত্যু শৰ্য্যাত কৰা অনুৰোধটোৰ কথা ভুলি গ'লা। এতিয়া চোৱা মলয়াৰ দৰে চৰিত্ৰবান অমায়িক উপযুক্ত সুন্দৰী গাভৰু এজনীক চাই থাকি কেনেকৈ মৃত্যুৰ মুখলৈ পঠাই দিয়া যায়। আপুনিও হয়তু এইবোৰ জনাৰ পিছত সেইখন ঘৰৰ লগত সম্পৰ্ক কৰিবলৈ টান পাব। মই এদিন বাটত লগ

ধৰি মলয়াক এইবোৰ কথাৰ প্ৰতি সতৰ্ক হবলৈ সাৱধান কৰি দিছিলো। আৰু সেই পাঠানটো সিহঁতৰ ঘৰলৈ অহাযোৱা কৰি থাকিলে লোক চকুত বেয়া দেখি বুলিও কৈছিলো। মলয়াই সেইদিনা মোক চাহদোকান এখনলৈ লৈ গৈ চকু চলচলীয়া কৰি কৈছিল— 'সত্য খুড়া, আপুনি আমাৰ ভালৰ কাৰণেই এই কথাখিনি কৈছে। এই উপদেশে আপোনাৰ মোৰ স্বৰ্গগত পিতৃৰ প্ৰতি থকা অগাধ শ্ৰদ্ধাৰ পৰিচয় দিছে। কিন্তু খুড়া মই এতিয়া নিৰোপায়। বেমাৰ আৰোগ্যৰ বাহিৰত। আমাৰ আইয়ে মিছা অভিজাত্যৰ ভেমত সোণ বুলি ইমান দিনে বালিকে মুঠি মাৰি ধৰিলে। সেই পাঠানটোৰ পৰা টকা ধাৰ লোৱা কথা আমি বহুত পলমকৈ খবৰ পাওঁ। ইতিমধ্যে সূতে মূলে বহুখিনি টকা হৈছে গৈ। সি কিন্তু পাঠান হলেও অভদ্ৰ নহয়। কোনো দিনেই আমাৰ ওচৰত অভদ্ৰ আচৰণ কৰা নাই। সি আই মাতি পঠালেহে ঘৰলৈ আহে। মাক যেতিয়াই টকা লাগে সি ঘৰত আনি দিয়ে। আজিলৈ এটকাও ধাৰ সুজিব পৰা নাই অথচ সি আমাক কোনো দিনে ধাৰ সুজাৰ কথা কোৱা নাই। কিন্তু আমি সকলোটি বাই ভনী বুজা হৈছো। সি কেতিয়াও বিনা স্বাৰ্থত আমাক টকা ধাৰে দিয়া নাই বা দিবও নোৱাৰে। মামাহঁত দেউতাৰ মৃত্যুৰ পিছৰ পৰা আমাক কিবা সহায় কৰিব লাগিব বুলি অহা যোৱা বন্ধ কৰি দিলে। অৱশ্যে আই আনৰ আগত মামাহঁতৰ টকাৰে ধুমধামেৰে সংসাৰ চলাই যোৱা বুলি জহা ফুৰে। খুড়া, এই বছৰ মই বি-এ ফাইনেল দিম আৰু পাছ কৰিয়েই কিবা এটা চাকৰিত সোমাই লাহে লাহে টকাৰ ধাৰ মাৰিবলৈ যত্ন কৰিম'। মই মলয়াক নিজৰ ছোৱালী যেন জ্ঞান কৰো। কওঁ নকওঁকৈ আৰু এটা কথা কবলৈ তাইৰ মুখলৈ চালোঁ। তাইৰ মুখ মণ্ডলত ভাহি উঠিল মোৰ গাভৰু ছোৱালী মালাৰ ছবি। মোৰ চকুৰ পানী বাধা দিবলৈ ব্যথা চেষ্টা কৰা তাই লক্ষ্য কৰিলে।

ৰুমালেৰে চকু পানী মচি লৈ কাপত থকা ঠাণ্ডা চাহখিনি পানী পিয়া দি খাই পেলালো।

—খুড়া, আপুনি মোক আৰু কিবা কব বিচাৰিছে?

—এৰা অ' আই, কব খুজিছিলো সচাঁ এতিয়া নকওঁ দে! সেয়া তোমাৰ একেবাৰে ব্যক্তিগত কথা। তুমি হয়তু দুখ পাবা।

—খুড়া যিজন মানুহে মোৰ ভবিষ্যতৰ কথা চিন্তা কৰে সেই পিতৃ স্থানীয় লোকজনে তেওঁৰ কন্যাক কিয় কথা লুকাব?

—তেন্তে বেয়া নেপাবা আই। নকলেও মনটোয়ে খুদুৱাই থাকিব। তুমি নিশ্চয় প্ৰশান্ত কাকতিক চিনি পোৱা আৰু তেওঁক লৈ কিবা কিবি ভবিষ্যতৰ চিন্তা কৰিছা?

—হয় খুড়া, হয়। তেওঁক আমি বহু বছৰৰ পৰাই চিনি পাওঁ। তেওঁৰ দৰে আদৰ্শবান সত চৰিত্ৰৰ ডেকা আজি কালি লগ পোৱাই টান।

—বুজিছো, তেওঁ তোমাক লৈ হয়তু ভবিষ্যতৰ সুখৰ সপোন দেখে। তোমালোক দুয়োৰে মিলন হলে সোণত সুৱগা যেন হ'লহেতেন। কিন্তু তুমিতো প্ৰশান্তক ফাঁকি দিব নোৱাৰা আই। সেই পাঠানটোৰ তোমালোকৰ ঘৰৰ লগত সম্পৰ্ক কি?

—অৱশ্যে নোৱাৰো খুড়া, প্ৰশান্তই জানো এইবোৰ আমাৰ ভিতৰুৱা কথা জানে খুড়া?

—জানিবও পাৰে আমাৰ লগৰে বৈশ্য বোলা মানুহ এজন প্ৰশান্ত-হতঁৰ মেছত থাকে।

কিন্তু আই, আজিৰ সমাজৰ মানুহৰ আনৰ বিষয়ে দকৈ চিন্তা কৰাৰ সময়েবা ক'ত? ওপৰে ওপৰে যিয়ে যেনে দেখে তেনেদৰেই ভাবিবলৈ যত্ন কৰে। তুমি নকলেও আমি সকলো খা খবৰ পাওঁ। কিন্তু তুমিও সঙ্গদোষত দোষী বা অন্যায়ক বিনা প্ৰতিবাদে স্বজ্ঞানে প্ৰশ্ৰয় দি আহিছা। ইয়াৰ দাৰুণ ফল যে তুমি ভুগিব নেলাগিব তাৰ কি নিশ্চয়তা আছে? তুমিয়েই সেইখন ঘৰৰ ডাঙৰ ছোৱালী তোমাৰ

মাৰ অবিহনে তুমিয়েই অভিভাৱক। গতিকে তোমাৰ এটা ঘৰখনৰ প্ৰতি নৈতিক কৰ্ত্তব্য আছে তত্তালিকে সেই পাঠানজনৰ ধাৰটো মৰাৰ ব্যৱস্থা এটা কৰা। তুমি তাক যিমানে ভদ্ৰ সৎ বুলি নোকোৱা আমি কিন্তু তাৰ কু-অভিসন্ধি থকাৰ প্ৰত্যক্ষ প্ৰমাণ পাইছো। গতিকে তোমাৰ মঙ্গলৰ কাৰণেই কথাকেইটা কলো আই। সেই পাঠানটো লগত চুজনমান মানুহ লৈ এই বিষয়ে সুধিছিলো।

—সি কি কলে বাৰু খুড়া বুলি মলয়াই তলমূৰ কৰিলে।

—কি কব আৰু, পাঠানৰ টকা জানো কোনোবাই মাৰিব পাৰে? 'ঘৰ বিক্ৰি নহলে ছোৱালী এজনী দি সন্ধি কৰক' এয়ে তাৰ মন্তব্য। কথা শুনি প্ৰশান্তৰ চুচকুৰেদি পানী বৈ আহিল। তাকে দেখি বৈশ্যাই আৰু প্ৰশান্তক শান্তনা দি কলে—প্ৰশান্ত বাবু, আপোনাৰ ভাগ্য ভাল। এৰা ধৰা যি কৰে সোনকালে এটা কৰক। দেৰি হলেই মস্কিল। তেওঁলোকে আলোচনা সিমানতে শেষ কৰি বহাৰ পৰা উঠি নিজ নিজ অফিছলৈ ৰাওঁনা হ'ল।

প্ৰশান্তই অফিছত গৈ কামত মন বহুৱাব নোৱাৰি টেবুলৰ ড্ৰয়াৰটো বন্ধ কৰি এখোজ চুখোজকৈ কমৰ পৰা বাহিৰ ওলাল। সি পোনে পোনে মলয়াহঁতৰ ঘৰ পালে। মনত অনেক প্ৰশ্ন। বাহিৰত ৰাজদূত এখন পাৰ্ক কৰা আছিল। সি সেইখনৰ মালিকক চিনি পায়। সি কলিং বেলত টিপা মাৰিলে। সচঁৰাচৰতকৈ টিপাটো জোৰে পৰিল। মলয়াৰ ভনী কমী ওলাই আহি দৰ্জাখন খুলি দি প্ৰশান্তক বহিবলৈ কৈ তাই ভিতৰলৈ গ'ল। অলপ পিছতে মলয়া সোমাই আহিল। তাই প্ৰশান্তক দেখিয়েই প্ৰশ্ন কৰিলে—প্ৰশান্তদা, তোমাৰ কি গা ভাল নাই?

—গা ভালেই কিন্তু মনহে ভাল নহয়।

—থিয় দি ৰ'লা যে, বহা না প্ৰশান্তদা। মই এতিয়াই মাক মাতি দিছো। মলয়া ভিতৰলৈ গ'ল। লগে লগে ভিতৰৰ পৰা ওলাই

আছিল সেই পাঠানজন পিছে পিছে মলয়াৰ মাক।
—এখেতক চিনি নেপালো মাহীদেউ, প্ৰশান্তই সুধিলে।
—অ' এওঁ, ইহঁতৰ সক মামাক বিকাশৰ বন্ধু। শ্বিলঙতে থাকে। দেউতাকৰ ব্যৱসায় আছে। ইহঁতক নিজৰ ভ'গিন যেন দেখে।
— নমস্কাৰ মামা, আপোনাৰ দেউতাকৰ ব্যৱসায় শ্বিলঙৰ কোন ঠাইত। তেওঁ প্ৰশান্তক ভঙা ভঙা অসমীয়াতে বুজালে যে সিহঁতৰ তেনে কোনো আনুষ্ঠানিক ব্যৱসায় নহয়। আমাৰ ব্যৱসায়টো এক কথাত ভ্ৰাম্যমান ব্যৱসায় বুলি কব পাৰি। ইতিমধ্যে মলয়াৰ মাক ভিতৰলৈ গ'ল। প্ৰশান্তক খান চাহাবে অৰ্থাৎ মলয়াৰ মামাই প্ৰশান্তৰ ব্যৱসায় কেনে চলিছে সুধিলে। প্ৰশান্তই যে চাকৰিহে কৰে ব্যৱসায় নকৰে তাকে সদৰি কৰিলে।
—না না প্ৰশান্ত বাবু, আপ্‌ভী কপ্‌ৰাকা ব্যৱসায় কৰি আছে। বহুত কাপ্‌ৰা মলয়াৰ ঘৰ ফালে বিক্ৰি কৰি আছে। আপ্‌নাৰ কাপ্‌ৰা হমি বহুত পচন্দ কৰি আছে। প্ৰশান্তই কথাৰ প্ৰসঙ্গ সলনি কৰি খানক প্ৰত্যক্ষভাৱে আক্ৰমণ কৰি কলে—
বাৰু খান চাহেব, মলয়াৰ মাকে আপোনাৰ পৰা কিমান টকা ধাৰ লৈছে?
—অ' সেইটা, আপনাৰ জান্‌নেৰ কি দৰ্কাৰ আছে। আপনি বাহৰ মানুচ আছে। জান্‌লেইবা কি লাভ আছে?
—অৱশ্যে আপুনি থিকেই কৈছে খান চাহাব আপুনি হ'ল মলয়া-হঁতৰ সম্পৰ্কীয় মামা। মই বাহিৰা মানুহে তাত নাক গলোৱা থিক হোৱা নাই, কিন্তু খান চাহাব মামাই ভাগিনীহঁতক সৰ্ব্বনাশ নকৰিলেই ৰক্ষা। এনেতে চাহ মিঠাই লৈ মলয়া সোমাই আহি সিহঁতৰ কথা শুনি চাহ মিঠাই টেবুলত থৈ প্ৰশান্তক খাবলৈ কলে।
—তোমাৰ মামাৰ কাৰণে ক'ত মলয়া! মামাক আগতথৈ অকলে খাম নে? মলয়াৰ মুখ কেহৰেঙী যেন হৈ গ'ল। তাই প্ৰশান্তৰ

কথাৰ আঁই বুজি মনে মনে থাকিল।
—প্ৰশান্ত বাবু, আপ্‌নি খাবনা, হামি বহুত সময় ৰান্না ঘৰে ৰহিছি। অনেক বাৰ খাইছি। মলয়া ভইনকা ঘৰ অপ্‌না ঘৰকা মাফিক ভাবি আছে। এনেতে মলয়াৰ মাকে তামোলৰ বটাখন লৈ আহি টেবুলত বটাখন থৈ প্ৰশান্তৰ মুখামুখীকৈ বহিল। খান চাহাবে বটাৰ পৰা তামোল এখন মুখত ভৰাই কলে— শুনিয়ে প্ৰশান্ত বাবু হামি পুৰা পুৰী আসামী হৈ আছে। আপনাবিলাক যি তামোল পান খাইছে আহি হমিভী খাইছে।
—মাহীদেউ, মই বেছি দেৰী নকৰো। আজি ঘৰৰ পৰা চিঠি এখন পালো তাত বিয়াৰ কথা লিখিছে। এই সপ্তাহতে মই গৈ ছোৱালী পচন্দ কৰি বিয়াৰ দিন থিক কৰি আহিব লাগে। খবৰটো দিও বুলিয়েই পোনে পোনে অফিছৰ পৰা ওলালোঁ। মলয়াৰ মাকে প্ৰশান্তৰ ফালে চাই তলমুৰ কৰিলে।
—খুব সুন্দৰ খবৰ আছে প্ৰশান্ত বাবু, চাদি টাইম পৰ হব লাগে। কিবা সহায় কৰ্‌বা লাগ্‌লে হামি সাজু আছে। শ্বিলং ফালে আসামী লড়কী নাই মিলিছে নেকি? আগে কহিলে হামি থিক বন্দবস্ত কৰণে সকতা থা। আচ্ছা প্ৰশান্ত বাবু হমি যাব। আপনাসব বইবো বুলি খান উঠি গ'ল।
প্ৰশান্তই মলয়াৰ মাকক সুধিলে—মাহীদেউ, এই পাঠানটোৰ পৰা আপুনি কিমান টকা ধাৰ লৈছে?
—সাৱধান প্ৰশান্ত, তুমি বৰ বেচি উঠিছা। কাৰো ব্যক্তিগত কথাত নাক গলাবলৈ যত্ন নকৰিবা। মলয়াৰ মাকে গৰ্জি উঠিল। কিন্তু প্ৰশান্তই সেই গৰ্জনক কেৰেপ নকৰিবলৈ আগতেই সাজু হৈ আছিছিল। তাৰ কব লগাখিনি সি কৈ গ'ল।
—আপুনি ঠিকেই কৈছে মাহীদেউ, সেইটো আপোনালোকৰ সম্পূৰ্ণ ব্যক্তিগত কথা। কিন্তু ব্যক্তিৰ সমষ্টিয়েইতো সমাজ। সমাজত

ব্যাপী পৰাৰ আগতে ব্যক্তিৰ সংক্ৰামক ৰোগৰ চিকিৎসা কৰিব লাগিব। সেই চিকিৎসা কোনো এজন ব্যক্তিৰ কাৰণে নহয় সমাজৰ মঙ্গলৰ কাৰণে, হিতৰ কাৰণে।
—তুমি কি কব খুজিছা খুলি কোৱা প্ৰশান্ত।
—মাহীদেউ, আজি মই আপোনাৰ ওচৰত সকলো কথা খুলি কম বুলিয়েই আহিছো। তাৰ বিনিময়ত আপোনাৰ পৰা কেনে ব্যৱহাৰ পাম তাৰ কাৰণেও মই সাজু হৈ আহিছো। আপুনি নিশ্চয় জানে মলয়া আৰু মোৰ মাজৰ সম্পৰ্কৰ কথা কিন্তু ইয়াত আজিলৈকে কোনো কলুষতাৰ স্থান নাই। মলয়াক বিয়া কৰাই আপোনালোকৰ খালী হৈ থকা পুত্ৰৰ আসনখন পূৰণ কৰিবলৈ মই চিন্তা কৰিছিলো। লগতে পিতৃহাৰা ছোৱালী কেইজনীৰ ভৱিষ্যতৰ দায়ীত্ব লবলৈও আশা কৰিছিলো। কিন্তু আপুনি বোধ-হয় সেইটো নিবিচাৰে। আপুনি ঘৰখনৰ মান সন্মানৰ কথা পাহৰি গ'ল। আপুনি কওঁকছোন সেই পাঠানজন যাক আপুনি লাজতে মোক মলয়াৰ সম্পৰ্কীয় মোমায়েক বুলি তাৰ পৰিচয় দিছে। ইয়াৰ অৰ্থ কি? এয়া জানো আপোনাৰ অসৎ অভিপ্ৰায় নহয়। তাৰ টকাৰ ধাৰ সুজাৰ অভিপ্ৰায় আপোনাৰ থকাহেতেন নিশ্চয় তাৰ ব্যৱস্থা কৰিলেহেঁতেন। মাহে মাহে তাৰ পৰা সুতত টকা ধাৰ লৈ ফুটনি কৰি নুফুৰিলেহেতেন। এইয়া জানো মাতৃৰ চৰিত্ৰ? আপুনি যদি কাইলৈ মৰি থাকে ছোৱালীকেইজনীৰ কি অৱস্থা হব এবাৰ কেতিয়াবা ভাবি চোৱাৰ মনোবল হৈছেনে? সমস্যা সমাধান নকৰি সমস্যা বঢ়াইহে লৈছে। মাতৃ হৈ মাতৃ নামত কলঙ্ক সানি নিৰপৰাধী ছোৱালী কেইজনীৰ কিয় মুৰ খাবলৈ ওলাইছে।
—প্ৰশান্ত তুমি এতিয়াই মোৰ ঘৰৰ পৰা ওলাই যোৱা। তোমাৰ দৰে অপদাৰ্থ এজনক জোৱাই বুলিবৰ মোৰ লাজ লগাই নহয় ঘিনো লাগিব। মলয়াৰ কাৰণে তোমাৰ চিন্তাৰ দৰ্কাৰ নাই।

মোৰ ছোৱালীৰ দৰাৰ অভাব নহব। এই বিষয়ে মই তোমাৰ পৰা কোনো কথা শুনিব নোখোজো। ইহঁতৰ দেউতাক মৰি দেৱলোক গ'ল কিন্তু জীৱনত এনে টান কথা শুনাবলৈ সাহস নহ'ল। তুমি কোন কুঁটা। মলয়াৰ মাকৰ কথা শুনি প্ৰশান্তৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছিল। তাৰ সৰুৰে পৰা মাকৰ উত্তাধিকাৰী সূত্ৰে পোৱা আধ্যাত্মিক ভাৱ এটা সদায় আছিল। নাৰীৰ চৰিত্ৰ দেৱতাইও বুজিব নোৱাৰিলে। চৰিত্ৰৰ বয়স নাই। তাৰ মহাকাব্য ৰামায়ণৰ মন্থৰাৰ কথা মনত পৰিল। প্ৰশান্তই দেখিলৈ বুজিলে যাচি দিয়া সোণৰ মূল্য নাই। তাৰ যুক্তিবো মলযাৰ মাকৰ কাৰণে মূল্যহীন। নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা নাৰী জাতিৰ অপবাদ প্ৰৱচনটো সি পুনৰ চিন্তা কৰিব লগা হ'ল। বিনা বাক্যে সি তাৰ পৰা গুচি আহি ৰাস্তাত উঠিল। বাহিৰত তেতিয়া এন্ধাৰ নামিছিল। ৰাস্তাৰ বিজুলি বাতিবোৰ বেজাৰতে জ্বলা নাছিল। এৰা কৃত্ৰিম পোহৰতকৈ স্বাভাবিক এন্ধাৰেই বেচি বিশ্বাসী।

প্ৰশান্তক মাকে অপমান কৰি পঠোৱা কথাটো মলয়া আৰু ভনীয়েকহঁতে সহজে লব নোৱাৰিলে। সিহঁতে যেন আজিৰ পৰা এক নতুন অভাৱ অনুভৱ কৰিলে। প্ৰশান্তক মলয়াৰ ভনীয়েকহঁতে আপোন ককায়েকৰ স্থান দি আহিছে। মলয়াই অৱশ্যে ককায়েক সম্বন্ধৰ ওপৰিও এটা লাজ লাজ সম্পৰ্কৰ ভাৱ পোষণ নকৰা নহয়। এইটো ঘৰখনৰ সকলোৱে জানে প্ৰশান্তৰ ব্যক্তিত্বই চাৰিত্ৰিক বিশেষত্বই আনকি দাম্ভিক পৌঢ়া মিচেছ দাসকো অনুতপ্ত হবলৈ বাধ্য কৰিছিল। মলয়াই ভনীয়েকহঁতৰ লগত ঘৰ বিক্ৰি কৰি পাঠানৰ ধাৰ পৰিশোধ কৰা প্ৰশান্তৰ প্ৰস্তাৱটো অৰ্থাৎ পৰামৰ্শটো মানি লবলৈ মাকক দহোকুৰি অনুৰোধ কৰিলে। কিন্তু দাম্ভিক মাক সন্মত নহ'ল। বৰং বহুতো তৰ্ক বিতৰ্কহে হ'ল। সেইদিনা ৰাতি চৰুৰ তলত জুই দিয়া নহ'ল। সকলোটি পৰিয়ালে ঘটি যোৱা

পৰিস্থিতিটোৰ কথাই ভাবি উজাগৰী নিশা কটাই দিলে। সমস্যা আশু সমাধানৰ উপায় চিন্তা কৰি মলয়াৰ মূৰ গৰম হৈ গ'ল। তাইৰ ধাৰণা হ'ল বোধহয় তাইৰ দৰে দুৰ্ভগীয়া আৰু দ্বিতীয়জনী নোলাব। তাইৰ হঠাৎ মনত পৰি গ'ল পাপৰি ভূঞাঁলৈ। সেই পাপৰি বাইদেউজনী, বেচেৰী দেখাত কিমান সুখী যেন লাগে। কেইজনেইবা জানে তেখেতৰ গোপন বেদনাৰ কথা। ভগৱানে মানুহক ইমান দুখ দিব লাগেনে? নে মানুহৰ পূৰ্ব্বজনমৰ কৰ্মফল। পাপৰি বাইদেউৰ কেইটামান আধ্যাত্মিক কথাই মলয়াক আজি নিৰাশাৰ মাজতে জীয়াই থকাৰ প্ৰেৰণা দিলে। পাপৰি বাইদেউৰ কথাবোৰ এটাৰ পিছত এটাকৈ মলয়াৰ মনলৈ আহিল।

—বুজিছা মলয়া, সুখ দুখ দুয়ো ভগৱানৰে দান। প্ৰথমটোক মানুহে বিচাৰে ফলস্বৰূপে পাই দ্বিতীয়টোহে। ভগৱানৰ ওচৰত দুয়োৰে মূল্য একে। আমি যদি দুয়োকো নিবিচাৰো সুখ-দুখৰ মূল্য শূন্য।

পাপৰি বাইদেউৰ সম্পূৰ্ণ নাম প্ৰফেছৰ পাপৰি ভূঞাঁ। ইতিহাসৰ অধ্যাপিকা। বৰ্ত্তমান মলয়াহতঁৰ বাইদেউ। মানুহৰ জীৱনৰ যিমান গোপন কথাই নহওঁক কিয় জীৱনৰ কোনো মুহূৰ্ত্তত কোনোৰা নহয় কোনোবা এজনৰ আগত প্ৰকাশ কৰিবই লাগিব। গোপন বেদনাৰ ওজন হয়তু বেদনাক্লিষ্ট লোকজনতকৈ গধুৰ। সেয়ে তেওঁ হয়তু সহ্য কৰিব নোৱাৰা হয়। মলয়াই পাপৰি বাইদেউক ইটো সিটো মনৰ কথা কয়। পাপৰি বাইদেউৱে মলয়াৰ চৰিত্ৰ ভালদৰে বুজি পায়। মলয়াৰ প্ৰতি বাইদেউঁৰ এটা দুৰ্ব্বলতা আছে। এয়া হ'ল সহানুভূতি। ঘটনা ক্ৰমে এদিন মলয়া বাইদেউৰ আলহী হব লগা হ'ল। ৰাতি বাইদেউৰ ঘৰতে থাকিল। সেইদিন ধৰি পাপৰি বাইদেউ মলয়াৰ শিক্ষয়িত্ৰীয়ে নহয় বান্ধৱীও। বাইদেউৱে মলয়াক গোটেই ৰাতি নিজৰ অতীত জীৱন কাহিনী শুনালে।

পাপৰি ভূঞাঁৰ প্ৰতি মাক দেউতাকে মাৰাত্মক অবিচাৰ কৰিছিল যাৰ ফলত আজি পাপৰি বাইদেউ জীয়া বিধবা। খন্তেকৰ ভোজ খাওঁতা নাই। আতি গুৰি নেচাই স্বয়ম্ভূ কেপ্তেইন এজনৰ হাতত পাপৰিক তুলি দিলে। ঘটনাটো ঘটিছিল সাংঘাটিত নাটকীয় ভাৱে। চ'ত মাহৰ পিঠি ফলা ৰ'দ। পাপৰিৰ দেউতাক হয়বৰ গাওঁ বজাৰৰ পৰা এহাতে তৰকাৰীৰ মোনা এটা আনহাতে ছাটি। পিছফালৰ পৰা ৰিক্সা এখনে ট্ৰাক এখনক ছাইড্ দিওঁতে খুন্দা মাৰিলে পাপৰিৰ দেউতাকৰ গাত। হাতৰ মেলা ছাটি ৰাস্তাৰ মাজত পৰি গ'ল। ট্ৰাকখন ছাটিটোৰ ওপৰেৰে গৈ ছাটিটো মোহাৰি পেলালে। ডেকা বিহাৰী ৰিক্সাৱলাই ওলটি চোৱে গিৰিহতহে বাদ্ধে। সি পাপৰিৰ দেউতাকক ৰাস্তাৰে চলিব নেজানা অভং বুঢ়া বুলি গালি গালাজ কৰি ৰিক্সা চলাই আগবাঢ়িলে। ঘটনাটো দেখি ৰাস্তাৰে গৈ থকা ডেকা মিলিটাৰী অফিচাৰ এজনে সেই বিহাৰী ৰিক্সাৱলাজনক খাপমাৰী ধৰি এটি কান ফলীয়া চৰ সোধাই দি পাপৰিৰ দেউতাক বুঢ়াক ওচৰলৈ মাতিলে। চাহাবে ছাটিটোৰ দাম কিমান আছিল বুঢ়াক সুধিলে। পাপৰিৰ দেউতাকে চাহাবৰ কাণ্ড জ্ঞান দেখি ভেবা লাগি তেওঁৰ মুখৰ পিনে চাই ৰ'ল। চাহাবে পুনৰ একে প্ৰশ্নকে সোধাত বুঢ়াই যোৱা বেলি জেঠ মাহত আমোলাপট্টীৰ সাহাৰ দোকানৰ পৰা নগদ চল্লিচ টকা দি কিনা বুলি কলে। চাহাবে ৰিক্সাৱলাক টকা চল্লিচটা বুঢ়াক দিবলৈ কলে অন্যথাই তাক থানাত চম্জাই দিয়াৰ ভাবুকি দিলে। ৰমাকান্ত মাহতু ৰিক্সা চলাবৰ বেচি দিন হোৱা নাই। মাত্ৰ সাত বছৰহে হৈছে। সি আগতে বিহাৰ ৰেজিমেণ্টত চিপাহী আছিল। মদ খাই লগৰ চিপাহী এজনৰ লগত মাৰ পিত কৰা অপৰাধত তাৰ চাকৰি যায়। তেতিয়াৰে পৰা তাৰ ইয়াতে থকা চাঁচাৰ ওচৰ চাপে। চাচাঁৰ পৰামৰ্শমতে সি ৰিক্সা চলাব ধৰিছে। গতিকে সি মিলিটাৰী চাহাব জনৰ

পোচাক দেখিয়েই পদ মৰ্যাদা বুজি পাইছে। কান্ধত তিনিটা তৰা। গতিকে চাহাব নিশ্চয় কেপ্তেইন। তাৰ ভয় লাগিল। মুখৰ পৰা টু শব্দ নকৰাকৈ সি কোমৰৰ পৰা টকাখিনি উলিয়াই দি চাহাবক নমস্কাৰ দি জোৰে ৰিক্সা চলাই গ'ল। পাপৰিৰ দেউতাকে চাহাবৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলে। বুঢ়াই কেপ্তেইনৰ আচাৰ ব্যৱহাৰত বিমোহিত হ'ল আৰু তেওঁ চাহাবক আথে বেথে নিজ ঘৰলৈ লৈ গ'ল। বুঢ়াই চাহাবৰ ঘৰ ক'ত, ঘৰত কোন কোন আছে আদি খবৰ চমুকৈ ললে। ধূৰ্ত্ত তিলেশ্বৰে তেওঁলোক দুই পুৰুষ আগতে নলবাৰীৰ মানুহ আৰু বৰ্ত্তমান বঙ্গত চেট্‌ল কৰা বুলি থোৰতে কৈ থলে। তেওঁ চীনা আক্ৰমনত ভাৰতীয় সৈন্য বাহিনিত আহিছিল বুলিও সদৰি কৰিলে। তেওঁৰ পুৰ্ব্বপুৰুষ অসমীয়া যদিও তেওঁ অসমৰ তেজপুৰৰ বাহিৰে কোনো ঠাই দেখা নাছিল। মাকৰ পৰা ঘৰতে অসমীয়া শিকিছিল। চীনা আক্ৰমনৰ সময়ত বহুতো অসমীয়া ডেকা গাভৰুৱে তেওঁলোকক ফুলৰ মালা, উলৰ চুৱেটাৰ আদি দি নৰম সম্বৰ্দ্ধনা জনাইছিল। ভাৰতীয় সৈন্য বাহিনীৰ মনত অসমীয়া মানুহৰ এটি উজ্জল ছবি আছে বুলি পাপৰিৰ দেউতাকৰ আগত প্ৰকাশ কৰিছিল। চাহাবৰ চাল-চলন ব্যৱহাৰ পাতিত পাহৰিইঁতৰ ঘৰৰ সকলো পৰিয়াল সন্তুষ্ট হ'ল। পাপৰি সেইবছৰ এম-এ-পাছ কৰি নগাওঁ কলেজত তিনি মাহৰ কাৰণে মেটানিতি ছুটিত কাম কৰি আছিল। পাপৰিৰ ভৰ যৌৱনে স্বয়ম্ভু কেপ্তেইনৰ অভিনয় দুগুনে বঢ়ালে। ৰাতি খোৱা লোৱাৰ পিছত পাপৰিৰ দেউতাকে খন্দনাত তামোল এখন খুন্দি গুৰি তামোলখিনি উলিয়াই মুখত ভৰাই চাহাবৰ ফালে চাই কাহ এটা মাৰি— বোপা বিয়া বাৰুৰ কিবা চিন্তা কৰিছানে, নে আগতেই কৰালা?

—নাই, মোহাদেউ। যোৱা বেলি আঘোন মাহত বিয়া পতা কথা আছিল। কিন্তু জানেই নহয় চীনা দুসমনইঁতে আমাৰ ভাৰতৰ

লগত যুদ্ধ কৰিলে। দেশতকৈ বিয়া ডাঙৰনে ? খিল্লা চাওঁত উঠিল।
—হয় হয় বোপা, তোমালোকেই দেশ ৰাখিছা। তোমালোকৰ জহতে আজি আমি পুন্যভূমি স্বাধীন ভাৰতত থাকিব পাৰিছো। পণ্ডিতজীয়েতো আমাক বিদায়ৰ বেদনা বানী শুনাইছিল। বোপাৰ বা সম্পূর্ণ নামটো কি ?
—কেপ্তেইন তিলেশ্বৰ কাকতি, মোহাদেউ।
—মোহাদেউ আপোনালোকৰ ঘৰখন বৰ আপোন আপোন লাগিছে। আপোনাক এটা মোৰ ব্যক্তিগত কথা কব খুজিছো।
—কোৱা বোপা কোৱা, মনখুলি কোৱা।
—মোহাদেউ, মোৰ মা দেউতাই মোৰ কাৰণে এজনী মহাৰাষ্টীয়ান ছোৱালী থিক কৰিছে। ছোৱালীজনী মই দেখিছো, বিয়াৰ উপযুক্ত ছোৱালী। দেউতাক এটা কাপোৰৰ মিলৰ মালিক। আৰু কিবা কিবি বহুত ব্যৱসায়। এতিয়া এই অসম ভ্ৰমনে মোৰ মনলৈ এটা নতুন চিন্তা আনিছে। অসমীয়া ছোৱালী, অসমীয়া জীয়াৰীৰ জীৱন আদর্শ অন্য জাতিৰ মানুহৰ লগত সম্পূর্ণ বেলেগ। এই বৈশিষ্টতা মোৰ বৰ ভাল লাগিছে। সেয়ে সম্ভৱ হলে মোৰ ছুটি শেষ নহওঁতেই এজনী অসমীয়া ছোৱালীৰ লগত বিয়াৰ দিহা কৰিম। মা-দেউতাক পিছত জনাই দিম। উৎসৱ পাতি বিয়া কৰোৱাৰ আমাৰ সময়েবা ক'ত ? আকৌবা এইবাৰ কাৰ লগত যুদ্ধ কৰিব লাগে ? পিছে নিজে নিজৰ ছোৱালী থিক কৰিবলৈ অলপ টান পাইছো।
—তুমি থিকেই কৈছা বোপা, বিয়া বাৰুৰ কথা নিজে থিক কৰিব পৰা কথা নহয়। ইয়াত মধ্যস্ততা কৰা মানুহৰ দর্কাৰ। তুমি অৱশ্যে এই বিষয়ে চিন্তা কৰাৰ কাৰন নাই। দুই চাৰিদিন মোৰ ঘৰতে থাকা। মই ইফাল সিফাল কৰি চাওঁ। আমাৰ নগাওঁতে বহুতো ধুনীয়া উপযুক্ত ছোৱালী আছে। কথাতেই কয়— 'নগঞা

আপী গড়গঞা জাপি' অসম বিখ্যাত। বোপা, তুমি আমাৰ পাপৰিৰ লগত কথা বতৰা পাতিছানে? পিছে তাই প্ৰফেছাৰ হলে কি হব। বৰ লাজুকীয়া ছোৱালী।

—মোহাদেউ লজ্জাটো তিৰোতাৰ ভূষণ বুলি ক'ৰবাত পঢ়া মনত পৰে। মই পাপৰিৰ লগত বিশেষ কথা বতৰা নহলেও পাপৰিয়ে এজনী উপযুক্ত বিবেচনাশীল গৃহিনী হব তাত মোৰ সন্দেহ নাই। তেওঁৰ দৰে লক্ষী ছোৱালী এজনী পালে কাইলৈ মন্দিৰত গৈ বিয়া পাতিলোহেতেন।

—পাপৰিৰ দেউতাকে থোৰতে উত্তৰ দিলে— তোমাৰ মঙ্গল হওঁক বোপা। তেওঁ ভাবিলে ভাগ্য অকস্মাতে উদয় হয়। সেই ৰাস্তাৰ সামান্য দুৰ্ঘটনাই আজি তেওঁলৈ কঢ়িয়াই আনিছে সৌভাগ্যৰ ধ্বজা। পাপৰি ভূঞাৰ বিয়া গাওঁৰ নামঘৰতে কেপ্তেইন তিলেশ্বৰ কাকতিৰ লগত আকস্মিক আৰু আবেগিক ভাবে সমাপন হৈ গ'ল। সিহঁতে এমাহ হনিমুন কৰিলে ছিকিমৰ গেংটক চহৰত। বিয়াৰ এমাহ পিছতেই বাইদেউৰ অনুৰোধ এৰাব নোৱাৰি পাপৰিক লৈ তিলেশ্বৰ শ্বিলং পালে। কিন্তু নীল বৰণীয়া শিয়ালে সৰহ দিন ৰাজপাট খাব নোৱাৰিলে। এদিন পুলিচ বজাৰত পাপৰিৰ লগত ফুৰোতে হঠাৎ পিছ ফালৰ পৰা সৈনিক এজনে জোৰে মাতিলে— আৰে তিলেশ্বৰ .... .... . । তিলেশ্বৰ কাকতিয়ে ঘূৰি চাই মানুহজনক চিনি পাই পাপৰিক এৰি বেগাই খোজ ললে। কিন্তু পাপৰি বাইদেউৰ সন্দেহ হ'ল আৰু মানুহজনক বেগাই গৈ লগ ধৰি সুধিলে—

—আপুনি কেপ্তেইন কাকতিক বোধহয় চিনি পায়? মানুহজনে ভেবা লাগি পাপৰি বাইদেউৰ ফালে চাই ৰ'ল।

—আপুনি জানো অলপ আগতে মোৰ লগত থকা মানুহজন মতা নাছিল?

—অ' অলপ আগতে লগ পোৱা তিলেশ্বৰ কাকতিৰ কথা কৈছে নেকি?

—তেওঁক তেনেহলে আপুনি ভালকৈ চিনি পায়।
—তাক মই কিয় চিনি নেপাম, একে লগে আমি ফৌজত ভৰ্তি হৈছিলোঁ। একেলগে ট্ৰেইনিং কৰিছিলোঁ। অৱশ্যে মই এইবাৰ নায়ক প্ৰমোচন পাই একে বেটেলিয়ানৰে হেলেগ কোম্পানী এটাত গলো। এবছৰ তাক দেখা নাছিলো। পঢ়াশুনাৰ প্ৰতি তাৰ মন কান নাই। বেচেৰা বোধহয় চিপাহী হৈয়ে ৰিটায়াৰ্ড কৰিব লাগিব। সি দেখো পাগলৰ দৰে আপোনাক এৰি গুচি গ'ল। আপুনি বোধহয় তাৰ কিবা লাগে?—হয়। তেওঁৰ বিবাহিত ভনিয়েক।
—ক'তা সিটো তাৰ কোনো ভনিয়েক নাই বুলি আমাক কৈছিল?
—মানে সম্পৰ্কীয় ভনিয়েক। বোধহয় তেওঁ ঘৰলৈ গ'ল। আহোঁতেই পেটৰ গণ্ডগোল বুলি কৈছিল। ওচৰতে ঘৰ মোৰ যোৱাত অসুবিধা নহয়।
—তাৰ হেনো যোৱা মাহত বিয়া হৈ গ'ল। সি বৰ নিমখ হাৰাম। আমাকনো বিয়াত খবৰ এটা দিব নেলাগেনে? মই পৰহি এই খবৰটো পালো। কোন ছোৱালীৰ বা জীৱনটো খালে। ... ...
— বাইদেউ আপোনাৰ কথাত মোৰ এটা সন্দেহ হৈছে। আপুনি যে অলপ আগতে কোনোবা কেপ্তেইন তিলেশ্বৰ কাকতিৰ কথা কলে?
—কিয় আপোনাৰ বন্ধু, এতিয়া যে মাতিছিলে তেওঁ জানো কেপ্তেইন নহয়?
সি হাঁহি এটা মাৰি কলে –সি এটা মস্ত মূৰ্খ বাইদেউ। বোধহয় বিয়াও কেপ্তেইন বুলিয়েই কৰালে। হায় ভগৱান! মানুহজনে কাৰবা অঘটন ঘটালে।

পাপৰি বাইদেৱে মানুহজনক একৰকম জোৰ কৰিয়েই তেওঁলোকৰ ভাড়া ঘৰলৈ লৈ গ'ল। ড্ৰয়িংৰুম সোমায়েই ভদ্ৰকান্ত হাজৰিকাই সদ্য বিবাহিত তিলেশ্বৰ কাকতিৰ কইনাৰে সৈতে তোলা যুগল ফটোখন বেৰত আৰি থোৱা দেখা পাই ওৰহী গছৰ গুৰি

বিচাৰি পালে। পাপৰি বাইদেউৰ অনুৰোধ স্বত্বেও সি চাহ খাবলৈ মান্তি ন'হ'ল। সি পাপৰিৰ চকুৰ আগৰ পৰা কোন মুহূৰ্ত্তত আতৰিব পাৰে চিন্তা কৰি আছিল। সি বাইদেৱক দুখ দিব লগা হোৱাত ক্ষমা মাগি পাপৰিৰ উত্তৰলৈ বাট নেচায় বেগাবেগীকৈ ৰাস্তা উঠিল। তেতিয়াও তিলেশ্বৰ চাহৰ ঘৰ পোৱাহি নাছিল। বাইদেৱে অসম্ভৱ সংযমেৰে হাজৰিকাৰ প্ৰস্থানলৈ বাট চাই আছিল। স্বামীৰ বদনাম শুনিবলৈ কোন নাৰীয়ে ভাল পাব? হাজৰিকা যোৱাৰ পিছত বাইদেউৱে দৰ্জা বন্ধ কৰি বিচনাত পৰি উচুপিব ধৰিলে। হাজাৰ হওঁক বিবাহিতা স্বামী। পাপৰি বাইদেউৱে গোটেই ৰাতি অনাহাৰে অনিদ্ৰাই তিলেশ্বৰক অপেক্ষা কৰিলে। কিন্তু তিলেশ্বৰ আৰু নিফিৰিল। এদিন নহয় দুদিন নহয় পাপৰি বাইদেৱে গোটেই জীৱন সেই স্বয়ম্ভু কেপ্তেইন তিলেশ্বৰ কাকতিলৈ অপেক্ষা কৰিলে। পাপৰি বাইদেৱে কিন্তু তেওঁৰ ভাগ্যৰ কাৰণে কাকো দোষাৰোপ নকৰিলে। নগ'ল তিলেশ্বৰৰ সন্ধানত। তেওঁ জীৱনত দুবাৰ ভুল কৰিবলৈ ইচ্ছা নকৰিলে। বাইদেৱে পুনৰ দেউতাৰৰ ঘৰ নগাওঁলৈও ঘূৰি নগ'ল। কেইদিনমানৰ পিছত স্থানীয় কলেজ এখনত অধ্যাপনা আৰম্ভ কৰিলে। আজিও বাইদেউ সেই কলেজতে চাকৰি কৰি জীৱিকা নিৰ্ব্বাহ কৰি আছে। এই কৰুণ কাহিনী একমাত্ৰ মলয়াইহে জানে।

—●—

॥ দহ ॥

প্ৰশান্তই মলয়াৰ মাকক ইমান দিনে মাতৃ জ্ঞান কৰি আহিছিল। আজি হঠাৎ সেইজনী মানুহক টান কথা শুনাই আহি অনুশোচনা কৰিছে। মেছ পাই টেবুলত থকা বাতৰিখনক সম্বল কৰি লৈ ভাত হোৱালৈ সময়ক'ন কটাই দিলে। যদি কোনোবাই কাকতত কি খবৰ আহিছে সোধে প্ৰশান্ত নিশ্চয় বিপাঙত পৰিলেহেঁতেন। ঠৈশ্যৰ মাতত উঠি গৈ ভাত কেইটা খাই যোৱা ঘটনাটোকে পাগুলিয়াই এটা সময়ত টোপনি গ'ল। পিছদিনা পুৱা প্ৰশান্তৰ শৰীৰত অৱস ভাব আহিল। গা-নোধোৱাকৈ ভাতকেইটা খাই অফিছ পালে। পিয়ন এজনে আহি চৰকাৰী চিঠি এখন দি গ'ল। খুলি চাই দেখে সেইখন এখন নিয়োগ পত্ৰ। পৰিসংখ্যা বিভাগৰ পৰিদৰ্শক হিচাবে দহ দিনৰ ভিতৰত সি খুনচাত জইন কৰিব লাগে। অলপ ভাবি চিন্তি শ্বিলং এৰিব পাৰিলে ৰক্ষা বুলি তত্তালিকে বিলিজৰ কাৰণে আবেদন পত্ৰ এখন লিখি যথা বিহিত ভাবে দাখিল কৰিলে। গোটেই দিনটো তাৰ ব্যস্ততাৰ মাজতেই পাৰ হৈ গ'ল। মলয়াহঁতৰ কথা ব্যস্ততাৰ মাজত পাহৰি আছিল। ঘৰ পোৱাৰ লগে লগে মলয়াহঁতৰ কাৰণে চিন্তা নকৰো বুলি বান্ধি থোৱা মনটোৰ এৰাল হিঙিল। মলয়াৰ মাকক খং কৰি সি সচাঁকৈয়ে

জানো মলয়াক পাহৰিব পাৰিব ? মলয়াৰে বা দোষ কি ? তাৰ যদি মলয়াৰ অৱস্থাই হ'লহেতেন সি বাৰু কি কৰিব পাৰিলেহেতেন । নাই, সি ভুল কৰিছে । তাই নিৰ্দোষী । তাইক এই ধ্বংশৰ মুখৰ পৰা উদ্ধাৰ কৰিবই লাগিব । কিন্তু বাকী চাৰিজনীৰ অৱস্থা কি হব ? সমস্যা সমস্যা হৈয়ে ৰব । তেন্তে তাৰ উপায় । সিহঁতক ঋণ মুক্ত কৰিবলৈ তাৰ জানো ইমান টকা আছে ? কোনো উপায় নেদেখি সি বিমূৰত পৰিল । প্ৰশান্তই অগত্যা শেষ সিদ্ধান্ত ললে সি মলয়াহঁতৰ ঘৰলৈ কাইলৈ আবেলি গৈ মাকৰ ওচৰত মলয়াক বিয়া কৰাম বুলি প্ৰস্তাৱ দিব আৰু তাৰ বিনিময়ত মলয়াৰ মাকে সিহঁতৰ ঘৰটো এসপ্তাহৰ ভিতৰত বিক্ৰি কৰি সেই টকাৰ কিছু অংশৰে পাঠানৰ ধাৰ মাৰি বাকী থকা টকাৰে এটি সৰু ঘৰ কিনাৰ ব্যৱস্থা কৰিব লাগে । বা মাটি কিনি ঘৰ সাজি লব লাগে । এই সময়খিনিত দৰ্কাৰ হলে সেই ঘৰতে ভাড়া লৈ থাকিব লাগে । বৈশ্যৰ মাতত তাৰ ব্যাঘাট জন্মিল । ভাত কেইটা খাই টেবুলৰ ওপৰত পৰি থকা অসমবাণীখন মেলি ওপৰে ওপৰে চকু ফুৰাই বেড ছুইচটো নুমাই শুই থাকিল ।

পিছদিনা সি অফিছৰ পৰা পিছবেলাৰ ছুটি লৈ চীফ্ ইঞ্জিনীয়াৰ অফিছ পালে । সত্য শৰ্ম্মাক লৈ সি মলয়াহঁতৰ ঘৰলৈ যাব । সত্য শৰ্ম্মাই প্ৰশান্তক দেখি আথেবেথে বহুৱালে ।

—আপোনাৰ অফিছলৈ মই এই যাবলৈকে ওলাইছিলো, আহিল ভালেই হ'ল । লওঁক এইখন আপোনাৰ চিঠি । মলয়াই দি গ'ল । তাই সেই পাঠানটোৰ লগত আহি চাৰে দহ বজাতে মোক লগ ধৰি এই চিঠিখন হাতে হাতে দি থৈ যায় । আহোঁতে টেক্সিত আহিছিল । পাঠানজন টেক্সীত বহি আছিল যদিও মই তাক চিনিব পাৰিছিলো । চিঠিখন এটা বজাৰ পিছতহে আপোনাক দিব কৈছিল । তাইৰ মনটো বৰ বেয়া যেন দেখিলো । মাকৰ কিবা অসুখ বিসুখ হ'ল নেকি ?

প্ৰশান্তই চিঠিখন খুলি চালে। এখন দীঘলীয়া চিঠি। এনে পৰিস্থিতিত পঢ়া সম্ভৱ নহয়।

—সত্যদা, আপোনাৰ বিশেষ কাম নেথাকিলে মোৰ লগত অলপ আহকছোন। সত্য শৰ্মা বহাৰ পৰা উঠি প্ৰশান্তৰ লগত অফিছৰ পৰা বাহিৰ হ'ল। দুয়ো ৰাজভৱনৰ পথেৰে ৱাৰ্ড লেকৰ এখন বেঞ্চত বহি ললে। কোটৰ জেপৰ পৰা চিঠিখন উলিয়াই ওপৰে ওপৰে সি পঢ়ি চালে। সত্য শৰ্ম্মাই লক্ষ্য কৰিলে প্ৰশান্তৰ চকুৰ পৰা বৈ অহা দুধাৰী চকুৰ লোতক।

—প্ৰশান্ত বাবু, মলয়াৰ মাকে কিবা দেয়াকৈ গালি গালাজ কৰিছেনেকি, নে তাইৰ পঢ়া বন্ধ কৰি দিলে? তাইক আজি খুব বিমৰ্ষ দেখিছো আৰু মোৰ মুখৰ পিনে চাই কথাই কোৱা নাই।

—সত্যদা, চিঠিখনৰ সকলো কথা যেতিয়া মই আপোনাক কবই লাগিব হুবহু চিঠিখনকে পঢ়ি শুনাইছো বাৰু বুলি প্ৰশান্তই অসহায় চাৱনিৰে সত্য শৰ্ম্মাৰ ফালে চালে আৰু থোকাথুকি মাতেৰে কলে—সত্যদা, মলয়াই এনে এটি সিদ্ধান্ত লব বুলি মই সপোনতো ভাবিব পৰা নাছিলো।

—কি হ'ল প্ৰশান্ত বাবু, মলয়াই কি পৰীক্ষা নিদিয়াৰ সিদ্ধান্ত ললে নেকি?

—নহয় সত্যদা, মলয়াই জীৱনৰ কঠোৰ পৰীক্ষাতে অৱতীৰ্ণ হ'ল। এই দাৰুণ ফলাফল একমাত্ৰ বিভুৰ হাতত।

—প্ৰশান্ত বাবু মই আপোনাৰ এইবোৰ পাক লগা কথা নুবুজো। চিঠিখন পঢ়ক।

—মই সাজু সত্যদা!

মৰমৰ প্ৰশান্তদা,

তোমাৰ মতামতলৈ অপেক্ষা নকৰি মই একপক্ষীয়ভাৱেই মোৰ জীৱনৰ এটি চৰম কঠোৰ সিদ্ধান্ত ললো। মোক ক্ষমা

কৰাৰ দৰে বহল অন্তৰ তোমাৰ হব জানো? এই চৰম সিদ্ধান্ত লব লগা হ'ল একমাত্র তোমাৰ ভৱিষ্যতৰ কাৰণেই। লুইতৰ কোৱাল সোঁতত নাৱৰীয়াৰ হাতৰ বঠা ভাঙি গ'ল। নিজক ৰক্ষা কৰি আনক ৰক্ষা কৰা আদর্শত নাৱৰীয়াই নাওঁ এৰি দিলে লুইতৰ বুকুত সাঁতোৰ। আমি দুয়ো মাথোন যাত্রী। এবুকু আশালৈ আমি জীৱন যাত্রী। হঠাৎ নাওঁখন চাকনৈয়াত খালে লুটি। দুয়ো ককবকাই উঠিলো মহাবাহু ব্রহ্মপুত্রৰ বুকুত, জীয়াই থকাৰ অদম্য হেপাহেৰে। তুমি দিলা হাত মেলি মোৰ প্রাণ ৰক্ষাৰ কাৰণে। পাৰিছিলো ধৰিব তোমাৰ প্রশস্ত বাহুত। কিন্তু নধৰিলো! নধৰিলো!! কিয় জানা? শুনা, আজি মোৰ কবলৈ লাজ নাই, দ্বিধা নাই। মই যে তোমাক ভাল পাওঁ, মৰিও ভাল পাওঁ। সেয়ে তোমাক জীয়াই ৰাখিবই লাগিব প্রশান্তদা, মই তোমাৰ বাহুত ধৰি আশ্রয় ললে সেয়ে হব দুয়োৰে নিৰাশ্রয়— নিশ্চিত শলিল সমাধি। মোক ক্ষমা কৰিবলৈ শক্তি গোটোৱা প্রশান্তদা! তোমাৰ আদর্শৰ মৃত্যু হলে যে বহুতো যুৱক পথহাৰা হব। সেয়ে মই এই চৰম সিদ্ধান্ত ললো। প্রশান্তদা! তুমি এই চিঠি পোৱাৰ আগতেই সেই পাঠান যুৱক ৱালী খানক মই পতি ৰূপে গ্রহণ কৰিলোঁ। প্রশান্তদা, জীৱনত হয়তু তোমাক লগ নেপাম, কিন্তু তোমাৰ আদর্শৰে অনুপ্রাণিত শতজন যুৱকক দেখি থাকিম। সেয়ে হব মোৰ অন্তিম শান্তনা!

ইতি—

তোমাৰ—

মলয়া

সত্যদা সকলো শেষলৈ গ'ল। ভাগি যোৱা বীণৰ বিষাদৰ সুৰ মাথো ৰ'ল। মোৰো ছিলঙত চাউল উকলিল। মোক আৰু শিলঙৰ সেউজীয়া পাইনে শান্তিৰ শীতল ছাঁ নিদিয়ে। সত্যদা মই খুনছালৈ দহ তাৰিখে যাব লাগে কিন্তু এটা অসুবিধাত পৰিলো।

কোনোবা ডিব্রুগড়ৰ চাহ খেতিয়ক মানিক বৰুৱাৰ কাৰণে চাৰি যোৰা পাটৰ কাপোৰ আনিবৰ কাৰণে মোক টকা দিছিল তেওঁৰ খুলশালিয়েক ইঞ্জিনীয়াৰ প্ৰদীপ বৰুৱাই। প্ৰদীপ বৰুৱা 'নেপকো'ত চাকৰি কৰে। ১৫ দিনৰ ছুটিত ভাৰত ভ্ৰমণলৈ গৈছে। এতিয়া কৰা যায় কি, চিন্তাত পৰিছো।

—প্ৰশান্ত বাবু, আপুনি যেতিয়া খুনছালৈ যাবই ডিব্ৰুগড় হৈও যাব পাৰে। আপুনি মোৰ কথা শুনক। আপুনি দুদিন ঘৰত থাকি মাকক দেখা কৰি কাপোৰখিনি লৈ ডিব্ৰুগড়ত মানিক বৰুৱাক কাপোৰখিনি দি খুনছালৈ যাওঁক। প্ৰদীপ বৰুৱালৈ মোৰ হাতত এখন চিঠি এৰি যাওঁক তেওঁ আহিলে মই দিমগৈ।

—সত্যদা, আপোনাৰ পৰামৰ্শ মতেই মই কাম কৰিম। দুয়ো বহাৰ পৰা উঠি নিজ নিজ অফিছলৈ ৰাওনা হ'ল।

অফিছ ছুটিৰ পিচত সত্য শৰ্মা অফিছৰ পৰা পোনে পোনে মলয়াক লগ ধৰিবৰ মনেৰে নংথিমাই পালে। মলয়াৰ সিদ্ধান্তক সত্য শৰ্মাই সহজ ভাবে লব পৰা নাছিল। প্ৰশান্তৰ দৰে চৰিত্ৰবান ডেকা এজনক এনে ভাৱে প্ৰতাৰণা কৰা দোষে নহয় অন্যায়ও। সত্য শৰ্মাই তাইক নিজৰ ছোৱালীৰ দৰে মৰম কৰে। তাইক আজি শেষবাৰৰ কাৰণে টান কথা শুনাই আহিব। সত্য শৰ্মা গৈ সোধা মেলা কৰি ৰালী থকা ঘৰটো উলিয়ালে। ঘৰত তেতিয়া ৰালী থান নাছিল। সত্য শৰ্মাক দেখি মলয়াই হুক্ হুকাই কান্দিব ধৰিলে। সত্য শৰ্মাৰো চকুৰ্ পৰা চকুপানী বৈ আহিল। তেওঁ চোফাখনত বহি পৰিল্। ৰালীথান বজাৰৰ্ পৰা তেতিয়াও ঘূৰা নাছিল। তাৰ দেৰী হব বুলি মলয়াক কৈ গৈছে।

—মলয়া, তোমাক মই নিজ ছোৱালীৰ দৰে জ্ঞান কৰিছিলো। তুমি কি সৰ্ব্বনাশ কৰিলা মলয়া!

—সত্য খুড়া, মই আপোনাৰ ওচৰত সকলো কম। আজি দেউতা

জীয়াই থকাহেঁতেননো তেখেতৰ আগতো আপোনাক কব খোজা কথা-খিনিকে কলোহেঁতেন। মলয়াই চকু মোহাৰি মোহাৰি কবলৈ ধৰিলে। সেইদিনা গধূলি প্ৰশান্তদা আৰু মাৰ লগত হোৱা আলোচনাত দুয়োৰো মাজত বহুত তৰ্ক বিতৰ্ক হয়। সেই ঋণ পৰিশোধ কৰা সম্পৰ্কে। মাই প্ৰশান্তক বেয়া ভাবে অপমান কৰে। ৰাতি আমি আটাইকেইজনী বাইভনীয়ে এটা সিদ্ধান্ত ললো যে আমি ঘৰটো বিক্ৰি কৰি সেই টকাৰ পৰা খানৰ টকাৰ ধাৰটো মাৰি বাকী টকাৰে সৰু ঘৰ এটা কিনি লম। কিন্তু মাই আমাৰ পৰামৰ্শ মানি নলৈ আমাক দাবী ধমকি দিয়ে। ৰাতিটো উজাগৰে কটালোঁ। শেষত মই এটা পথেই পালো। ৰাতিপুৱা বিচনাৰ পৰা উঠিয়েই কাপোৰ কানি পিন্ধি মই নংথীমাই পালোঁ। টেক্সী ড্ৰাইভাৰ এজনক সুধি ৱালীখানৰ ঘৰটো বিচাৰি উলিয়ালোঁ। খানে মোক ৰাতি পুৱাই তাৰ দুৱাৰ মুখত দেখি অসম্ভৱ আচৰিত হৈ তৎক্ষণাৎ আগমৰ কাৰণ সুধিলে। মই খানক আৰু আচৰিত কৰি কলো যে মই একেবাৰে তাৰ ওচৰলৈ অহা বুলি। আৰু ইয়াকো কলো, সি মোক বিধিমতে গ্ৰহণ কৰিব লাগে। মই তাৰ বিচনাতে বহি পৰিলো। খানে মোৰ মুখলৈ একেথিৰে চাই ৰ'ল।

—সঁচা খান তুমি মোক বিয়া কৰাব লাগে। আজিয়েই কটত গৈ বিয়া কৰাব লাগে তুমি মাক, আমাৰ ঘৰখনক, ঋণৰ পৰা মুক্ত কৰিব লাগে। কোৱা,—পাৰিবা, যদি নোৱাৰা কোৱা, মোৰ আত্মহত্যা কৰাৰ বাহিৰে অন্য উপায় নাই।

—আত্মহত্যা? আকৌ আত্মহত্যা? খান চিঞঁৰি উঠিল।

—এৰা খান এয়া মোৰ শেষ সিদ্ধান্ত।

—নোৱাৰা, তুমি আত্মহত্যা কৰিব নোৱাৰা।

—ৱালীখান এজন পাঠান নচঁা, কিন্তু সি পাশান নহয় সত্য খুড়া!

তাৰ চকুত মই সঁচা চকুপানী দেখিছিলো। খানৰ চকুৰ পানীত মই তাৰ পবিত্ৰ মনৰ প্ৰতিচ্ছবি দেখিবলৈ পাইছিলো। খান এজন ভাল চৰিত্ৰৰ লোক। তাক মই আজি আঠ ন বছৰে খুব ওচৰৰ পৰা দেখিছিলো। খানে উঠি গৈ কমৰ দৰ্জাখন বন্ধ কৰি দি মোৰ ওচৰতে বহি মোক বুজাব ধৰিলে।

—চোৱা মলয়া, মই তোমালোকক আজি ন-দহ বছৰ ধৰি দেখি আহিছো। তোমালোকৰ ঘৰখনক অ'পোন ঘৰ বুলি ভাবি আহিছো। তোমালোক আটাইকেইজনীকে ভনী ব্যৱহাৰ কৰি আহিছো। কেতিয়াও তোমালোকক বেয়া চকুৰে বা বেয়া মনেৰে চোৱা বুলি কব নোৱাৰা। তোমালোকৰ অমঙ্গল মই কেতিয়াও চিন্তা কৰা মনত নপৰে। তোমালোকৰ ভাল, সুখ হলেই মই ভাল পাম। অৱশ্যে আমাৰ কাবুলীৱলাবোৰ এটা ব্যৱসায়িক বদনাম আছে যেনেকৈ বগলীহে যেন অকলে মাছ খায়। আমাৰ ব্যৱসায় সুতত টকা ধাৰ দিয়া। মানুহৰ ধাৰণা কাবুলিৱলাবোৰে সুতত টকা ধাৰ দি হিন্দুস্থানৰ পৰা বহু টকা লুটি লৈ যায়। কিন্তু এই ব্যৱসায়টো ইমান উজু নহয়। কিমানক যে হাৱাতে টকা খুৱাব লাগে যেনে— পুলিচ, কাস্তম আৰু নেতাবোৰক। এইবোৰ বাদ দিলেও বহুতো লোক ধাৰলৈ সিপুৰী পায়। সেইবোৰৰ ৱাৰীছ বিচাৰি পোৱা উজু নহয়। টকা পইচা লেনদেনত কঠোৰতা অতি প্ৰয়োজন। এই দৰ্কাৰী গুণটো ভাৰতীয় মানুহৰ খুব কম। সেইবোৰ কথা কৈ এতিয়া তোমাৰ সময় নষ্ট কৰিব খোজা নাই। মলয়া, তুমি এইবোৰ মোৰ ওচৰত কি অভিনয় কৰিছা? তোমাক কি সহায় কৰিব লাগে কোৱা, মই বিনা স্বৰ্তে সেইয়া কৰিবলৈ সাজু আছো। তুমি সোনকালে মোৰ ঘৰৰ পৰা আতৰি যোৱা। মানুহবোৰে মোক কাবুলীৱালাৰ সন্দেহৰ ভুত বনাব।

—মই তোমাৰ ওচৰত অভিনয় কৰিব অহা নাই খান। তুমি

মোক তেন্তে ইমান দিনে ভুল বুজিলা। তুমি মোক প্ৰত্যাখ্যান কৰিলা; তেন্তে মই আহো খান-বুলি মই বহাৰ পৰা উঠাৰ লগে লগে সি মোৰ হাত জীৱনত প্ৰথমবাৰৰ কাৰণে স্পৰ্শ কৰিলে।

—কলৈ যাবা মলয়া?

—মোৰ দ্বিতীয় সিদ্ধান্তলৈ।

—মলয়া, তুমি আত্মহত্যা কৰিবলৈ জন্ম লৈছিলা?

—মই তোমাৰ প্ৰস্তাৱত ৰাজি, মলয়া।

—তুমি যে এলিজা!

—তুমি এলিজা বুলি কাৰ কথা ক'লা খান?

—অ' অ' এলিজা মানে উৰ্দ্দুত প্ৰেমিকা।

—অ' বাৰু বাৰু!

—মলয়া তুমি কিন্তু মোৰ পৰা সুখ কামনা কৰিব নোৱাৰা। তোমাৰ জাত কুল, সম্প্ৰদায়, ভাষা সংস্কৃতি সকলোৰে মোৰ লগত মিল নাই। অৱশ্যে থাকিব পাৰে মিল দুখনি হিয়াৰ একেটি সুৰত, থাকিব পাৰে দুখিলা কাগজত তেজেৰে অঙ্কিত দুটি মানুহৰ মানৱতাৰ ছবি।

—মলয়া তুমি যদি মোক পতি হিচাবে পাবলৈ মোৰ ওচৰ চাপিছা তেন্তে মই তোমাক সন্মান দেখুৱাম। কিন্তু ধাৰৰ বিনিময়ত মই তোমাক পত্নী ৰূপে গ্ৰহণ কৰিব নোৱাৰো। অৱশ্যে তোমাৰ আদৰ্শক মই শ্ৰদ্ধা জনাম। তোমাৰ মহান ত্যাগক মই স্বাগতম জনাম। সি কলিংবেল টিপি দিলে, দাড়ি থকা বুঢ়া মানুহ এজন সোমাই আহিল। খানে তাক চাহ পৰঠা আনিবলৈ আদেশ দিলে। খান বহাৰ পৰা উঠি গডৰেজ আলমিৰাৰ পৰা এটি দীঘল খাটা উলিয়াই এখন কাগজত তাৰ পৰা কিবা হিচাব এটা লিখি খাটাটো বন্ধ কৰিলে। ফাইলৰ পৰা বগা কাকত এখন উলিয়াই টেবুলৰ ওচৰৰ চকীখনত বহি কিবা কিবি লিখি খাম এটাত ভৰাই উঠি আহি সেইটো মলয়াৰ হাতত দিলে। মলয়াই সেইটো খুলি চালে তাত

ইংৰাজীতে লিখা আছিল – "পাব লগা সূতে মূলে নগদ চল্লিচ হেজাৰ টকা মই শ্ৰীমতী মামনি দাসৰ পৰা পাই এই ৰছিদ লিখি দিলো— ৰালীখান খিলং—

Regd No— 1F/5607

Dt. 17.3.70

—মলয়াই ৰছিদখন খামৰ ভিতৰত সোমাই থৈ খানৰ মুখৰ পিনে চাই ৰ'ল। তাইৰ বাক শক্তি লোপ পাই হুচকুৰেদি সেই ভাৱ ওলাই আহিল।

—নেকান্দিবা মলয়া, এই টকা পঞ্চাচটা লোৱা আৰু শিগ্ৰে টেক্সী এখন লৈ ঘৰলৈ ৰাওঁনা হোৱা। তোমাৰ দ্বিতীয় অনুৰোধক মই সন্মান জনাইছো। তোমালোক আজিৰ পৰা মোৰ ঋণমুক্ত। এই ব্যক্তিগত কথাবোৰ কাৰো আগত প্ৰকাশ নকৰিবা। চাহ টোপা খাই থোৱা। কেতিয়াবা উপযুক্ত মূহুৰ্ত্তত প্ৰকৃত পাত্ৰক দান কৰি আৰ্জিত ধনৰ সৎ ব্যৱহাৰ কৰা হয়। মোৰ আজি খুব আনন্দ লাগিছে। বোধহয় সকলো শাস্ত্ৰৰে মুলমত একে—'ধন সৎ কামত খৰছ কৰাৰ কাৰণে'। মই আজি এজনী ভনীক উপযুক্ত সময়ত সহায় কৰিব পাৰিলোঁ। তুমি সুখী হোৱা মলয়া, মলয়া তুমি সুখী হোৱা। ৰামধেনুৰ ৰং ধৰি ৰাখিব নোৱাৰি। দৃষ্টি আৰু অনুভৱৰ দ্বাৰা উপভোগ কৰিব পাৰি। মোৰ দান প্ৰত্যাখ্যান নকৰিবা মলয়া। মই আজি অত্যন্ত সুখী হৈছো। ৰালীখানে অস্বাভাৱিক ভাৱে হাঁহিব ধৰিলে। মলয়াৰ ভয় লাগিল। ইমান গহীন গম্ভীৰ মানুহজনে এনে কিয় কৰিছে। এনেতে চাহ পৰঠা আহিল। দুয়ো নীৰৱে খোৱাত লাগিল। চাহ খোৱা হ'লত খানে মলয়াক যাবলৈ জোৰ কৰিলে।

—খান তুমি মোক ভিখাৰী বুলি ভাবিছা নেকি, ভিক্ষা দি খেদি পঠাবা?

—মলয়া দেবী, তোমাৰ যথেষ্ট জ্ঞান হৈছে। তুমি এইবাৰ বি-এ

পৰীক্ষা দিবা নহয় ? মই পঢ়া শুনা নোহোৱা সাধাৰণ ব্যৱসায়ীলোক, টকাৰ সুতৰ হিচাব কৰিবহে জানো। কিন্তু দুই এটা কথা তোমালোকৰ দৰে ভদ্ৰমানুহৰ পৰা জানিছো। তোমাক ভিক্ষাৰী বুলি কোনে কলে ? ভিক্ষাৰীয়ে জানো কোনো বস্তু দাবী কৰে ? আৰু মোৰ দৰে মানুহে জানো চল্লিছ হেজাৰ টকা ভিক্ষা দিব পাৰো। জানা মলয়া ভিক্ষাৰ দৰে নীচ বৃত্তিক মই ঘৃণা কৰো। সেয়ে মই ভিক্ষাৰীক সহায় নকৰো। মলয়াই খানৰ কথাৰ উত্তৰ বিচাৰি নেপাই তলমুৰ কৰি ৰ'ল।

—খান তুমি অতি মহান। মই তোমাৰ অন্তৰত দুখ দিলো মোক ক্ষমা কৰা। মোৰ মগজুই কাম নকৰা হৈছে। কিন্তু খান মই যি সিদ্ধান্ত ললো তাৰ পৰা এক ইঞ্চিও নলৰো। তুমি যদি মোক দানেই কৰিছা তেন্তে সেই দান ঘূৰাই লোৱাৰ অধিকাৰ তোমাৰ নাই। তুমি নিশ্চয় জানা দানৰ পাত্ৰক অসুখী কৰি দিয়া দানৰ মূল্য কিমান! গতিকে তোমাৰ দানেৰে যদি মোক উপকৃত কৰিব বিচাৰিছা তেন্তে মোক তোমাৰ ধৰ্ম্ম পত্নী ৰূপে গ্ৰহণ কৰা অন্যথাই তোমাৰ এই মহান দান মই গ্ৰহণ কৰাৰ যোগ্য নহওঁ বৰং মই মৃত্যুকেই আকোৱালি লম।

—মলয়া তুমি ৰহা। মই তোমাক মৰিব দিব নোৱাৰো। মই তোমাৰ সকলো প্ৰস্তাৱ মানি লৈছোঁ।

—তেন্তে শিঘ্ৰে এতিয়াই ব'লা, আজিয়েই আদালতত গৈ বিয়া সমাপন কৰো। মলয়াই টেবুলৰ ওপৰত খানে লিখি থোৱা চল্লিছ হেজাৰ টকাৰ প্ৰাপ্তি ৰছিদখন নগা খাম এটাত ভৰাই তাইৰ ভেনিটি বেগত ভৰাই ললে। খান কাপোৰ কানি সলাই পাছ মিনিটৰ ভিতৰত যাবলৈ সাজু হ'ল। নংথীমাই পইন্টত টেক্সীত উঠি দুয়ো বিষ্ণুপুৰ পালে। মলয়াৰ নিৰ্দ্দেশ মতে গাড়ী পাপৰি ভূঞাঁৰ পত্নলিত ৰখালে। খানে পইছা দি টেক্সীক বিদায় দি দুয়ো পাপৰি বাইদেউৰ

ঘৰত উঠিল। পাপৰি ভূঞাঁই মলয়াক তেনেকুৱা পৰিস্থিতিত দেখি কিবা অঘটন ঘটাৰ সম্ভাৱনা কৰিলে। মলয়াই বাইদেউক কোনো চিন্তাৰ কাৰণ নাই বুলি কৈ খানক ড্ৰয়িং ৰুমত বহিবলৈ কৈ বাইদেউক হাতত ধৰি ভিতৰলৈ লৈ গ'ল। মলয়াই পাপৰি বাইদেউক আৰু দুজনৰ কাৰণে ৰান্ধনি লৰাজনক ভাত ৰান্ধিবলৈ কলে। ক্ৰাঞ্চাই খানক চাহ একাপ দি গ'লহি। মলয়াই প্ৰশান্তৰ লগত মাকৰ তৰ্ক বিতৰ্কক ধৰি খানৰ ঘৰত হোৱা সকলো ঘটনা পাপৰি বাইদেউৰ আগত খোলাথুলিকৈ কলে আৰু তাইৰ চুড়ান্ত সিদ্ধান্তৰ কথাও অৱগত কৰিলে। বাইদেৱে মলয়াৰ কল্পনাতীত ঘটনাটো শুনি এটি তপত হুমুনীয়াহ কাঢ়িলে। দুই চকুৰেদি দুধাৰি চকুলো বৈ আহিল। বহুদিন গোট মাৰি থকা চকুপানীৰ বন্যা পাপৰি বাইদেউৰ চকুত দেখি মলয়াৰ শোকে খুণ্ডা মাৰি ধৰিলে। নিজেই বেমাৰী হৈ আনক পৰিচাৰ্য্য কৰিব লগা হ'ল। মলয়াৰ কথাত বাইদেৱে কোনো মন্তব্য নকৰি মলয়াক লৈ ড্ৰয়িং ৰুমলৈ আহিল। ৱালিখান তেতিয়া চিন্তাত বিভোৰ হৈ বহি আছিল। বাইদেউক দেখি খান চাহাব বহাৰ পৰা উঠি নমস্কাৰ জনালে। বাইদেৱে প্ৰতি নমস্কাৰ জনাই খানক বহিবলৈ কলে।

—আপোনাৰ কথা মই ইয়াৰ আগেও মলয়াৰ মুখে শুনিছো যদিও আজিৰ পৰিস্থিতিৰ লগত তাৰ কোনো সামঞ্জস্য নাই। মলয়াই মোক তাইৰ অভিভাৱক অৰ্পন কৰিছে যেতিয়া মোৰ আজিৰ ঘটনা প্ৰবাহত বহুতো নতুন দায়ীত্ব আহি পৰিছে। মই আপোনাক মুকলি মনেৰে দুযাৰমান কথা সুধিব বিচাৰিছো।

—আপুনি যি ইচ্ছা সুধিব পাৰে বাইদেউ। আজিৰ এই পৰিস্থিতিত মলয়াই সকলো ত্যাগ কৰি আপোনাৰ চত্ৰছায়াত আশ্ৰয় লৈছে। মলয়াই আপোনাক সম্পূৰ্ণ বিশ্বাসত লৈছে।—মোক আপুনি মলয়াৰ এটি মুদ্ৰাৰ আনটো পিঠি বুলি ভাবিব পাৰে বাইদেউ।

—তেন্তে কওঁক মি' খান আপুনি মলয়াৰ জীৱনৰ দায়ীত্ব লব পাৰিবনে? আপোনাৰ নিজৰ জাত পাত, দেশ, সম্প্ৰদায়, ভাষা, ধৰ্ম্ম, সংস্কৃতি সকলো আছে। এইবোৰ আপোনাৰ নিজা বস্তু। এইবোৰ ত্যাগ কৰিবলৈ মই আপোনাক কেতিয়াও নকওঁ। কিন্তু এজন প্ৰকৃত স্বামী হিচাবে আপোনাক সদায় মলয়াই বিচাৰিব। আপোনাৰ বিবেকে ইয়াত সম্মতি দিবনে? যদি দিয়ে তেন্তে মই এতিয়াই দুয়োকে স্বামী-স্ত্ৰী হিচাবে স্বীকৃতি দিব বিচাৰো।

—মলয়াই যেতিয়া আপোনাক মনে প্ৰাণে বাইদেউ হিচাবে মানি লৈছে সেই একে স্বৰ্ত্ততে আপুনিও মোৰ বাইদেউ।

—জীৱনত নভবা কথাওঁ যে হয় ইয়াৰ প্ৰমান মলয়া আৰু মই নিজেই। মই মলয়াক বিয়া কৰাম বুলি সপোনতো ভবা নাছিলো আৰু সেইদৰে মলযাইও। বাইদেউ, মলয়াৰ মঙ্গলৰ কাৰণে সুখৰ কাৰণে মই ত্যাগ কৰিব নোৱাৰা বস্তু নাই। পাপৰি বাইদেৱে টেবুল ক্লথৰ তলৰ পৰা এখন ব্লেড উলিয়াই তেওঁৰ বাওঁ বাহুত আচোৰ মাৰি দিলে। কিল কিল কৈ তেজ বৈ আহিল।

—চোৱা মি: খান, এইপিনে চোৱা মলযা, এই তেজত কি জাত আছে, কি ধৰ্ম্ম আছে, কি সম্প্ৰদায় আছে কব পাৰিবানে? যিমান দিনলৈকে এই শোণিত প্ৰৱাহ চলি থাকিব দেহত প্ৰাণবৰ্ত্তী থাকিব। তেজত জাত নাই, জীৱত জাত নাই. দুয়োৰে চলন্ত স্থিতিয়েই জীৱ; দৃশ্যমান জীৱ জগত। অস্তিত্বৰ চেতনা বোধেই শ্ৰেষ্ঠ জীৱ মানুহ আৰু মানৱতাবোধ সম্পন্ন মানুহেই প্ৰকৃত অৰ্থত মানুহ. অমৃতৰ পুত্ৰ। ত্ৰিলোকৰ শ্ৰেষ্ঠ জীৱ মানৱ। আপোনাৰ ব্যক্তিত্বও মই তেনে মানবৰ সন্ধান পাইছোঁ খান, ইমান সময় ৱালী খান আৰু মলয়াই অবাক হৈ পাপৰিৰ বাহুৰ পৰা নিগৰি অহা শোণিত লক্ষ্য কৰি আছিল। —মই আৱেগৰ বসৱৰ্ত্তী হৈ

এই কামটো কৰি পেলালো। ভাবিছিলো মোৰ শোণিতেৰে তোমা-লোকৰ মিলন চিহ্ন আঁকি দিম। কিন্তু এতিয়া মই অনুভৱ কৰিছোঁ সেইটো ৰালীখানৰ কাৰণে হয়তু প্ৰযোজ্য নহবও পাৰে।

—বাইদেউ, আপোনাৰ আশঙ্কাৰ কাৰণ মই বুজিছো। আপোনাৰ ব্যৱস্থা অৰ্থাৎ ইচ্ছা মই গ্ৰহণ কৰিছো।

- তেন্তে খান তুমি মোৰ প্ৰৱাহিত শোণিতেৰে মলয়াৰ শিৰত তিলক আঁকি দি স্বামীত্বৰ গুৰু দায়ীত্ব গ্ৰহণ কৰা। মই তোমালোকক আশীৰ্ব্বাদ দিম। ৰালীখানে মন্ত্ৰৰ দৰে সেই কাম কৰি পেলালে। মলয়াই ৰালীখানক আঠুলৈ সেৱা জনালে। তাৰপিচত দুয়ো বাইদেউৰ ভৰিত পৰি সেৱা কৰিলে। পাপৰি বাইদেৱে হিয়া ভৰি আশীৰ্ব্বাদ দিলে। ভাত পানী খাই পাপৰি বাইদেউক লৈ তিনিও টেক্সী এখনত উঠি সত্য শৰ্ম্মাৰ অফিছ পালে। মলয়াই পাপৰি বাইদেউৰ ঘৰত তাৰা ভাৰীকৈ দুখন চিঠি লিখিছিল। প্ৰথমখন প্ৰশান্তলৈ আৰু ২য়খন মাকলৈ। মাকৰ চিঠিখনৰ লগত চল্লিশ হেজাৰ টকাৰ প্ৰাপ্তি ৰছিদখন ভৰাই বন্ধ কৰি পাপৰি বাইদেউৰ হাতত দি মলয়া-ইঁতৰ ওচৰৰ সহপাঠী বিমলা ফুকনৰ হাতত দিবলৈ অনুৰোধ কৰিলে। পাপৰিয়ে এই দায়ীত্ব লব বুলি মলয়াক আশ্বাস দিলে। সত্য শৰ্মাৰ অফিছৰ পৰা গাড়ী পোনে পোনে ডি চি অফিছলৈ এৰি দিলে। ডি চি অফিছৰ সম্মুখত গাড়ী ৰ'ল। খানে ভাড়া দি গাড়ী এৰি দিলে। আধা ঘণ্টাৰ ভিতৰত মলয়া আৰু ৰালী খানৰ বিয়া ৰেজিষ্টাৰ হৈ গ'ল। ডি-চি অফিছৰ সম্মুখত ৰৈ থকা টেক্সী এখনত উঠি পাপৰি বাইদেউক কলেজত এৰি ৰালী খান আৰু মলয়া পাইনউড্ হোটেললৈ গাড়ী ঘূৰালে। দুপৰীয়াৰ আহাৰ তাতে কৰিলে। পাপৰি বাইদেউৰ ঘৰত খোৱা লোৱাৰ ব্যৱস্থা কৰিছিল যদিও সঁচা কথা কবলৈ গলে এজনৰো ভালকৈ খোৱা নহ'ল। নানা চিন্তাই সিহঁতক ক্ষুধাহীন কৰিছিল। ... .... .... ... .... ... ...

সত্য শৰ্ম্মাক বিদায় দি মলয়াই বিচনাত পৰি কান্দিব ধৰিলে। এনেতে ৰাতিটো আহি ওলালহি। আনফালে প্ৰশান্ত বাবু ডেউকা ভঙা কপৌৰ দৰে অফিছৰ পৰা দুখে বেজাৰে মেছ পালে। মেছত তেতিয়াও কোনো আহি পোৱা নাছিল। কাপোৰ কানি বদলি কৰি মুখ হাত ধুই পোনে পোনে বিচনা ললে। বৈশ্য মেছ পোৱাত বেছ কিছু দেৰি হ'ল। বৈশ্যই তাৰাতাৰি প্ৰশান্ত-হঁতক একোকাপ চাহ আৰু লগত শুকান ৰুটি দি ভাত ৰন্ধা কামত লাগিল। চাহৰ কাপ নিবলৈ প্ৰশান্তৰ ৰুমত আহোতে বৈশ্যক প্ৰশান্তৰ কাৰণে চাউল দিব নেলাগে বুলি আগতীয়াকৈ জনাই দিলে। বৈশ্যই কোনো উত্তৰ নিদি কাপপ্লেট লৈ পাকঘৰ পালে। ৰন্ধা বঢ়া শেষ হোৱাত গতানুগতিক প্ৰথাৰে প্ৰথম ৰুমলৈ গৈ— 'ভাত খাবলৈ আহক' বুলি মাতি আকৌ পাকঘৰত সোমাল। প্ৰশান্তৰ বাহিৰে বাকী তিনিজন পাকঘৰ পালে। ভাতৰ পাটত বহি প্ৰশান্তৰ কাৰণে সিহঁতে অপেক্ষা কৰিলে। বৈশ্যই প্ৰশান্তই ভাত নেখাই বুলি সিহঁতক জনালত বন্ধুৱাহতেঁ ভাত খোৱাত ব্যস্ত হ'ল। বৈশ্যই প্ৰশান্ত আৰু তাৰ থালত ভাত বাঢ়ি ৰাখিলে। বন্ধুৱা, শইকীয়া বড়াইত ওলাই যোৱাত বৈশ্যই প্ৰশান্তৰ ওচৰলৈ গৈ লেপখন গুচাই কানে কানে কলে, প্ৰশান্ত বাবু, আপোনাৰ এটা জৰুৰী খবৰ আছে। পাকঘৰলৈ আহকচোন। ভাত বাৰু খাব নেলাগে। ভাত সদায় খায়ে আছে। এদিন নেখালে একো নহয়। প্ৰশান্তই বুজিলে বৈশ্যই নিশ্চয় আজিৰ ঘটনাৰ কিবা গোন্ধ পাইছে। তাৰ সত্তাক উপেক্ষা কৰিব নোৱাৰি লেপৰ তলৰ পৰা ওলাই পাকঘৰ পালে। বৈশ্যই সজাই থোৱা থালখন প্ৰশান্তলৈ আগুৱাই দি—খাওঁক প্ৰশান্ত বাবু নেখাইতো মৰিব নোৱাৰি। খুব সম্ভৱ আপুনি সেই দুৰ্ঘটনাটোৰ কথা জানিছে। মই ডেৰমান বজাতে ঘানাক্ ঘুনুক্ কৈ কথাটো শুনিলোঁ৷ কিন্তু বিশ্বাস কৰিব টান পাইছিলো। আমাৰ তালুকদাৰ ডি চি অফিছলৈ ডাক

দিবলৈ গৈছিল। তাতেই সি খবৰটো পালে এঘাৰ মান বজাতে বোলে সেই কাবুলীৱালা পাঠানটোৰ লগত তাইৰ চিভিল মেৰেজ হৈ গ'ল। চালা হাৰামজাদাক মই বহুদিন আগতেই খটম কৰি দিব খুজিছিলো। আপুনিহে মহাত্মা গান্ধী ওলাল। এতিয়া ছাওঁক পাষণ্ডই কি কাণ্ড কৰিলে। জনা বুজা ছোৱালী মলয়াইনো বাৰু আপোনাৰ দৰে সুদৰ্শন পুৰুষ এজনক নেওঁছি সেই লোম লোম বৰ্জিত পাঠানজনক জীৱনটো সপি দি সাত পুৰুষ নৰকলৈ পঠাব লাগেনে? — হায় নাৰী, তুমি কি ছলনাময়ী, তোমাৰ মহিমা অপাৰ!

— বৈশ্যদা সেইবোৰ যোৱা কথা কৈ লাভ নাই। মানুহৰ শক্তিৰ বাহিৰত বহু কথাই থাকে বৈশ্যদা। নহলে মানুহে ভগৱান নামৰ এটা অদৃশ্য শক্তিৰ অস্তিত্ব কেতিয়াও স্বীকাৰ নকৰিলেহেতেন। মলয়া মলয়াৰ মাক বা পাঠানজন আজি আমাৰ চকুত দোষী যেন লাগিলেও তেওঁলোকেও পৰিস্থিতিৰ তাগিদাতহে তেনে হব লগা হৈছে। হয়তু কোনোবা অদৃশ্য হাতৰ পৰশে তেওঁলোকক তেনে পৰিস্থিতিৰ সন্মুখীন কৰাইছে য'ৰ পৰা সাধাৰণ মানুহৰ কিয় মহান ব্যক্তিসকলৰ আনকি দেৱতাবো ঘূৰি অহা সম্ভৱ নহ'ল। দুয়ো ভাত খোৱা শেষ কৰিলে। বৈশ্যই আৰু কোনো কথা নকলে। তাৰ নিজৰ জীৱনটোৰ কথাকে ভাবিলে। দুয়ো বিভিন্ন চিন্তাৰে গৈ নিজ নিজ বিচনাত পৰি জীয়াই থকাৰ সম্বল হিচাবে নিদ্ৰা দেৱীক আহ্বান কৰিলে। কিয়নো সু নিদ্ৰাই শান্তি। অনন্ত নিদ্ৰাই চিৰ শান্তি।

—●—

## ।। এঘাৰ ।।

বস্তু বাহিনী খিনি বাছৰ ওপৰত তুলি দি প্ৰশান্তই চিগাৰেট এটা জ্বলাই বাছত বহিল। বাছ চলাৰ আগতে চিগাৰেটটো শেষ কৰিব লাগিব। এনেতে ড্ৰাইভাৰ আহি গাড়ীত উঠিল। মাজৰ এইখিনিত কেইজনমান মানুহ উঠাই লৈ কণ্ডাকটৰে গাড়ী এৰিবলৈ সংকেত দিলে। প্ৰশান্তই চিগাৰেটটো বাহিৰলৈ পেলাই দি ৰুমালেৰে মুখখন মুচি ললে। গাড়ী চলিল। এটা যুগৰ পিছত প্ৰশান্তই এয়া শিলং এৰিছে। প্ৰশান্তৰ চকু দুটা অজানিতে পানীৰে ভৰি পৰিছিল। সি গাড়ী খানাত বাছ ৰাখোতে ছিলা পৰিষদ অফিচৰ চাইনবোৰ্ডখনৰ আখৰ কেইটা পঢ়িব নোৱাৰাতহে তাৰ চেতনা আহিল। তাৰ চকু পানী কিয় ওলাইছে, সি নিজেই বুজিব নোৱাৰিলে। তাৰ শিলঙৰ প্ৰতি কোনো মমতা বৈ থোৱা নাই। বৰং সোনকালে শিলং এৰাৰ কাৰণেহে সি যত্ন কৰিছিল। আজি পাচ দিন আগতেই তাৰ শিলঙৰ মায়া চিডি গৈছে। অৱশ্যে অনিচ্ছা স্বত্বেও সি থোৱা এটা যুগৰ জমা খৰছৰ বহিতো মেলি ললে। এৰা, শিলঙে তাক বহুতো দিছে। উচ্ছ শিক্ষা, জীৱিকা, মান সন্মান গুৱাহাটী যেন চহৰত দুকঠা মাটি আনকি এসপ্তাহ আগলৈকে মলয়াৰ অকপট ভাল-পোৱা। কিন্তু সি আজি হিচাব নিকাচ কৰি দেখিলে সি শিলঙলৈ

আহিছিল এক দুৰ্ব্বাৰ আশাৰে এটি নতুন পুলকেৰে আৰু আজি উভতিছে এক নিৰাশাৰ বোজাৰে। জীৱনটো যেতিয়া এটা পৈন্য দ্ৰব্য নহয় ইয়াত লাভ লোকচানৰ প্ৰশ্ন নাহে আহে সুখ দুখৰ, আনন্দ বিষাদৰ! তাৰ ৰোমন্থনৰ গতি গাড়ীৰ গতিৰ লগতে দ্ৰুত হয়....।

... .... .... .... .... .. .... . . .. . . . . ...

সত্য শৰ্মাৰ পৰামৰ্শনুযায়ী প্ৰশান্ত দুদিনৰ কাৰণে ঘৰত সোমাই পাট মুগাৰ কাপোৰ কেইযোৰ লৈ মাকক সেৱা জনাই বিদায় লৈ নতুন চাকৰিত জইন কৰিবলৈ ৰাওনা হ'ল। ঘৰত থকা দুটা দিনত মাকে প্ৰশান্তক বিয়াৰ কথা কৈ কৈ কান ঘোলা কৰিলে। ডেকা লৰাক বিয়াৰ কথা কলে মনে আনন্দ পোৱাতো স্বাভাৱিক কথা। কিন্তু আজি প্ৰশান্তৰ বিয়াৰ আলোচনা তাৰ কাৰণে কঁটা ঘাঁত টেঙা দিয়াৰ দৰে জ্বালাদায়ক হ'ল। সি মাকৰ ওচৰত খুব সংযমেৰে আলোচনা কৰিছিল। যাতে মাকে অন্তৰত দুখ নেপায়।

—তোৰ বিয়াখন এইবাৰে পাতিব লাগে প্ৰশান্ত, অন্ততঃ মোৰ মুখৰ ফালে চাই তই আপত্তি নকৰিবিছোন। আমাৰ দৰে মানুহে সকলো জঞ্জাল মাৰি কেতিয়াও বিয়া পাতিব নোৱাৰে। এটাৰ পিছত এটা আহিবই। ইয়াৰ মাজতে দৰ্কাৰী কামবোৰ কৰি যাব লাগিব। বিয়া যেতিয়া কৰাবই লাগিব উপযুক্ত বয়সত কৰোৱাই ভাল। আনহাতে মোৰো যথেষ্ট বয়স হ'ল। কলিৰ যুগৰ মানুহ। কোন দিনা চকু মুদো ঠিকনাই নাই। জীয়াই থাকোতে নাতি-নাতিনীৰ মুখ দেখি যাব পাৰিলে কিজানি অলপ পূণ্যই হয়। আৰু এটা কথা বোপা, যদি তোৰ কৰবাত চাই থোৱা কন্যা আছে তেন্তে খুলি কবি। তোৰ ভালেই মোৰ ভাল। মোৰ কোনো আপত্তি নাই। আমি গৈ তাতে ছোৱালী ধৰিম। প্ৰভাত জ্যোতিষীয়ে কোৱামতে তোৰ হেনো বিয়া নামিছে। গতিকে বিয়াত হয়ভৰ দে। প্ৰশান্তই মাকক ছোৱালী চাবলৈ দি

নতুন চাকৰিত জইন কৰি এমাহৰ ছুটি লৈ বিয়া পাতিব আহিব বুলি কৈ মাকক শান্তনা দি ডিব্ৰুগড়লৈ গুচি গ'ল।

আবেলি পাচমান বজাত ডিব্ৰুগড় পালে। মটৰ ষ্টেচনৰ ওচৰৰ হোটেল এখনত চাহ একাপ খাই পইচা দিবৰ সময়ত মেনেজাৰক প্ৰখ্যাত চাহ খেতিয়ক মানিক বৰুৱা চাহাবৰ ঘৰৰ ঠিকনা সুধিলে। সি প্ৰশান্তৰ মুখৰ পৰা ভৰিলৈ চাই লৈ প্ৰশান্ত ক'ৰ পৰা আহিছে, মানিক বৰুৱা তেওঁৰ কিবা হয়নেকি সুধিলে। প্ৰশান্তই যথাযথ উত্তৰ দিলে। সি শ্বিলঙৰ পৰা আহিছে আৰু বৰুৱা চাহাব তাৰ একো নহলেও বৰুৱা চাহাবৰ শ্বিলঙত থকা ইঞ্জিনীয়াৰ খুলশালিয়েকৰ চিনাকী। বৰুৱা চাহাবৰ লগত বিশেষ কাম আছে। মানুহজন প্ৰশান্তৰ কথাবতৰাত সন্তুষ্ট হোৱা যেন লাগিল। তেওঁ বহাৰ পৰা উঠি আহি প্ৰশান্তক বৰুৱা চাহাবৰ ঘৰলৈ কোন ৰাস্তাৰে যাব লাগে বুজাই দিলে। সেই ছেগতে হোটেলৰ বাৰাণ্ডাত কুলিয়ে থৈ যোৱা বেডিং আৰু ট্ৰাঙ্কটো 'কিছু সময়ৰ কাৰণে তেওঁৰ হোটেলত ৰ'খি বৰুৱা চাহাবৰ ঘৰৰ পৰা আহি পৰা যাব নেকি'? ডেকা মেনেজাৰে সন্তোষেৰে বস্তু দুইপদ ৰাখি যাব পাৰিব বুলি প্ৰশান্তক জনালে। প্ৰশান্তই ভি-আই পিটো হাতত লৈ ৰৈ থকা ৰিক্সা এখনত উঠি মানিক বৰুৱা চাহাবৰ পদূলি পালে। ৰিক্সাৱালাক বিদায় দি প্ৰশান্ত ভি-আই পিটো হাতত লৈ বৰুৱা চাহাবৰ হাউলীৰ গেট খুলি ফুলৰ বাগানত কাম কৰি থকা মানুহজনক বৰুৱা চাহাব ঘৰত আছেনেকি সুধিলে। এনেতে শকত আৱত মানুহ এজনী ওলাই আহি প্ৰশান্তক কাক বিচাৰিছে সুধিলে। উত্তৰটো একে আষাৰে দিবলৈ প্ৰশান্ত অলপ অপ্ৰস্তুত হ'ল। সি কাক বিচৰা বুলি ক'ব,-এইটো ইঞ্জিনীয়াৰ প্ৰদীপ বৰুৱাৰ ভিন্‌দেউয়েৰৰ ঘৰ নহয়নে? হয়। আপুনি কৰ পৰা আহিছে? — খিলঙৰ পৰা। প্ৰশান্তক মানুহজনীয়ে ভৰিৰ পৰা মুৰলৈকে চাই লৈ ভিতৰলৈ মাতি নি ড্ৰয়িংৰুমত বহুৱালে। মানুহজনীয়ে নিজকে

প্ৰদীপ বৰুৱাৰ বাইদেউ বুলি চিনাকী দিলে। প্ৰশান্তই নমস্কাৰ জনালে। প্ৰশান্তক খন্তেক বহিবলৈ কৈ তেওঁ ভিতৰলৈ গ'ল, তিনি চাৰি মিনিট পিচত আকৌ সোমাই আহি সন্মুখৰ চোফাখনত মুখা মুখীকৈ বহি ললে। প্ৰশান্তই নিজেই আৰম্ভ কৰিলে মই এটা বিশেষ কাম লৈ আপোনালোকৰ ঘৰলৈ আহিব লগা হলো। মোৰ আচল ঘৰ শোৱালকুছিত। মোক আপোনাৰ ভায়েক বৰুৱা চাহাবে চিনি পায়। তেখেতে মোক চাৰি যোৰা পাট কাপোৰৰ অৰ্ডাৰ দি চাৰি হেজাৰ টকাও অগ্ৰিম দিছিল। কিন্তু হঠাৎ মই এটা সমস্যাত পৰিলোঁ। এই মাহৰ দহ তাৰিখৰ ভিতৰত খুনছাত গৈ নতুন চাকৰি এটাত জইন কৰিব লাগে। আনহাতে আপোনাৰ ভায়েক ভৰত ভ্ৰমনৰ পৰা ঘূৰি আহিব বাৰ তাৰিখেহে। ভাগিনীয়েকৰ বিয়াও হেনো এই মাহতে। মই উপায়ান্তৰ হৈ নিজে কাপোৰখিনি দি থৈ লেঠাটো মাৰি যোৱাই ভাল ভাবি বাটতে সোমালো। প্ৰশান্তই কোটৰ পকেটৰ পৰা ভি-আই-পিৰ চাবিকোছা উলিয়াই ভি-আই পিটো খুলি কাপোৰৰ পেকেটটো টেবুলত ৰাখিলে। –কাপোৰখিনি চাইমেলি মোক সোনকালে বিদায় দিয়ক। মিচেছ বৰুৱাই কাপোৰখিনি ওপৰে ওপৰে চাই আকৌ কাপোৰখিন কাগজৰ খোঙাত সোমোৱাই টেবুলৰ ওপৰত ৰাখি —কাপোৰ ভালেই বহু কৰি নিজে লৈ অহাৰ কাৰণে অশেষ ধন্যবাদ। এনেতে চাহ মিঠাই লৈ কাম কৰা ছোৱালীজনী সোমাই আহিল। বৰুৱানীয়ে প্ৰশান্তক চাহ মিঠাই খাবলৈ কলে। বাহিৰত গাড়ীৰ হৰ্ণ শুনা গ'ল। আপুনি অলপ বহক, তেখেতো আহি পাইছে। খন্তেক পিচতে গপ্ গপাই সোমাই আহিল স্বয়ং মানিক বৰুৱা। প্ৰশান্ত বহাৰ পৰা উঠি নমস্কাৰ জনালে।

—বহা- বহা। মই অলপ ওলাই গৈছিলোঁ। মিচেছৰ মুখৰ পৰা এইমাত্ৰ তোমাৰ কথা শুনিলো।

—তোমাৰ আচল ঘৰ ক'ত ?

—মোৰ ঘৰ শোৱালকুছিত।
—তোমাক বয়সত কম কাৰণেই তুমি সম্বোধন কৰিলো বেয়া নেপাবা। তুমি মোৰ খুলশালিৰ বয়সৰ। তোমাৰ ঘৰত কোন কোন আছে?
—একমাত্র মা। মোৰ জন্মৰ দুবছৰ পিচতেই যেনো দেউতা ঢুকাইছে?
—তোমাৰ নামটো কি আছিল?
—প্রশান্ত কাকতি।
—শ্বিলঙতে চাকৰি কৰা নহয়?
—হয় কৰিছিলো। এতিয়া আজি এসপ্তাহ আগতে সেই চাকৰি এৰিলো। এতিয়া খুনছাত গৈ দহ তাৰিখে নতুন চাকৰিত জইন কৰিব লাগে।
—এতিয়া কি হিচাবে জইন কৰিবা?
—পৰিসংখ্যা পৰিদর্শক হিচাবে।
—আজি সাত তাৰিখহে, আৰু তিনি দিনেই বাকী আছে। আজি তুমি আমাৰ ইয়াতে থাকি যোৱা।
—বস্তু বাহিনিবোৰ যেতিয়া হোটেলতে এৰি আহিছো ৰাতিটো তাতে থাকি পুৱাই যাম বুলি ভাবিছো।
—তুমি মোৰ গাড়ীখনত গৈ হোটেলৰ পৰা বস্তুবোৰ লৈ আহা বুলি বৰুৱাই ড্রাইভাৰক মাতি গাড়ী পঠাই দিলে। প্রশান্তই বস্তুখিনি গাড়ীত উঠাই পুনৰ বৰুৱা চাহাবৰ হাউলি পালে। বাহাদুৰে বৰুৱা চাহাবৰ নির্দ্দেশ মতে বস্তুখিনি নি আলহি ৰুমত ৰাখিলে। বাহাদুৰে প্রশান্তক মুখ হাত ধুবলৈ বাথৰুমলৈ লৈ গ'ল। প্রশান্তই কাপোৰ কানি সলাই ললে। খন্তেক পিচত মিচেছ বৰুৱা সোমাই আহি
—এইখনেই তোমাৰ বিচনা হব, শোৱা। তোমাৰ নিশ্চয় ভাগৰ লাগিব পায়। খাবৰ সময়ত বাহাদুৰৰ দ্বাৰা মতাই দিম। প্রশান্তই হব মাহীদেউ বুলি শলাগি থ'লে। অলপ পিচতে তেখেতে কেইখনমান বাতৰি কাকত লৈ আহি প্রশান্তৰ টেবুলত থলে। প্রশান্ত তেতিয়াও

বহিবেই আছিল। ভাত সোনকালেই হব। ইচ্ছা কৰিলে কাগজকে পঢ়িব পাৰা।

—এৰা মই সোধো বুলি সুধিব পাহৰিলো। তোমাক আৰু কিমান টকা দিব লাগিব?

—ধৰক ডেৰ হেজাৰ। মাহীদেউ বেয়া নেপাই যদি আপোনাক এযাৰ কথা সোধো।

—সোধা বোপা, তুমিনো মই বেয়া পোৱা কথা কি সুধিবা?

—আপোনাৰ কথাৰ পৰা মোৰ অনুমান হৈছে কাপোৰ কেইযোৰা যেন আপোনাৰ পচন্দ হোৱা নাই। কাপোৰৰ বিষয়ে বিশেষ কোনো মন্তব্যই নকৰিলে। মাহীদেউ যদি আপোনাৰ পচন্দ হোৱা নাই মই কাপোৰ ঘূৰাই লম আৰু পইছা ঘূৰাই দিম। মই বহুতো মানুহৰ ওচৰত কাপোৰ দিছো কিন্তু আপুনি সেইবোৰৰ ব্যতিক্ৰম। বিনাবাক্যে কাপোৰ ৰাখি কাপোৰৰ বিষয়ে একো মন্তব্য নকৰি মোক আপুনি অপদস্ত কৰা যেনহে লাগিছে। বিক্ৰিদাৰবো যে এখন অন্তৰ আছে মিছেছ বৰুৱাই আজিহে অনুভৱ কৰিব পাৰিলে। চকু চলচলীয়া কৰি আচলৰে মচি ওচৰতে থকা চকীখনত বহি চিন্তাত অৱস দেহটো ৰাখিলে।

—তোমাক কি লুকাম বোপা, তুমি যিকেই ধৰিছা। তুমি অনা কাপোৰবোৰ মোৰ কাৰণে জ্বলা জুইত ঘি ঢলাৰ দৰে হ'ল। এই কাপোৰৰ অৰ্ডাৰ দিছিলো আমাৰ একমাত্ৰ ছোৱালী মুনমীৰ বিযাৰ কাৰণে। অহা বিশ তাৰিখে তাইৰ বিয়াৰ দিন আছিল। কিন্তু আমাৰ দুৰ্কপাল লৰাজনে কেইদিনমান আগতে অন্য ছোৱালী এজনীক বিয়া কৰালে। তুমি মোৰ ভাইটীৰ বন্ধু অথবা পৰিচিত লোক। মোৰ এই মৰ্মান্তিক দুখৰ কথা প্ৰকাশ কৰিবলৈ দ্বিতীয়জন উপযুক্ত লোক ইয়াত নাই। কিয় জানো এদিনৰ চিনাকীয়ে তোমাৰ প্ৰতি আপোন আপোন ভাৱ হৈছে। সেয়ে মনৰ কথা প্ৰকাশ

কৰি অলপ সকাহ পাইছো। —দুখ নকৰিব মাহীদেউ জন্ম, মৃত্যু আৰু বিবাহ বোলে মানুহৰ ইচ্ছাধীন নহয়। দুদিন বেয়া লাগিব, দুখ লাগিব। সময়ৰ সোঁতে সেই দুখ বেদনাবোৰ উটুৱাই লৈ সমুদ্র পোৱাব। তাত জানো আপোনাৰ এই সুখ দুখৰ অস্তিত্ব বিচাৰি পাব?

—লৰাজন অত্যন্ত সৎ চৰিত্র আৰু দেখনিয়াৰ আছিল। সকলো ফালৰ পৰা উপযুক্ত। দুয়োখন ঘৰৰে এই বিয়াখন সমাপন কৰিবলৈ খুব ইচ্ছা আছিল কিন্তু তুমি কোৱাব দৰে ভগৱানে সেইটো নিবিচাৰিলে। মূনমীৰ দেহ মন দুদিনতে ভাঙি পৰিছে। দুই তিনিবাৰ সেই ডেকাজন আমাৰ ঘৰলৈ আহিছিল। দুয়োৰে কথা বতৰাত সৌহৃদয়ত্ব গঢ়ি উঠিছিল। শেষলৈ ভাৱৰ আদান প্ৰদানো হয়তু হৈছিল। আশা ভঙ্গ হলে সকলোৰে বেয়া লাগে। ৰবা বোপা তোমাক তাইৰ লগত পৰিচয় কৰাই দিও। মিচেছ বৰুৱা ভিতৰলৈ গ'ল। সেই ফাকতে প্ৰশান্তৰ মন আকাশৰ মেঘমলাৰ পৰ্দা ঠেলি ভুমুকি মাৰিলে পাইনেৰে ভৰা শ্বিলং চহৰলৈ আৰু শেষত এটা নিৰ্দ্দিষ্ট বিন্দুত ৰ'লগৈ পঢ়ুলি মুখত মলয়, সুন্দৰকৈ থাক্ থাক্‌কৈ কটা হেজ গছৰ ফেন্‌চিঙৰ ওপৰেৰে দেখা তাইৰ সেই চিৰ পৰিচিত মুখখন! ধেৎতেৰী নেভাবো বুলিও আকৌ মলয়াৰ কথাই ভাবিছো। এতিয়া মলয়াৰ কথা ভবা জানো উচিত। তাই ৱালী খানৰ ধৰ্ম পত্নী। মাতৃবৎ পৰদ্বাৰেস্থু। মলয়াৰ মধুৰ স্মৃতি তাৰ মনলৈ অহাটো কেতিয়াও পাপ হব নোৱাৰে। সিতো ৱালীখান আৰু মলয়াৰ বৈবাহিক জীৱনৰ অন্তৰায় হব খোজা নাই। তাৰ কেতিয়াও পাপ হব নোৱাৰে। পাপ পূণ্যৰ সংজ্ঞাও সমাজ পৰিবৰ্ত্তনৰ লগতে পৰিবৰ্ত্তনশীল। স্বৰ্গলৈ সোণৰ জখলা বনাই দিব খোজা ভক্তৰ পূণ্যাই বা কিমান হব? এটা প্ৰশ্নই প্ৰশান্তক বাৰে বাৰে আমনি কৰিছে। মলয়াৰ এই নাটকীয় সিদ্ধান্ত মাক আৰু ভনীয়েকসকলৰ

প্ৰতি চৰম ত্যাগ নে প্ৰশান্ত কাকতিৰ প্ৰতি চৰম প্ৰৱঞ্চনা ???
প্ৰশান্তই মলয়াক আজি সুদীৰ্ঘ ছয় বছৰে লগ পাই আহিছে। তাইৰ দৰে সংযত বিনম্ৰ চিন্তাশীল চৰিত্ৰবান ছোৱালী বৰ্ত্তমান সমাজত কেইজনীয়েইবা আছে। এই বৈশিষ্টতাৰ কাৰণেই প্ৰশান্ত মুগ্ধ হৈছিল মলয়াৰ প্ৰতি। তাই এদিন লেডী হাইডোৰী পাৰ্কত ফুৰোতে কোৱা 'আদৰ্শ আহুকলীয়া বস্তু" কথাষাৰ তাইৰ নিজৰ জীৱনতে খাটি গ'ল। অৱশ্যে তাই মোৰ সমালোচনাৰ উৰ্দ্ধত। এনেতে মুনমীক লৈ মাক প্ৰশান্তৰ ওচৰ পালে। প্ৰশান্তই নিজক সংযত কৰি ললে। সি কেনে অভিনয় কৰিব লাগিব তাক সময়েহে কব।

—এয়া প্ৰশান্ত কাকতি। মুনমীয়ে নমস্কাৰ জনালে। প্ৰশান্তইও।

—আৰু এয়া আমাৰ একমাত্ৰ ছোৱালী মুনমী। বোধহয় তুমি ইতিমধ্যে অনুমান কৰিব পাৰিছা।

—বহা মুনমী। তুমি বেয়া নেপাবা, বয়সৰ জেষ্ঠতাৰ খাতিৰতে তোমাক নাম ধৰি মাতিলো।

মুনমীয়ে উত্তৰ দিবলৈ নৌপাওঁতেই মাকে তুমি ঠিকেই কৰিছা বোপা বুলি সমিধান দিলে।

—মুনমী তুমি ভাত হোৱালৈকে প্ৰশান্তদাৰ লগত কথা পতা, মই পাকঘৰত দিহা দিওগৈ—বুলি মুনমীৰ মাক ওলাই গ'ল।

—তোমাৰ বোলে গা সিমান ভাল নাই মুনমী ?

- তেনে কোনো অসুখ হোৱা নাই। মাই অলপ বেচি কয়।

—আপোনাৰ মা-দেউতা, ভাই-ভনী আছে নহয় ?

—হয়। মা আছে, দেউতা আছিল আৰু বাকীবোৰ শূন্য।

—প্ৰশান্তদা, আপুনি দেখিছো উত্তৰবোৰ পৰীক্ষাত দিয়াৰ দৰে দিছে।

—এৰা মুনমী, কোনোৱা কবিয়ে কোৱা নাছিল জানো জীৱনত পৰীক্ষা মূহুৰ্ত্তে মূহুৰ্ত্তে হয় বুলি। তুয়ো হাঁহে।

—তাৰ মানে আপোনাৰ ঘৰত মা অকলে আছে?

—এৰা, মাৰ সেইটোয়েই প্ৰধান আপত্তি। মাই ডেকা বয়স অকলে কটালে এতিয়া বুঢ়া বয়সত লগ লাগে। ঘৰলৈ যাবই নোৱাৰি— খালি বোৱাৰীয়েক লাগে। যেনিবা বোৱাৰীয়েক আনিলোৱেই, বোৱাৰীয়েক জানো শাহু আইৰ হাত ধৰি হৈ থাকিব? নে মই বান্দৰ নচুৱাহঁতৰ দৰে টালি টোপোলা বান্ধি চহৰে চহৰে ঘূৰি ফুৰিম। প্ৰশান্তৰ কথা শুনি গোমা হৈ থকা মুন্‌মীৰ মনটো খন্তেকৰ কাৰণে হলেও পাতলিল।

—আপোনাৰ কাৰণে নহলেও অন্ততঃ মাকৰ কাৰণে হলেও সোনকালে বিয়াতো কৰাওঁক প্ৰশান্তদা।

—এৰা, এইবাৰ কিন্তু চাৰা চাৰি নাই। যাকে য'ত পাওঁ সুবিধা বুজি বিয়া সোমাব নেকি সুধিম। তিনি দিনৰ মূৰত মুনমীৰ এয়া প্ৰাণ খোলা হাঁহি। পাকঘৰৰ পৰা মুন্‌মীৰ মাকে জীয়েকৰ হাঁহি শুনি নিজৰ মনটো ভাল লাগিল। এক মহুত্ত ডুগৰাকী সুদক্ষ ভাৱৰীয়া।

—আপুনি বৰ আচৰিত মানুহ প্ৰশান্তদা। কথাবোৰ ইমান সহজ অথচ প্ৰাণস্পৰ্শী ভাৱে কব পাৰে। জীৱনটো যেনে ভাৱে লোৱা তেনেভাৱেই পাবা মুন্‌মী। লাগে মাথোন বহল অন্তৰ আৰু উপলব্ধি। বৰ বেছি চিৰিয়াছ হৈ জীৱনটোক কষ্ট দিয়া উচিত নহয়। মহাভাৰতৰ সুপ্ৰসিদ্ধ বীৰ তৃতীয় পাণ্ডৱ অৰ্জুনো কুৰুক্ষেত্ৰ যুদ্ধত স্বজনৰ বিৰুদ্ধে অস্ত্ৰ ধৰিব লগা হোৱাত 'চিৰিয়াছ' হৈ গাণ্ডীব পেলাই থৈছিল। কিন্তু চতুৰ শ্ৰীকৃষ্ণই কি বুজালে জানা—"তুমি কাক মাৰিবাহে সখী! তোমাৰ হাতত মৰিব লগা সকল দেখো আগতেই মৃত। তোমাক মৰাৰ অধিকাৰ কোনে দিলে। তুমি মাথোন নিমিত্তহে। অৰ্জুনৰ মোহান্ধতাত অতিষ্ঠ হৈ ভগৱান কৃষ্ণই অৰ্জুনক মুখ মেলি বিশ্বদৰ্শন কৰালে। তেতিয়াহে অৰ্জুন কৰ্ত্তব্যত ব্ৰতী হ'ল। সেইদৰে তুমি আমিনো

কৰো, বুলি কি কৰিব পাৰো? বৰ ৰেছি বায়ুমণ্ডলত এটা নগন্য ঢৌ বা কম্পন তুলিব পাৰো। সেই কম্পন বা ঢৌৱে বা কিমান সময় ৰব? সি আকৌ বায়ু মণ্ডলতে নিঃচিহ্ন হৈ মিলি যাব।

—প্ৰশান্তদা, আপোনাক হঠাৎ লগ পাই জীৱনত নোপোৱা পোহৰৰ সন্ধান পালো। আপুনি সচাঁকৈয়ে প্ৰশান্ত! আপুনি বোলে কাইলৈ যাব প্ৰশান্তদা।

—এৰা যাব লাগিব।

—কলৈ যাব প্ৰশান্তদা?

—সুদূৰ অৰুণাচললৈ। হঠাৎ মুনমীৰ চকু দুটা ধহল হৈ উঠিল। আই মনৰ সমতা হেৰুৱাই পেলালে।

—অৰুণাচললৈ যাব প্ৰশান্তদা?? তালৈ গলে বোলে ভাল মানুহ পাগল হৈ যায়।

—হয় নেকি? তেন্তে বৰ ভাল কথা। মোৰ দৰে বেয়া মানুহ তালৈ গলে জ্ঞানী, গুণী ভাল মানুহ হব পাৰিম। জীৱিকা নিৰ্ব্বাহৰ লগতে জ্ঞনো অৰ্জন কৰিব পাৰিম। এনেতে গপ গপাই সোমাই আহিল বৰুৱা চাহেব।

—অ তোমালোকে কথা পাতিছা। ভাল বাৰু মই পিছে পৰে কথা পাতিম। বৰুৱা চাহাব ওলাই যোৱাৰ পিছতেই বাহাদুৰ আহি ভাত দিছে বুলি জনালে। দুয়ো উঠিল। মুনমীৰ পিছে পিছে প্ৰশান্ত গৈ ডাইনীং ৰুম পালে। মেহগনি কাঠৰ বিৰাট ডাইনিং টেবুলখনৰ সন্মুখত মাক জীয়েক আৰু প্ৰশান্ত বহিল। হাত মুখ ধুই আহি মানিক বৰুৱা প্ৰশান্তৰ ওচৰৰ চকীখনত বহি প্ৰশান্তক আৰম্ভ কৰিবলৈ কৈ নিজে খোৱাত ব্যস্ত হ'ল। বাৰে বৰণীয়া ব্যঞ্জনেৰে আধা ঘণ্টা ধৰি খোৱা পৰ্ব্ব চলিল। খোৱা টেবুলতে মানিক বৰুৱা চাহাবে প্ৰশান্তৰ সকলো খবৰ চমুকৈ ললে। প্ৰশান্তৰ বিয়াৰ বিষয়েও কথা পাতিলে। কম সময়ৰ ভিতৰতে প্ৰশান্তৰ মাৰ্জিত ব্যৱহাৰে মানিক বৰুৱাৰ সকলোটি

পৰিয়ালকে যথাযথ ভাৱনাত সন্তুষ্টি দিব পাৰিছিল। সেয়ে বিচনাত পৰি প্ৰত্যেকজন ব্যক্তিয়ে এনেটি সুখ একেটি চন্দ অনুভৱ কৰিছিল।

বাণ্ডিপুৰা প্ৰশান্তই চাহ জলপান খাই ৰাস্তালৈ গৈ ৰিক্সা বিচাৰিলে। ভাগ্য ভাল আছি থকা খালি ৰিক্সা এখন পাই বাছ ষ্টেচনলৈ যাব লাগে বুলি বৰুৱা হাউলিৰ ভিতৰলৈ লৈ আহিল। প্ৰশান্তই বিদায় লবৰ কাৰণে ভিতৰ বাৰাণ্ডাত বহি থকা মানিক বৰুৱাৰ ওচৰ পালে। সি বৰুৱা চাহাবক সেৱা জনাই বিদায় ললে। বৰুৱা চাহাবে প্ৰশান্তক তুলি ধৰি গৰগৰাই উঠিল-তোমাক এই ৰাতিপুৱাই কোনে ৰিক্সা আনিব কৈছিল। মই তোমাৰ যোৱাৰ ব্যৱস্থা কৰিম নহয়। তাৰ বাবে তুমি কিয় চিন্তা কৰিছা? তুমি আজি যাব নোৱাৰা। বৰুৱা চাহাবে ৰিক্সাৱালাজনক মাত্তি টকা এটা দি কলে— তুমি যোৱাগৈ, বাবু আজি নেযায়। তোমাৰ যাত্ৰা শুভ হবৰ কাৰণে এই টকাটো লৈ যোৱা। ডিব্ৰুগড়ত ৰিক্সাৱালাৰ পৰা ডি-চি লৈকে মানিক বৰুৱাক সন্মান নকৰা লোক নাই। তেওঁ পুৰণা ধনী। তেওঁ ধনৰ অভিমানী নহয়। গৰীবৰ দুখ বুজা মানুহ। সেয়েহে তেখেতৰ চাহ বাগান কেইখনৰ অৱস্থা খুব ভাল। পুজা আৰু বিহুৰ আগে আগে শ্ৰমিকবোৰক দুবাৰ বনাস দিয়াৰ ব্যৱস্থা কৰি দিছে। শ্ৰমিকৰ ৰেছন, চিকিৎসা পাতিৰ বিষয়ে নিজে বুজ লয়॥ বেতন ভোগী মেনেজাৰৰ ওপৰতে শ্ৰমিকৰ আশা ভৰষা এৰি নিদিয়ে। তেওঁ নিজে গৈ সিহঁতৰ মনৰ কথা বুজ লয়। শ্ৰমিকৰ তেজেৰে বস্তী জ্বলোৱা মালিক মানিক বৰুৱা নহয়। সেইজীয়া চাহপাতৰ মূল্য শ্ৰমিকৰ জীৱনৰ মূল্যৰ লগত বৰুৱাই কোনো দিন তুলনা কৰা নাই।

প্ৰশান্ত আকৌ ঘূৰি আহি ঘৰ সোমাল। উৰুণ্ডা হব খোজা ঘৰখনলৈ আকৌ সজীৱতা ঘূৰি আহিল। তেতিয়া আঠমান বাজিছিল। সকলোৱে ফুলনিৰ মাজত বেঞ্চত বহি মালিয়ে পানী দি থকা চাই আছিল। এনেতে এজন মগনীয়া বেপৰোৱা ভাবে গেট খুলি সোমাই

আছিল। মানিক বৰুৱাই মুন্‌মীক টকা এটা আনি মগনীয়াক দিব কলে। মুন্‌মী ভিতৰলৈ গ'ল। মগনিয়াজনে মিচেছ বৰুৱাৰ ওচৰলৈ গৈ নমস্কাৰ জনাই সুধিলে—আই আপুনি মোক চিনি পাইছেনে? যোৱা বেলি দশমী পূজাৰ দিনা মই আপোনালোকৰ ঘৰলৈ আহিছিলো। মিচেছ বৰুৱাই তাক ভালকৈ নিৰীক্ষণ কৰিলে।

—হয় হয় এতিয়াহে চিনিব পাৰিছো। আপুনি বাৰু মোৰ লগত বলকছোন—বুলি মিচেছ বৰুৱাই মগনিয়াক ভিতৰ চোতাললৈ লৈ গ'ল। তাক ওচৰৰ চকীখনতে বহিব দিলে। সি বহিল।

—আই মই সিবাৰ আহোতে এবাৰ কথা কৈ গৈছিলো মনত পৰেনে? আপোনাৰ ছোৱালীৰ ভালনে?

—হয় মনত পৰিছে। আপোনাৰ ভবিষ্যত বানী কিছু ফলিছেও। আপুনি কোৱাৰ দৰে সেই লৰাজনৰ লগত আমাৰ ছোৱালীজনীৰ বিয়া নহ'ল। এতিয়া আপুনি কওঁকছোন—যোৱাবেলি আপুনি কৈছিল তাই হেনো বৰ ভাগ্যবান। আগৰ জনতকৈও ভাল দৰা পাব। বৰ মই ভাইক মাতি দিছো। মুন্‌মী আহি মাকৰ নিৰ্দ্দেশ মতে মগনিয়াক সেৱা জনালে। সি মুন্‌মীক ওচৰতে বহিব'ল কলে। সি মুন্‌মীৰ চকুৰ ফালে বহু সময় চাই থাকি চকু দুটা মুদি দিলে। দুই তিনি মিনিট পিছত চকুমেলি মিচেছ বৰুৱাৰ পিনে চাই কলে— আইজনীৰ ভাগ্য সুপ্ৰসন্ন।

—আই তুমি এতিয়া যাব পাৰা। ভগবানে তোমাৰ মঙ্গল কৰক। মুন্‌মী তাৰ পৰা আতৰি গ'ল। মিচেছ বৰুৱাক লক্ষ্য কৰি সি আকৌ কব ধৰিলে—

—আই ধৈৰ্য্য থাকিলে আপোনাক এটি সাধু শুনাব খুজিছো। জীৱনত সাধু শুনিবলৈ অৱসৰ নোহোৱা মিচেছ বৰুৱাৰ কিয় জানো আজি সাধু শুনিবলৈ মন গ'ল। মিচেছ বৰুৱাই অতি আগ্ৰহেৰে মগনিয়াক সাধু কবলৈ অনুৰোধ কৰিলে।

—●—

॥ বাৰ ॥

সদ্যজাত শিশু এটিৰ কপালত তাৰ ভাগ্যলিপি লিখি পৰম পিতা ব্ৰহ্মা সেই মানুহ ঘৰৰ দুৱাৰ মুখ পাইছেহি। এনেতে শিশুৰ পিতৃয়ে ব্ৰহ্মাক চিনিব পাৰি দুহাতে ব্ৰহ্মাৰ চৰণত আকোৱালি ধৰিলে আৰু তেওঁৰ সন্তানৰ ভাগ্যত কি লিখিছে জনাবলৈ কাকুতি জনালে। ব্ৰহ্মাই এই ৰহস্য প্ৰকাশত বাধা আছে বুলি কলে যদিও অকৰা পিতৃয়ে ব্ৰহ্মাৰ চৰণ এৰি নিদিলে, ব্ৰহ্মা নিৰুপায় হ'ল। ব্ৰহ্মাই অগত্যা শিশুৰ ভাগ্যৰ কথা বেকত কৰিলে। "সময়ত সি এজন সুনিপুণ ব্যাধ হব। প্ৰতিদিনে তাৰ ফাণ্ডত এটাকৈ হৰিণ বান্ধ খাব। তাৰ জৰিয়তে সি জীৱিকা নিৰ্ব্বাহ কৰিব"। দুখী পিতৃয়ে ব্ৰহ্মাৰ চৰণ এৰি দিলে। ব্ৰহ্মা অদৃশ্য হৈ আতৰি গ'ল। দৰিদ্ৰ পিতৃৰ মনত অশেষ দুখ। অন্যৰ লৰা ৰজা, মহাৰজা, মন্ত্ৰী সেনাপতি হোৱা ভাগ্যলৈ আহে। তাৰ লৰাৰ ভাগ্যত মাত্ৰ এটা হৰিণ। হওঁক বাৰু! ভালে ভালে ডাঙৰ দীঘল হলেই হ'ল। দিন বাগৰিল। লৰা নাবালক গুছি স্বাবালক হ'ল। দৰিদ্ৰ পিতৃয়ে অকৰ্মণ্য পুত্ৰক অন্য ফান্দ দূৰৰ কথা পঘাঁৰ ফান্দ এখনকে যোগাৰ কৰি দিব পৰা নাই।

দিন গৈ আছে। এদিন গাওঁৰে ধুৰন্ধৰ মানুহ এজন তেওঁ-লোকৰ ঘৰলৈ আহিল। হেন সময়তে কৰৰাত খিতিঙালী কৰি

ওলালহি দৰিদ্ৰৰ পুত্ৰ।

- দদাইদেউ, ইনো কি কৰি খাইছে?

—কি কৰিব আকৌ, তাৰ ভাগ্যত এটা হৰিণহে আছে। পিছে ময়ে আজিলৈকে ফান্দ এখনকে তাক যোগাৰ কৰি দিব পৰা নাই।

—অ' হয় নেকি, তেন্তে তাক মোৰ লগতে পঠাই দে। মোৰ এখন জাল আছে। অৱশ্যে তুই এঠাইত ফাটিছে। ব্ৰহ্মাৰ বাক্য যেতিয়া ফটা জাল হলেও হৰিণ ৰব। বাপেকৰ আদেশ মতে মানুহজনৰ লগত লৰা গৈ ফটা জালখন লৈ আহিল। গধুলি পুতেকে জালখন লৈ গৈ আঁতৰৰ হাবি এখনত পাতি থৈ আহিল। পিছ-দিনা পুৱা গৈ দেখে জালত এটা প্ৰকাণ্ড হৰিণ লাগি আছে। এইদৰে সি প্ৰত্যেক দিনে ফান্দত একোটাকৈ হৰিণ লগাই আৰু ওচৰৰ বজাৰত বিক্ৰি কৰি দৰ্কাৰী বস্তু কিনি আনে। সেই বুধিয়ক মানুহজন আকৌ কিছুদিনৰ মূৰত সিহঁতৰ ঘৰলৈ আহি খবৰ কৰিলে। লৰাৰ বাপেকে সকলো কথা কলে আৰু ক্ৰমে সিহঁতৰ অৱস্থা ভালৰ ফালে অহাৰ কথাও সদৰি কৰিলে। মানুহজনে ডেকা ব্যাধক মাতি আনি কলে,—হেৰৌ লৰা তোৰ ভাগ্যত যেতিয়া দিনে একোটাকৈ হৰিণ আছে তই হাবিৰ মাজলৈ ফান্দ পাতিবলৈ যাব লাগিছে কেলেই। তই দেখোন ঘৰৰ মজিয়াতে ফান্দখন পাতি থব পাৰ। মিছাকৈয়ে কিয় হাবিৰ মাজলৈ যাব লাগিছে। ·· ··· ··

ডেকা ব্যাধৰ মনত কুটবুদ্ধি আহিল। সেইদিনা ৰাতি শোৱাৰ পিছত ফান্দখন মজিয়াতে পাতি দুৱাত বাহুলি চৰাদি শুই থাকিল। ব্ৰহ্মাৰ চিন্তা হ'ল। বন্ধ ঘৰত কেনেকৈ হৰিণ আহি ফান্দত লাগিব। ব্ৰহ্মাই এফালৰ পৰা হৰিণ খেদি খেদি আনে দুৱাৰ মুখলৈ, বন্ধ দুৱাৰত হৰিণ সোমাব নোৱাৰি গুছি যায়। ব্ৰহ্মা ভাগৰি পৰিল। ইফালে ৰাতি পুৱাবৰ সময় হ'ল। ব্ৰহ্মা উপায়ান্তৰ হৈ নিজ মায়াৰ বলত ব্যাধৰ ঘৰত সোমাই হৰিণ ৰূপ লৈ ফান্দত বাজি ৰ'ল।

পুৱা উঠি ব্যাধে দেখি আচৰিত মানিলে। ঘৰৰ মজিয়াত প্ৰকাণ্ড হৰিণ !

—দেখিলা আই কপালৰ জোৰ, ভাগ্যৰ লিখন !

—আপোনাৰ সাধু শুনি এনে ভাব হৈছে ভাগ্যই যেতিয়া সকলো তেন্তে আজি ভাগ্যক ধিয়াই হাত সাৱটি বহি থাকিলে হবনে ?

—আপুনি ভুল বুজিছে আই। সময় পালে আপুনি গীতাখন পঢ়িবলৈ যত্ন কৰিব। তাত আপোনাৰ সংশয়ৰ সকলো উত্তৰ ভগৱানে দি গৈছে। মানুহে নিজ কৰ্ত্তব্য কৰি যাব লাগে, তাৰ ফল ভগবানৰ হাতত। সু-কৰ্মৰ ফল অৱশ্যে সু-ফল হব। ইয়াৰ ব্যতিক্ৰম হলে সেয়ে ভাগ্যৰ লিখন ! শ্ৰদ্ধা, যত্ন, মেধাৰ উপযুক্ত প্ৰয়োগেই হ'ল মনুষ্য জাতিৰ লক্ষ্য। ইয়াৰ পূৰ্ণ প্ৰয়োগ স্বত্তেও হোৱা বিফলতা ন অত্যাধিক সফলতা খিনিহে ভাগ্য। উদাহৰণ স্বৰূপে ৰজা হৰিচন্দ্ৰৰ কথাকেই উল্লেখ কৰিলো। ৰজা হৰিচন্দ্ৰ ভাগ্য বিপৰ্যয়ৰ প্ৰতীক আনহাতে মানৱতাৰো প্ৰতীক। কোনো মূহুৰ্ত্ততে তেওঁ কৰ্ত্তব্য অৱহেলা কৰা নাছিল। এইবোৰ তত্ব কথা কৈ আপোনাৰ সময় নষ্ট নকৰো আই। আইজনীৰ ভাগ্য বৰ্ত্তমান ইমান সুপ্ৰসন্ন যে তেওঁৰ ভাগ্যই তেওঁৰ পতিক সম্মুখলৈ টানি আনিছে। আই মই এতিয়া আহো বুলি মিচেছ বৰুৱাৰ কোনো কথালৈ ভ্ৰুক্ষেপ নকৰি মগনিয়াজন মূহুৰ্ত্ততে সেই ঠাই এৰিলে।

বাগানত মানিক বৰুৱা, প্ৰশান্ত আৰু মুনমী তেতিয়াও বহি আছিল। মানিক বৰুৱা ভিতৰলৈ গৈ মিচেছক তেওঁৰ লগত ভিতৰ চোতাললৈ যোৱা মগনিয়াজন কলৈ গ'ল সুধিলে। মিচেছ বৰুৱাই বৰুৱাৰ মুখৰ পিনে চাই প্ৰশ্ন কৰিলে—কিয় দহ বাৰ মিনিট আগতে দেখো মগনিয়াজন তোমালোকৰ সম্মুখেৰে উভতি গৈছিল। তোমা-লোকে নেদেখিলা জানো ?

—ক'তা আমিতো গেটৰ সম্মুখতে আছো, তাকতো যোৱা নেদেখিলো।

বৰুৱাই মুন্‌মী আৰু প্ৰশান্তকো সেই মগনিয়াজন ঘূৰি যোৱা দেখিছে নেকি সুধিলে। সিহঁত দুয়োৱে নাই বুলি আশ্চৰ্য্য প্ৰকাশ কৰিলে। বৰুৱানী বৰুৱাক মগনিয়াই কোৱা সকলো কথা গোপনে প্ৰকাশ কৰিলে। তেন্তে এই মগনিয়াজন কোনো মানুহ নহয়। কোনোবা ছদ্মবেশী দেৱতা। তেন্তে প্ৰশান্তক মুন্‌মীৰ কাৰণেই ভগৱানে পঠাইছে নেকি? হে প্ৰভু তোমাৰ ইচ্ছা পূৰ্ণ হওক। বৰুৱা বৰুৱানী ভগৱানৰ নামত মূৰ দুৱালে।

—মই বুজাত প্ৰশান্ত এজন অসাধাৰণ ব্যক্তিত্ব সম্পন্ন প্ৰগতিশীল ডেকা। তুমি মুন্‌মীৰ মনটো লবাছোন। সন্তানৰ সৌভাগ্যৰ বতৰা সন্তুৰ কোনো মাতৃয়ে গোপন কৰি ৰাখিব নোৱাৰে। মগনিয়াৰ সকলো কথা ৰাতি শুই শুই মাকে জীয়েক মুন্‌মীক জনালে। যোৱা দশমী পূজাৰ দিনা মগনিয়াই মাকক কোৱা কথা মুনমীয়ে গোপনে শুনিছিল যদিও মাকে সেই কথাৰ গোন্ধ বিন্দু মাত্ৰও তাইক দিয়া নাছিল। তাইৰ ভাগ্যৰ লিখন।

—বোপা প্ৰশান্ত, তোমাক এটা কথা কব খুজিছো, বেয়া নোপোৱাতো?

—কওক মাহীদেউ, আশাকৰো মই বেয়া পাব লগা কোনো কথা আপুনি মোক নকয়।

—তোমাৰ বিয়াৰ কিবা যো-জা কৰিছানেকি? নে কৰবাত ছোৱালী থিক হৈ আছে।

—নতুন চাকৰিত জইন কৰিয়েই বিয়া পাতিম বুলি আহোতে মাক কৈ আহিছো। দেউতা ঢুকুৱা কথা মোৰ মনত নপৰে। আজিলৈকে কোনো কথাত মাৰ অবাধ্য হোৱা মনত নপৰে। অন্তত: সেই ৰেকৰ্ডটো ৰাখিবৰ কাৰণেই সোনকালে বিয়া পাতিব লাগিব। ছোৱালী ক'তো থিক হৈ থকা নাই। ছোৱালীৰ দায়ীত্বও মাৰ ওপৰতে এৰি আহিছো। পিছে কৰিম বুলিয়েই সব কাম কৰিব পাৰি জানো? সেইটো আপোনালোকে ভালকৈ বুজে। নেদেখা জনৰো কৃপা হব লাগিব।

—ডেকা লৰা হৈয়ো ভগবানৰ ওপৰত অটল বিশ্বাস দেখি মই বৰ সুখী হৈছো বোপা। ভগবানে তোমাৰ মঙ্গল কৰক!

প্ৰশান্ত আৰু মিচেছ বৰুৱাই কথা পাতি থাকোতে মানিক বৰুৱা তালৈ সোমাই আহি ওচৰতে থকা চকী এখনত বহি লৈ প্ৰশান্তক উদ্দেশ্য কৰি কলে—তুমি কাইলৈ ৰাতিপুৱাই সাৰে সাত বজাত খুনছালৈ পোনে পোনে যাব পাৰিবা। মই ৰতন লাল চাৰউঙ্গীক কথাটো কৈ থৈছো। তেওঁৰ লৰা ত্ৰিঙ্গলালে তোমাক ইয়াৰ পৰা তাৰ গাড়ীৰে লৈ যাব। গতিকে তোমাৰ যোৱাৰ সমস্যা আতৰিল। তোমালোকে কথা পতা মই হয়তু কালি ঘূৰি নেপামহি। গুৱাহাটীত কাইলৈ অসমৰ চাহ বাগান মালিক সন্থাৰ মিটিং আছে। মই আজিয়েই যাব লাগিব। এনেতে পিয়ন এজনে খিড়িকীৰে চিঠি এখন বৰুৱানীৰ হাতত দিলে। মানিক বৰুৱাৰ নামৰ চিঠি। মিচেছ বৰুৱাই চিঠিখন বৰুৱাক দিলে। বৰুৱাই চিঠিখন খুলি চাই বৰুৱানীৰ হাতত দি কলে-বাপুৰ চিঠি। বাপু মানে মুনমীৰ দাদায়েকৰ চিঠি। কিনো লিখিছে বুলি বৰুৱাক সুধিলে।

—বাপু পৰহি পাবহি। প্ৰশান্তৰ ফালে চাই বৰুৱাই কলে আমাৰ লৰাৰ চিঠি। আমেৰিকাত নিউ ক্লিয়াৰ কেমেষ্ট্ৰিত ৰিচাৰ্চ কৰি আছে। এমাহৰ চুটিত আহিব। তোমাক কোৱাই নাছিলো। আমাৰ লৰা ছোৱালী এহালেই। আৰু এদিন আগতে আহি পোৱাহেতেন তোমাৰ লগত চিনাকী কৰি দিব পাৰিলোহেতেন।

—হব মোহাদেউ পিছে পৰেও চিনাকী হব পাৰিম। তেখেততো ভাৰতলৈ ঘূৰি আহিবই। মাকে হুমুনিয়াহ কাঢ়ি কলে আহিবতো লাগে? কথা সিমানতে থাকিল। মানিক বৰুৱা ভাত পানী খাই গুৱাহাটীলৈ যাবলৈ সাজু হ'ল। বৰুৱাই জোতাযোৰ খুলি নিজৰ ঘৰৰ শিৱ মন্দিৰত সোমাই সেৱা জনাই আহি পুনৰ জোতাযোৰ পিন্ধিছে। এনেতে তেখেতক বৰুৱানীয়ে ভিতৰলৈ মাতি নি গোপনে

কলে গুৱাহাটীলৈ যাব যেতিয়া শোৱালকুছিলৈ একেবাৰে পাক এটা মাৰি প্ৰশান্তৰ মাকক লগ ধৰি বিয়াৰ প্ৰস্তাবটো দিলে বোধহয় বেয়া নহব। বৰুৱাক যি ভাল দেখে কৰিব দিলে। বৰুৱাই এই কথাটো অনুমোদন দিয়াৰ কাৰণে বৰুৱানীক শলাগি গাড়ীত বহিল। দ্ৰুতগতিত গাড়ী চলিল।

বহু বছৰৰ মূৰত আজি বৰুৱানী আবেলিৰ চাহ জলপান নিজ হাতে বনালে। ডাইনিং টেবুলত সকলো থিক থাক ৰাখি প্ৰশান্তৰ ৰুমত সোমাল। তেতিয়া প্ৰশান্তই এপাক ঘূৰি আহিম বুলি কাপোৰ কানি সলাই যাবৰ কাৰণে প্ৰস্তুত হৈছিল।

—মাহীদেউ, চাহ একাপ নুখুৱাব নেকি? প্ৰশান্তই হাঁহি এটা মাৰি কলে।

—অ' আই, তোলৈকে মাতিব আহিছো।

—এৰা মাহীদেউ, চাহ খেতি কৰে আপোনালোকে কিন্তু চাহৰ ৰাগী বেছি আমিবোৰৰ। গাখীৰ নহলেও লাল চাহকে খাওঁ। তথাপিও চাহ লাগিবই।

—আহা আহা, সকলো সাজু কৰি ৰাখিছো। ঐ মুনমী আহা আহা, কিতাপ ৰাতিও পঢ়িব পাৰিবা।

প্ৰশান্ত আৰু মুনমী চাহ জলপান খোৱাত ব্যস্ত।

—তোমাৰ বহু আগতে চাহ একাপৰ ইচ্ছা হৈছিল বোধহয়?

—হয় মাহীদেউ, মই বৰ চাহৰ কানিয়া। তাতে শিলঙত থাকি খাছিয়ানীৰ সহজ লভ্য চাহ পাই দিনটোত ছয় সাত কাপ হয়েই।

—আমাৰ এইজনী আকৌ দিনত দুকাপতকৈ বেচি চাহ খালে বোলে পেট উফহে। আমিও অৱশ্যে চাহ কম খাওঁ।

—হবলো। যেয়ে যিটো বস্তু উৎপন্ন কৰে তাৰ প্ৰতি আসক্তি বোধহয় কিছু কমে।

—আপুনি থিকেই কৈছে প্ৰশান্তদা। ক'ৰবাত পঢ়া মনত পৰে মিস্ত্ৰীৰ ঘৰ হেনো ভঙা। ড্ৰাইভাৰৰ হেনো নিজৰ গাড়ী নহয়।

—তুমি ডিব্রুগড়লৈ এয়ে প্ৰথম আহিছা নেকি বোঁপা ?
—হয় মাহীদেউ, সেয়েহে সময় পাইছো যেতিয়া অসম মেডিকেল কলেজৰ পিনে এপাক ফুৰি আহো বুলি ভাবিছো।
—তুমি তেন্তে মুন্‌মীৰ লগতে যোৱা। তাই তোমাক ভালকৈ দেখুৱাব পাৰিব।
—বিশেষ কাম নাই যদি বলা মুন্‌মী। মুন্‌মী কোনো উত্তৰ নিদি পাচ মিনিট মানৰ মুৰত সাধাৰণ পোচাকেৰে ওলাই আহি—বলক তেন্তে প্ৰশান্তদা বুলি খোজ ললে। প্ৰশান্তৰ পিছে পিছে মুন্‌মী। কাৰো মুখত মাত নাই। প্ৰশান্তই ইফালে সিফালে ৰাস্তাৰ দুয়োকালৰ ঘৰ দুৱাৰবোৰ চাই গ'ল। হঠাৎ সিহঁতৰ মৌনতা ভঙ্গ কৰিলে পিঙ্কীয়ে।
—মুন্‌মী বিয়াৰ আগতে ডিব্রুগড়খন এবাৰ ভালকৈ চাই লোৱা।
—ঐ পাগলী ৰবা এখেতৰ লগত চিনাকী কৰি দিওঁ।
—কি চিনাকী কৰি দিবা অ'। চিনাকী মানুহক দুবাৰ চিনাকী কৰি দিলে যে মানুহজনৰ ওজন কমে তাক তুমি নেজানা হবলা। মোক চিনাকী কৰি দিব নেলাগে। তুমি হেনো মোতকৈ পাচ দিনে ডাঙৰ। আইয়ে এদিন কোৱা নাছিল জানো ? গতিকে সেই সূত্রে মই এখেতক ভিন্‌দেউ বুলি মাতিব লাগিব। অৱশ্যে আজিয়েই নহয়। কেইদিনমান পিছতহে। এই কেইদিনৰ মাজতে চিনাকী হৈ 'দাদা' সম্বোধন বঢ়োৱাৰ মোৰ ইচ্ছা নাছিল। প্ৰশান্ত আৰু মুন্‌মী লাজত ৰঙা পৰিল। দুয়োয়ে ওৰণী গছৰ গুৰি ক'ত বুজি বেয়াও লাগিল। কি সাংঘাতিক ছোৱালী পিঙ্কীজনী। পিঙ্কী ৰাস্তাৰ সিফালৰ পৰা ইফালে আহি একেবাৰে প্ৰশান্তৰ ওচৰত থিয় দি বিনম্ৰ ভাৱে নমস্কাৰ জনাই কলে,— মাফ কৰিব, মুন্‌মী মোৰ একমাত্র প্ৰিয় বান্ধৱী। তাইৰ সৌভাগ্যত মোৰ মন প্ৰফুল্লিত। মুন্‌মীৰ পিনে মুখ ঘুৰাই তাই কলে- মুন্‌মী তোমালোক দুয়োকে লগ পাই খুব

খুচি হলো। মই তোমালোকৰ বিয়াত উপস্থিত থাকিব নোৱাৰিম। পৰহি মই দিল্লীলৈ যাম। আই-পি-এছৰ ফাইনেল চিলেকচন আছে। আজিয়েই মই তোমালোকক শুভেচ্ছা জনাইছো। মই আচলতে তোমালোকৰ ঘৰলৈকে আহিছিলো। সেইখিনিকে কৰা দেই। মই আৰু তোমালোকৰ ঘৰলৈ নেযাওঁ। তোমালোকৰ বৈবাহিক জীৱন মধুৰ হওঁক। তোমালোকক এতিয়া এৰিছো দেই—বুলি পিছ পাহকৰা জুৰিব পাৰে পাৰে দেও দি দি ফুৰা চঞ্চল হৰিণীজনীৰ দৰে নিমিষতে বহুদূৰ পালে। পৰিস্থিতি লাঘৱ কৰিবৰ অৰ্থে মুন্‌মীয়ে প্ৰশান্তক কলে—এই ছোৱালীজনীৰ নাম হয়তু আপুনি শুনিছে। অসম মেডিকেল কলেজৰ প্ৰফেছৰ দত্ত চাৰৰ ছোৱালী। জীৱনত কোনো পৰীক্ষাত দ্বিতীয় হোৱা নাই। আই-পি-এছৰ লিখিত পৰীক্ষাত উত্তীৰ্ণ হৈছে। ইমান খোলা মনৰ নিৰ্ভীক ছোৱালী মই ডিব্ৰুগড়ত আৰু দেখা নাই। তাই মোৰ সৰুৰে পৰা বান্ধৱী। তাইৰ কথাত আপুনি বেয়া নেপাব প্ৰশান্তদা। তাই আমাক ভুল বুজাৰ কাৰণে তাইৰ হৈ ময়ে আপোনাৰ ওচৰত ক্ষমা চাইছো। তাইৰ ভুল শুধৰাই দি তাইৰ মনত দুখ দিবলৈ মই ইচ্ছা নকৰিলোঁ।

—মই অলপ বেলেগ ধাতুৰে গঢ়া লোক মুনমী। যিকোনো শৰে সহজে মোৰ শৰীৰ ভেদ কৰিব নোৱাৰে।

—কোনফালে যাব খুজিছে প্ৰশান্তদা? প্ৰসঙ্গ সলাই মুনমীয়ে সুধিলে।

—গাইডৰ যি ইচ্ছা। ভাৰতবৰ্ষৰ বহুতো চহৰ দেখাৰ ভাগ্যত ঘটিল কিন্তু নিজৰ ওপজা ঠাই অসমৰে সকলো চহৰ ভালকৈ চোৱাৰ ভাগ্যক'ন হোৱা নাই। মোৰ ইয়াৰ কাৰণে সঁচাকৈয়ে খুব লাজ লাগে।

—বলক তেন্তে মেডিকেল কলেজৰ পিনে এপাক গৈ আহো। বিস্তা এখন মাতিম নেকি? অৱশ্যে বেছি দূৰ নহয়।

—তেন্তে খোজ কাঢ়িয়েই বলা, ভাল লাগিব। দুয়ো খোজ কাঢ়ি আগবাঢ়িল।

—তোমাৰ বিয়া তেন্তে থিক হৈয়ে আছে, কিয় জানো মুমুধিব লগা কথাটো প্ৰশান্তৰ মুখৰ পৰা হঠাৎ সৰি পৰিল। পিছ মুহূৰ্ত্ততে তাৰ অনুশোচনা আহিল। মুন্‌মীৰ মুখখন ৰঙা চিঙা পৰি গ'ল। তাই নিজকে সংযত কৰি কলে— নাই, মানে মা হঁতে সোনকালে বিয়াখন পাতি দায়ীত্ব পালন কৰিব খোজে।

—দৰা কত থিক হৈছে?

– মা-দেউতাই জানে। মুন্‌মীয়ে তলমুৰ কৰিলে।

—তুমিতো যোল্ল শতিকাৰ ছোৱালী নহয় যে বিয়াৰ এমাহ আগলৈকে দৰাৰ খবৰ নোপোৱা অথচ তোমাৰ বান্ধৱীয়ে জানে। তোমাৰ জানো এটা স্বাধীন মন নাই। মা-দেউতাৰ পচন্দই যে তোমাৰো পচন্দ হব।

—মাক-দেউতাকৰ পচন্দ কেতিয়াও বেয়া হব নোৱাৰে প্ৰশান্তদা। তেওঁলোক সংসাৰ সম্পৰ্কে বোধহয় যিকোনো সন্তানতকৈ বহু অভিজ্ঞ। অৱশ্যে মাক দেউতাকে লৰা-ছোৱালীৰ মতামত বিবেচনা কৰিহে সিদ্ধান্ত লব। যোৱা ৰাতি মায়ে আপোনাৰ বিযাহেনো এই মাহতে পাতিব বুলি কৈছিল। বিয়ালৈ মাতিব নেপাহৰে যেন।

—তুমি জানো মোৰ বিযাত যাব পাৰিবা? তুমি যদি ভাগ্য ক্ৰমে সেইদিনা কইনা বেশে থাকিব লগা হোৱা তেন্তে হয়তু মইহে তোমাৰ বিয়ালৈ আহিব লাগিব পাৰে যদিহে তোমালোকে নিমন্ত্ৰণ জনোৱা।

—আপোনাৰ হব লগা শ্ৰীমতীৰ ঘৰ ক'ত?

—অ' এতিয়াও থিক হোৱা নাই, ছোৱালী চাইহে ফুৰিছো। ক'ৰবাত লাগি যাব। যদি কাৰোবাৰ হাতত ধৰি বৈতৰণী পাৰহৈ আহিছো তেন্তে নিশ্চয় এজনী মিলিব। নহব পাৰে অপেশ্বৰী। কথাতে কয় বোলে যখ চাই যখিনী কৃষ্ণ চাই ৰুক্মিণী। কথাৰ বেগতে সিহঁতে কেতিয়া মেডিকেল কলেজৰ সন্মুখ পালে ধৰিবই নোৱাৰিলে।

—গুৱাহাটী মেডিকেল কলেজৰ তুলনাত অসম মেডিকেল কলেজৰ পৰিবেশ অনেক ভাল প্ৰশান্তদা।

— দেখাত তো ভালেই লাগিছে কিন্তু ভিতৰখনহে আচল। যদি বাহিৰখনৰ দৰে ভিতৰখনো হয় তেন্তে তোমাৰ কথাত মই একমত।

—বলক প্ৰশান্তদা, সেই ৰেষ্টুৰেণ্টখনত একোকাপ কফি খাই লওঁ। প্ৰশান্তই আপত্তি নকৰি মুনমীৰ পিছে পিছে গৈ ৰেষ্টুৰেণ্টত সোমাল। চিনাকী মেনেজাৰে মুনমীক সমীহ কৰি বহুৱালে। মুন্‌মী দুকাপ কফিৰ অৰ্ডাৰ দিলে। দুই এটা কথা পাতি কফি খোৱা শেষ কৰি কফিৰ পইছা দি ৰেষ্টুৰেণ্টৰ পৰা ওলাই আহি পঞ্চাচ পইছাৰ খুচুৰাৰ বিনিময়ত ৰেষ্টুৰেণ্টৰ পৰা দিয়া কুপনখনেৰে গাতে লাগি থকা দোকানৰ পৰা দুখন তামোল কিনি ললে। প্ৰশান্তই এখন মুখত ভৰাই আনখন মুন্‌মীক যাচিলে। মুন্‌মীৰ তামোল খোৱা অভ্যাস বোলে নাই। শ্বিলঙৰ তামোলতকৈ অসমৰ তামোলৰ ৰাগী কম। সেয়ে প্ৰশান্তই দুয়োখন তামোল একে লগে মুখত ভৰাই দিলে। বেচি তামোল খোৱা বদ্ অভ্যাসটো তাৰ শ্বিলঙতে হ'ল।

—মোৰ আৰু খোজ কাঢ়িবলৈ ইচ্ছা যোৱা নাই প্ৰশান্তদা, ৰিক্সাতে যাওঁ বলক। দুয়ো ৰিক্সাৰ কাৰণে ৰাস্তাৰ দাঁতিত অপেক্ষা কৰিলে। বিপৰীত ফালৰ পৰা চাইকেল চলাই যোৱা লৰা দুজনে প্ৰশান্ত মুন্‌মীক লক্ষ্য কৰি— বাহ্ বাহ্ যোৰো যোৰ পাও যোৰ, ৰাজেশ খান্না হেমামালিনী ভাই। মুন্‌মী আৰু প্ৰশান্ত লৰাহঁতৰ ইয়াৰ্কী বুজিলে যদিও নুশুনা ভাও ধৰি মনে মনে ৰ'ল। অলপ পিছতে ৰিক্সা এখন পাই দুয়ো ঘৰলৈ ফিৰিল। পল্টনবজাৰত ৰিক্সা ৰখাই ৰিক্সাৱলাক বিদায় দি গেট খুলি দুয়ো ঘৰ সোমাল। কাপোৰ কানি বদলি কৰি মুখ হাত ধুই প্ৰশান্ত মেছৰ অভ্যাস অনুসৰি বিচনাত বহি ললে। টেবুলৰ ওপৰত ৰখা আসাম ট্ৰিবিউনখনৰ হেড লাইন কেইটা পঢ়ি চালে। বিশেষ কোনো খবৰ নাই। কৰবাত কোনোবা মন্ত্ৰীয়ে

ছুল ঘৰৰ আধাৰশিলা স্থাপন কৰিছে, কৰবাত সাংস্কৃতিক সন্থিয়া মুকলি কৰিছে, কৰবাত ছাত্ৰ সকলে সভা পাতি শিক্ষক সকলে কেনেকৈ শিক্ষা-দান কৰিব লাগে তাৰ প্ৰস্তাৱ লৈছে ইত্যাদি। মাজতে মুনমীয়ে চাহ একাপ দি গ'লহি। যিহেতু প্ৰশান্ত পুৱাতেই যাব সেয়ে মিচেছ বৰুৱাই বাহাতুৰক সোনকালে ৰন্ধা বঢ়া কৰিব কলে। ভাত হোৱালৈকে কি কৰি সময়কন কটাব ভাবি পুনৰ অসম ট্ৰিবুনৰ সম্পাদকীয়টো পঢ়ি চালে। সম্পাদকীয়টোত অসমৰ বিদেশী প্ৰব্ৰজনৰ বিষয়ে কেন্দ্ৰীয় চৰকাৰকে দোষী বুলি মন্তব্য কৰিছে। অসমত যে কোনো উদ্যোগ আজিলৈকে সংগ্ৰাম নোহোৱাকৈ হোৱা নাই তাকো তথ্য পাতিৰে দাঙি ধৰিছে। প্ৰশান্ত কোনো ৰাজনৈতিক নেতা নহয় বা তাৰ ৰাজনীতিৰ বিষয়ে বিস্তৰ জ্ঞানো নাই। কিন্তু তাৰ মনলৈ সঘনে এটা কথাই আহে-অসমত জানো সৰ্ব্বভাৰতীয় নেতাৰ অভাৱ, নে অৰ্থনৈতিক প্ৰগতিৰ কাৰণে সম্পদৰ অভাৱ? নে ক'লা কৃষ্টি সাহিত্যৰ অভাৱ? অসমৰ সকলো আছিল আৰু সকলো আছে। নাই মাথোন আত্মচেতনা একতাবোধ। বৃহৎ অসমীয়া সমাজ আজি একোজন ব্যক্তি বা দলৰ স্বাৰ্থত ছেদেলি ভেদেলি হৈ পৰিছে। নিজৰ শক্তি বঢ়াবলৈ অন্যায় অনীতিৰ প্ৰশ্ৰয় লৈছে। অস্তিত্ব ৰক্ষাৰ চক্ৰবেহুত অস্তিত্ব বিলোপৰ প্ৰস্তুতি চলিছে। আত্মসন্তুষ্টি নহলে কোনেও শান্তি আনি দিব নোৱাৰে। নিজক চিনিব নোৱাৰিলে আনক কেনেকৈ চিনিব? আজি অসমীয়া সমাজ যদু বংশ ধ্বংস হোৱাৰ দৰে নিজৰ ভিতৰত হিংসা প্ৰতিহিংসাৰ দাবানলত নিঃচিহ্ন হোৱাৰ পথত। প্ৰশান্তই নিজকে নিজে প্ৰশ্ন কৰে— তেন্তে কি অসমীয়া জাতি লুপ্ত হব? কেতিয়াও নহয়। অসমীয়াই নিজক পাহৰিব পাৰে কিন্তু অসমে অসমীয়াক কেতিয়াও নেপাহৰে। অসম প্ৰকৃতি জীয়াৰী। আজি অসমীয়াই বালিক সোণ বুলি মুঠি মাৰি ধৰি আছে। সেই মুঠি কিমান দিন ৰ'ব? প্ৰকৃতিয়ে সেই মুঠি খুলি দিব। তেতিয়া অসমীয়াই নিজক

চিনিব।

—প্ৰশান্ত বোপা ভাত দিছে। মিচেছ বৰুৱাৰ মাতত প্ৰশান্ত খত মত খাই উঠিল। সি আগতে ভৰা কথাখিনি থোৰতে আকৌ পাগুলিয়াই চাই গৈছো মাহীদেউ বুলি ডাইনিং ৰূম পালে। মুন্‌মী অলপ পিচতে আহি ভাতৰ পাতত বহিল। ভাত পানী খাই সোনকালে শুই থাকিল।

ৰাতিপুৱা পাচ বজাতে প্ৰশান্ত টোপনিৰ পৰা সাৰ পালে। তাৰাতাৰী বিচনাখন থিক থাক কৰি বাথৰূমলৈ গ'ল। মুখ হাত ধুই আহি কোনো উঠা দেখি এনেয়ে ৰাস্তাৰ পিনে ওলাই গ'ল। সাত বজাতহে ব্ৰিজলাল পাবহি। গতিকে প্ৰাতঃ ভ্ৰমণৰ আৱশ্যক নাই। সি ঘূৰি আহি তাৰ ৰূম পালে। শৌচ-প্ৰসাৰ কৰি ডাবি কাটি লগতে গাটো ধুই আহিল। এনেতে মুন্‌মী গুড্‌মৰ্নিং প্ৰশান্তদা বুলি হাতত চাহ একাপ লৈ সোমাই আহিল। প্ৰশান্তইও গুড্‌মৰ্নিং গুড্‌মৰ্নিং বুলি উঠি চাহকাপ ললে।

—আপুনি গা ধুই উঠিলেই প্ৰশান্তদা?

—ভুল, তুমি গা ধুই উঠিলা প্ৰশান্তদাহে শুদ্ধ।

—বাক বাক বুজিলোঁ। মই এতিয়া জলপানৰ ব্যৱস্থা কৰোগৈ। গাড়ী আহি পাবৰে হ'ল তুমি সাজু হোৱা প্ৰশান্তদা।

প্ৰশান্তই কম সময়ৰ ভিতৰতে বস্ত্ৰ-বাহিনি থিক কৰি সাজুহৈ উঠিল।

—প্ৰশান্তদা, জলপান দিছে, খাই লওঁকহি। তোমাৰ দেৰি হব।

প্ৰশান্ত ডাইনিং টেবুলত বহি দেখে যে অকলে তাকহে জলপান দিছে।

—মুন্‌মী তোমাৰ ক'তা, লৈ অহা একেলগে খাওঁ। আৰু বা কেতিয়া লগ পাওঁ।

—এৰা হয়তো, লৈ যোৱাহি অলপ হলেও খোৱা, তোমাৰ প্ৰশান্ত দাই বেয়া পাব। মুন্‌মী থালখন লৈ আহি প্ৰশান্তৰ ওচৰতে বহিল। তাইৰ থালৰ পৰা নাৰিকলৰ লাড়ু এটা প্ৰশান্তৰ থালত দিলে।

প্ৰশান্তই মুৰ তুলি চাই লাড়ুটো মুখত ভৰাই দিলে। ইতিমধ্যে পৰ্চ্ছিত গাড়ীৰ শব্দ শুনা গ'ল। ব্ৰিজলাল ঘৰৰ ভিতৰলৈ সোমাই আহি প্ৰশান্তৰ খবৰ কৰিলে। প্ৰশান্তও টাৱেলখনেৰে মুখ মুচি মুচি বৰুৱানীৰ ওচৰ পালে। বৰুৱানীয়ে তাক ব্ৰিজলালৰ লগত চিনাকী কৰি দিলে। বৰুৱানীয়ে বাটত যাতে প্ৰশান্তৰ কোনো অসুবিধা নহয় তাৰ কাৰণে ব্ৰিজলালক সকীয়াই দিলে। বাহাদুৰে ট্ৰাঙ্ক বেডিং আৰু ভি-আই-পিটো গাড়ীৰ দেকীত সোমাই দিলে। প্ৰশান্তই বৰুৱানীক সেৱা জনাই বিদায় ললে। বৰুৱানী প্ৰশান্তক অলপ ৰবলৈ কৈ ভিতৰ ৰুমলৈ গ'ল। নিমিষতে ঘূৰি আহি প্ৰশান্তৰ নিচেই ওচৰ পালে।

—এয়া লোৱা তোমাৰ কাপোৰৰ ডেৰ হাজাৰ টকা। কাপোৰৰ দাম। তুমিও মনত পেলাই দিয়া নাইময়ো ভুলি গৈছিলো। বেয়া নেপাবা বোপা। এতিয়া গাড়ীত উঠা– তোমাৰ যাত্ৰা শুভ হওঁক। আমালৈ নেপাহৰিবা। গৈয়ে চিঠি দিবা। ওচৰত থিয় দি থকা মুনমীক– এতিয়া আহো মুনমী বুলি প্ৰশান্ত গাড়ীত বহিল। ব্ৰিজলালে জয় হনুমান জী বুলি ষ্টীয়াৰিঙত সেৱা জনাই গাড়ী এৰি দিলে। ৰাস্তাত কোনো অসুবিধা হোৱা নাছিল। গধুলি পাচ বজাত খুনছা পালে। প্ৰশান্তক আই বিত থৈ ব্ৰিজলাল তাৰ মোমায়েকৰ ঘৰলৈ গ'ল। ব্ৰিজলালে কৰা সাহাৰ্য্যৰ কাৰণে প্ৰশান্তই কৃতজ্ঞতা প্ৰকাশ কৰিলে। প্ৰশান্তই কলৈকো নোলাই ভাত কেইটা খাই সোনকালে বিচনা ললে। দিনটো গাড়ীত অহা ভাগৰৰ কাৰণেই হয়তু তৎক্ষনাত টোপনি আহিল।

প্ৰশান্তৰ নতুন চাকৰিত জইন কৰিবৰ আজি দহ দিন হ'ল। সি অহাৰ পিছদিনাই আই-বি-ৰ পৰা চৰকাৰী কোৱাটাৰলৈ গ'ল। খুনছা চহৰখন তাৰ ভালেই লাগিছে। সৰু চহৰ যদিও দৰ্কাৰী বস্তু প্ৰায়বোৰ পোৱা যায়। মন গলে সময় কটাবলৈ চিনেমা হ'লতো

সোমাইছে। নানা ঠাইৰ পৰা অহা চৰকাৰী চাকৰিয়ালবোৰে পৰস্পৰে আপোন ভাৱত বান্ধ খাই পৰিছে। প্ৰায়বোৰ চাকৰিয়ালে অৰুণাচলৰ বাহিৰৰ। প্ৰশান্তৰ এয়া মাথোন দহ দিনৰ অভিজ্ঞতা। এজন খাছী অফিছাৰৰ লগত অতি সোনকালে ঘনিষ্টতা হৈ উঠিল। এই সৌহাৰ্দ্যতাৰ কাৰণ সম্ভৱ ভাষা। প্ৰশান্তই শ্বিলঙত থাকোতে দুই চাৰিটা খাছী শব্দ জানিছিল। বহুদিনৰ মূৰত প্ৰশান্তৰ পৰা নিজ মাতৃ ভাষা দুই চাৰিটা শব্দ শুনি প্ৰশান্তক বৰ আপোন যেন লাগিল। খাছী ভদ্ৰলোকজনৰ ঘৰ শ্বিলঙৰ মিহন কম্পাউণ্ডত। প্ৰশান্ত শ্বিলঙৰ পৰা অহা বুলি জানি বৰ আনন্দ পালে। ই-এচি পুৰী চাহাবে তেওঁক ক্লাৱত প্ৰথম চিনাকী কৰি দিয়ে। প্ৰশান্তই কুমন' বা মাচাৰ' অৰ্থাৎ কোনে আছে মাচাৰ ককাইদেউ, বুলি মাচাৰ চাহাবক কৰমৰ্দ্দন কৰিব খোজোঁতে তেখেতে দুয়োহাতে তাক আকোৱালি ধৰি কোম্‌নে বা দেং' 'তুমি কেনে আছা ভাইটী' বুলি মৰমৰ সম্ভাষণ জনালে। সেইদিনৰ পৰাই মাচাৰ চাহাবৰ লগত প্ৰশান্তৰ ককাই ভাইৰ সম্পৰ্ক। মাচাৰৰ পিতৃ কৰুণা ডেকা মাচাৰৰ জন্মৰ দুবছৰ পিচতেই মৃত্যু হৈছিল। মাকে তেওঁয়াৰে পৰা অন্য এজন খাছী ডেকাৰ লগত সংসাৰ পাতে। শিশু মাচাৰ আইতাকৰ তত্বৱধানত ডাঙৰ দীঘল হ'ল। এয়া মাচাৰ চাহাবে আইতাকৰ মুখে শুনা কথা। পিতৃৰ মৰম মাচাৰে অনুভৱ কৰিব নোৱাৰিলে। মাচাৰ চাহাবে সুন্দৰকৈ অসমীয়া কব জানিছিল। নাক মুখৰ চেহেৰাও অসমীয়া মানুহৰ দৰে। বহুতে তেওঁক অসমীয়া বুলি ভুল কৰে। মাচাৰৰ দেহত অসমীয়া তেজ থকাৰ কাৰণেই সম্ভৱ তেওঁৰ অসমীয়া মানুহৰ প্ৰতি এটা দুৰ্বলতা আছিল। তেওঁ প্ৰশান্তক সুধিছিল তেওঁৰ ঘৰ শোৱালকুছিৰ পৰা নলবাৰীলৈ কিমান দূৰ। প্ৰশান্তই তেওঁৰ ঘৰ আৰু নলবাৰীৰ দূৰত্ব বিষয়ে এটি চমু আভাষ দি নিজকে মাচাৰৰ আপোন বুলি ডাঙি ধৰিবলৈ চেষ্টা কৰিছিল। নলবাৰী মাচাৰ চাহাবৰ দেউতাকৰ ঘৰ।

পোন্ধৰ দিনৰ দিনা ব্ৰিজলালে প্ৰশান্তক অফিছত লগ ধৰি দুখন চিঠি দিলে। প্ৰথমখন চিঠি মাকৰ, আখৰ কেইটা মোমায়েকৰ এখন সৰু চিঠি—"তই যোৱাৰ চাৰিদিন পিচতে ডিব্ৰুগড়ৰ মানিক বৰুৱা আহিছিল। তেখেতৰ হেনো এজনী উপযুক্ত ছোৱালী আছে। তই দেখিছাও। গতিকে তেওঁ আমাৰ ঘৰৰ লগত সম্বন্ধ কৰিব বিচাৰে। মোমায়েৰাৰ লগত এই বিষয়ে বিতং আলোচনা হৈছে। তোৰ পচন্দই আমাৰো পচন্দ। অৱশ্যে ছোৱালীৰ ঘৰ আমাৰ পৰা বহু দূৰত হ'ল। কিন্তু ন-ছোৱালীতো মোৰ লগত নেথাকে। তোৰ চাকৰিৰ ঠাইৰ পৰা বোলে ওচৰ হয়। গতিকে সেই বিষয়ে চিন্তা কৰিব নেলাগে। ছোৱালী পচন্দ হৈছে যদি বিয়াখন সোনকালে পাতিব লাগে। এয়া মোমায়েৰাৰ মতে"। দ্বিতীয়খন চিঠি স্বয়ং মানিক বৰুৱাৰ। বিষয় বস্তুও একে। এখন দীঘলীয়া চিঠি—

"গুৱাহাটীলৈ যাওঁতে তোমালোকৰ ঘৰতো এপাক সোমাই আহিলো। তোমাৰ মা আৰু মোমাইদেউৰ অনুৰোধ এৰাব নোৱাৰি দিনৰ সাজ তাতেই খালো। তেওঁলোকৰ লগত তোমাৰ বিয়া সম্পৰ্কে কথাও পাতিলোঁ। তোমাৰ মাই ছোৱালী থিক হলে এই মাহতে বিয়াখন পতাৰ কথাও কলে। মই তেওঁলোকক আমাৰ সুনমীৰ কথা কলো। ছোৱালী নেদেখাকৈয়ে তেওঁলোকে মোৰ প্ৰস্তাৱত খুছি হোৱা যেন পালো। প্ৰথম দিনাতেই এনে সহাৰি পাই মই আচৰিতেই হলো। তাতকৈ আচৰিত হলো তোমাৰ মোমাইদেউৰ পৰা শুনা আগৰাতি তোমাৰ মাই দেখা সপোনটো শুনি। .... .... ... 'বিশ্বাস কৰক বৰুৱা ডাঙৰীয়া, বাইদেউ ৰাতিপুৱা আমাৰ ঘৰলৈ গৈ এটা অদ্ভুত সপোনৰ কথা কৈছিল। বাইদেউক হেনো এজন বৃদ্ধই কৈছিল,— প্ৰশান্তৰ মাক তুমি তোমাৰ লৰাৰ কাৰণে বৰ চিন্তিত। মিছাকৈ ইমান কিয় চিন্তা কৰিছা? তাৰ বিয়া নামিছে।

দুই এদিনতে তোমাৰ ঘৰলৈ সম্ভ্ৰান্ত ঘৰৰ সৰ্বগুন সম্পন্ন কন্যাৰ খবৰ আহিব আৰু তুমি তাতে সন্মতি জনাবা"। কথাষাৰ কৈ সেই বুঢ়া নাইকিয়া হ'ল। মই এইবোৰ বাজে চিন্তাৰ ফল বুলি কৈ পঠাই দিলো। কিন্তু আপোনাৰ আগমনে আৰু এই সু-সংবাদে দেখিছো বাইদেউৰ সপোন দিঠকত পৰিণত হোৱাৰ পথত। বাইদেৱে কিন্তু সপোনৰ কথাত বিশ্বাস ৰাখিছিল। সেয়ে আপোনাৰ প্ৰস্তাৱত একে কথাই ৰাজী হৈছিল। আমিও নেদেখাজনৰ ওচৰত প্ৰাৰ্থনা জনাইছো যেন এই দুখুনী বিধবাৰ ঘৰলৈ হৰ-গৌৰীৰ কৃপা হয়। গতিকে প্ৰশান্ত বোপা তুমি ব্ৰিজলালৰ হাতেতে মোৰ চিঠিৰ উত্তৰ দিবা। আমি দুয়োখন ঘৰে তোমাৰ সিদ্ধান্তলৈ বাট চাই ৰলোঁ। দুই এদিনতে তোমাৰ মাক আমাৰ ঘৰলৈ আনিবৰ কাৰণে মই গাড়ী পঠাম। চিঠি পঢ়ি প্ৰশান্তই কোনো নতুন পুলক অনুভৱ নকৰিলে। দুয়োখন চিঠিয়ে তাক তাৰ কৰ্ত্তব্য পালনৰ এটা সোণালী সুযোগৰ বাৰ্ত্তা বহন কৰি আনিছে। তাৰ যৌৱনৰ পুলক ভৰা দিনবোৰ কাহানিবাই শেষ হৈ গৈছে। সি আজি এজন বাস্তৱমুখী প্ৰগতিশীল আপোচবিহীন ডেকা। অতীতৰ কাৰণে কোনো খেদ নাই। প্ৰশান্তই ব্ৰিজলালৰ হাতত মানিক বৰুৱাৰ প্ৰস্তাৱত সন্মতি জনাই চিঠি লিখি পঠাই দিলে।

মানিক বৰুৱাই প্ৰশান্তহঁতৰ ঘৰলৈ গাড়ী পঠাই প্ৰশান্তৰ মাক আৰু মোমায়েকক মতাই আনিলে।

মানিক বৰুৱাৰ ঘৰৰ আচাৰ ব্যৱহাৰ দেখি মেধি ঘৰত ভাবি অহাতকৈ বেছি সুখী হ'ল। বাইদেৱেকৰ ইচ্ছাত বাধা দিবলৈ মন কৰা নাছিল যদিও মেধিয়ে অসমৰ বিখ্যাত চাহ খেতিয়ক মানিক বৰুৱাৰ দৰে সম্ভ্ৰান্ত পৰিয়ালৰ লগত সম্পৰ্ক কৰাত সিমান পচন্দ হোৱা নাছিল। কিয়নো তেওঁ জানে— 'সমে সমে মিত্ৰ' হোৱাহে সমিচীন। কিন্তু বৰুৱাৰ ঘৰ পাই তেওঁৰ সেই ধাৰণা

ভ্ৰান্তিমূলক বুলি ভাবিলে। ইয়াৰ কাৰণ হয়তু মানিক বৰুৱা পুৰণা ধনী। তেখেতৰ ধনৰ গৌৰৱ নাই। সেইদৰে তেখেতৰ একমাত্ৰ ছোৱালী মুন্‌মীৰ স্বভাব-চৰিত্ৰ, আচাৰ-ব্যৱহাৰো অত্যন্ত মাৰ্জিত পালে। দুদিন পিছত মেধিক লৈ বৰুৱা চাহাব এজন জ্যোতিষীৰ ওচৰ পালে। জ্যোতিষীয়ে বৰুৱাক দুটা ভাল দিন লিখি দিলে। সেই দুই দিনৰ যিকোনো এটাতে বিয়া পাতিব পাৰে। সেই দুটা দিনত কোনো কাল, গ্ৰহ বা বেয়া নক্ষত্ৰ নাই। বৰং দুয়োটা দিনতে অমৃত যোগহে আছে। বৰুৱা চাহাবে জ্যোতিষীক পঞ্চাশটা টকা দি আনন্দ মনে ঘৰমুৱা হ'ল। বাটত আহোঁতে মেধিৰ লগত বিয়াৰ সকলো যাৱতীয় কথা পাতিলে। ঘৰত আহি প্ৰশান্তই সন্মতি জনাই লিখা চিঠি দুখন ব্ৰিজলালৰ পৰা পালে। মাকলৈ লিখা চিঠিখন মেধিৰ হাতত দিলে। দুয়োখনতে একে কথা। তেওঁলোকৰ মতেই প্ৰশান্তৰো মত। ৰাতি বৰুৱাই প্ৰশান্তৰ মাক আৰু মোমায়েকৰ সন্মতিক্ৰমে চিঠি এখন লিখি প্ৰশান্তলৈ পুৱাই ড্ৰাইভাৰৰ হাতত দি পঠাই দিলে। চিঠিত বৰুৱা চাহাবে লিখিলে—তোমাৰ মা-আৰু মোমাইদেউৰ সন্মতিক্ৰমে পৰহি দেওঁবাৰে মুন্‌মীক আঙুঠি পিন্ধোৱাৰ দিন থিক কৰা হ'ল। সেয়ে গাড়ী পঠালো, তুমি যেনেতেনে ৰাতি-পুৱাই আহিবা। সকলো যোগাৰ ইয়াতে কৰা হৈছে। আবেলি মানিক বৰুৱাই প্ৰশান্তৰ মোমায়েক মেধিক লৈ সোণাৰীৰ ওচৰত গৈ এটি আঙুঠিৰ অৰ্ডৰ দিলে। কাইলৈ পুৱাতে লৈ যাবহি। আঙুঠিৰ সম্পূৰ্ণ টকা বৰুৱাই আগতীয়াকৈ দিলে। সোণাৰীয়ে বৰুৱা চাহাব নিজে অহাৰ কোনো দৰ্কাৰ নহব বুলি জনালে। সি নিজে আহি ৰাতিপুৱাই আঠ বজাতে দি থৈ যাবহি। বৰুৱা চাহাবৰ দৰে মানুহ তাৰ দোকানত পদধূলি দিয়াৰ কাৰণে সি নিজকে ধন্য মানিছে।

আজি দেওঁবাৰ। মুন্‌মীৰ আঙুঠি পিন্ধোৱা দিন বৰুৱা-

বৰুৱানীৰ যিমান আনন্দ লাগিব লাগিছিল সেই পৰিমাণে তেওঁলোকক হৰ্ষান্বিত দেখা নগ'ল। এবাৰ সাপে খালে কেঁচুলৈকেও ভয়। তাৰেই প্ৰতিক্ৰিয়া হব পাৰে। প্ৰশান্ত অন্ততঃ দহবজাত আহি পাব লাগিছিল। এঘাৰ বাজিল এতিয়াও দেখা দেখি নাই। ৰাষ্ট্ৰীয়তো গাড়ী বেয়া হোৱাৰ কথা নাই। নতুন গাড়ী তাতে অভিজ্ঞ ড্ৰাইভাৰ। বৰুৱা বৰুৱানীৰ চিন্তাৰ ঢল বাৰিষাৰ ব্ৰহ্মপুত্ৰৰ পানীৰ দৰে বাঢ়িব ধৰিলে। এতিয়ালৈকে বৰুৱা তিনিবাৰো পাইখানালৈ গ'ল। চিন্তাৰ কাৰণেই তেনে হৈছে নেকি? সকলো চিন্তাৰ ওৰ পেলাই গাড়ী আহি বৰুৱাৰ হাউলীত সোমাল। এটাচীটো হাতত লৈ প্ৰশান্ত গাড়ীৰ পৰা নামিল। বৰুৱানী গাড়ীৰ শব্দ শুনিয়েই তাৰাতাৰী পদুলি মুখলৈ গৈছিল। প্ৰশান্তই বৰুৱানীক ভৰি চুই সেৱা জনালে। মাকক বাৰাণ্ডাতে পাই সেইদৰে সেৱা জনালে। সেই সময়ত বৰুৱা হাউলীত বহুত লোকৰ সমাগম হৈছিল। মাক প্ৰশান্তৰ ওচৰলৈ গৈ ৰাস্তাত কিবা খোৱা লোৱা কৰিছেনে নাই খবৰ কৰি পুতেকৰ মুখৰ পিনে চাই ৰ'ল। প্ৰশান্তই তল-মুৰকৈ উত্তৰ দি গ'ল। তাৰ আজি মাকৰ ওচৰতো লাজ লাজ ভাৱ অনুভৱ হ'ল। বোধহয় এনে ক্ষেত্ৰত সকলোৰে হয়। মাকে পুনৰ তাক গা-পা ধুই লবলৈ কলে। প্ৰশান্তই গা-পা ধুই সকলোৰে লগত ভাত পানী খাই মোমায়েকৰ লগত আলোচনা কৰিলে। মোমায়েকৰ মন্তব্য শুনি প্ৰশান্ত বৰ সন্তুষ্ট হ'ল। প্ৰশান্তই মাকক অকলে লগ ধৰিলে। সেই ছেগতে মাকে তাক মাক থকা ৰুমলৈ মাতি নি কানে কানে কলে— হঠাৎ আঙুঠি পিন্ধোৱা দিন হ'ল যদিও তেওঁলোকৰ কোনো অসুবিধা নহয়, কিয়নো আহিবৰ সময়ত মানুহ নোহোৱা ঘৰত সোণৰ অলঙ্কাৰ পাতি এৰি আহিব ভয় কৰিয়েই মাকে সেইবোৰ চুটকেছটোত ভৰাই লৈ আহিছে। আঙুঠি এটাও আছে। প্ৰশান্তক অলপ ৰব কৈ বাকছৰ পৰা আঙুঠিটো উলিয়াই

প্ৰশান্তৰ হাতত দিলে। কেছটোৰে সৈতে আঙুঠিটো সি পেণ্টৰ জেপত ভৰাই থলে। সি মাকক কওঁনকওঁকৈ লাজ লাজকৈ কলে- মা, মইও এটা আঙুঠি গঢ়াই আনিছো। সেই কাৰনেই আহি পোৱাত দেৰি হ'ল।

—জানো বোপা, সেইবোৰ ভালকৈ জানো। সেয়েহে কওঁ সাধু প্ৰবচনবোৰ মানি চলিবা – "বনিয়াৰ ( সোণাৰী ) দিম দিম কালীয়াৰ কালি, দোমৰ বৌমাহ পালেহে থাবি"। ভালেই হৈছে বোপা, মই অনাটো তেন্তে বিয়ালৈকে থাকক। তই অনাটোকে পিন্ধাবি।

—নহয় মা, তুমি অনাটোহে পিন্ধাম। মাকে প্ৰশান্তৰ ফালে চাই এটা তৃপ্তিৰ হাঁহি মাৰিলে।

আবেলি খুব ধুম ধামেৰে আঙুঠি পিন্ধোৱা পৰ্ব্ব শেষ হৈ গ'ল। প্ৰশান্তই মুন্‌মীৰ আঙুলিত আঙুঠিটো পিন্ধাই দিলে। তিৰোতা মানুহখিনিয়ে উৰুলি জোকাৰ দিলে। মুন্‌মী প্ৰশান্তৰ ভৰি চুই সেৱা জনালে। গধুলি আঠ বজালৈ খোৱা লোৱা চলিল। ডিব্ৰুগড়ৰ প্ৰায়বোৰ বিশিষ্টলোক বৰুৱা চাহাবৰ ছোৱালীৰ আঙুঠি পিন্ধোৱা বিয়াত যোগ দিলে। বৰুৱাই প্ৰশান্তক সকলোৰে আগত চিনাকী কৰি দিলে। সকলো উপস্থিত অতিথিয়ে প্ৰশান্ত আৰু মুন্‌মীৰ এই যোৰা পাভ যোৰা বুলি প্ৰশংসা কৰিলে। প্ৰশান্তৰ মাৰ্জ্জিত ব্যৱহাৰ চলন ফুৰণত সকলোবোৰ মোহিত হ'ল আৰু বৰুৱা চাহাব সচাঁকৈয়ে ভাগ্যবান বুলি মনে মনে মন্তব্য কৰি প্ৰস্থান কৰিলে।

—●—

## ॥ তেৰ ॥

আজি ফাগুণ মাহৰ দহ তাৰিখ। বিয়ালৈ মাথোন চাৰি দিন বাকী। প্ৰশান্তৰ মাকে নামঘৰত আগবঢ়াবৰ কাৰণে এখন শৰাইৰ আয়োজন কৰিছে। গতিকে আবেলি প্ৰশান্ত নামঘৰলৈ গৈ গোপিনী সকলৰ পৰা আশীৰ্ব্বাদ লৈ আহিব লাগে। প্ৰশান্তই মাকৰ ইচ্ছানুযায়ী পৰম্পৰা ৰক্ষা কৰি নামঘৰলৈ গৈ আইসকলৰ পৰা আশীৰ্ব্বাদলৈ আহিল। বিয়াৰ দুদিন আগতে ডিব্ৰুগড়লৈ বৰ যাত্ৰী যাব লাগিব। শোৱালকুছিৰ পৰা একেদিনাই গৈ বিয়া সজা অসুবিধা হব। মোমায়েকে আঙুঠি পিন্ধাবলৈ যাওঁতে তেওঁৰ দূৰ সম্পৰ্কীয় মানুহ এজনৰ লগত পৰিচয় হয়। তেওঁৰ নাম ৰমনী বৈশ্য। মুগা পাটৰ দোকান আছে। অসমত বৰ্ত্তমান এনেকুৱা এখন চহৰ নাই য'ত শোৱালকুছিৰ ৰেচম কাপোৰৰ দোকান আৰু মাৰোৱাৰীৰ গেলামালৰ দোকান নাই। ওপৰে ওপৰে চালে দুয়োৰে উদ্দেশ্য একে হলেও প্ৰথমটোয়ে অসমীয়া মানুহৰ অৰ্থনীতিৰ লগতে ঐতিহ্য ৰক্ষাত সহায় কৰিছে আৰু দ্বিতীয়টোয়ে অসমীয়া মানুহৰ পণ্য দ্ৰব্য হিচাবে অকল চাহিদাহে পূৰণ কৰিছে। ... ....
ৰমনী বৈশ্যই উপযাচীয়েই মেধিক প্ৰশান্তৰ বিয়া তেওঁৰ ঘৰৰ পৰাই সাজিব পাৰিব বুলি জনালে। কোনো ফালৰ পৰা অসুবিধা নহব।

নিজৰ ঘৰ, নিজাববীয়াকৈ এটি নামঘৰো এইবাৰ সাজিছে। সম্মুখৰ আহল বহল চোতালখনত ৰভা দিব পৰা হব। এইবোৰৰ দায়ীত্ব তেওঁ নিজেই বহন কৰিছে। তেওঁৰ নিজৰ লৰা নাই। জন্মৰ ৬ মাহ পিছতেই ঢুকাল। জীয়াই থকাহেতেন প্ৰশান্তৰ বয়সৰে হ'লহেতেন।

প্ৰশান্তৰ ইচ্ছানুযায়ী বিয়া সাধাৰণ ভাৱেই পাতিলে। বিয়াৰ পিছত কন্যা লৈ বৰযাত্ৰী উভতিল। ঘৰ পাই মাকৰ পৰামৰ্শমতে ইষ্ট কুতুম্ব ভাগি বংশক মাতি আবেলি এসাজ ভোজ ভাত খুৱালে। এই ভোজত মাছ মাংস দৈ চিৰা সকলো আছিল। পেটভৰাই খাই মানুহবোৰে দৰা কইনাক আশীৰ্ব্বাদ দিলে। এই আশীৰ্ব্বাদ আচলতে মাকেহে পাব লাগিছিল। এই ভোজটো মাকৰ নিৰ্দ্দেশ মতেহে পতা হৈছিল। প্ৰশান্তৰ ইমান খৰছ কৰা সমুলি ইচ্ছা নাছিল।

—চোৱা বোপা, মোৰ আগলৈও নাই আৰু পিছলৈও নাই, তয়ে সকলো। তোৰ বিয়াত সকলো ইষ্ট কুতুম্ব ভাগি বংশ মিলি এসাজ পেট পুৰাই খুউৱাৰ ইচ্ছা মোৰ বহু দিনৰ। তাতে বিয়াত বিশেষ আমাৰ খৰছ নহ'ল। গাড়ীৰ ভাড়াও বৰুৱা ডাঙৰীযাই মোমায়েৰাৰ হাতত দি পঠাইছে। অলঙ্কাৰ পাতিৰ ভিতৰত আমি আঙুঠিটো আৰু কাপোৰ পাছখনহে দিছো। বাকী সকলো তেখেতেই দিছে। নাই বুলিও বৰুৱা ডাঙৰীয়াই ছোৱালীৰ লগত ষাঠী সত্তৰ হেজাৰ টকাৰ সোণৰ গহনাই দিছে। অন্য বস্তুৰ কথা বাদেই। প্ৰশান্তই মাকৰ ইচ্ছাক সন্মান জনাই ভোজটো মাকৰ ইচ্ছানুযায়ী পাতিলে।

বিয়াৰ তিনিদিন পিচত মুন্মীৰ ককাইয়েক মাহীয়েকৰ সৈতে আহি মুন্মীক লৈ গ'ল। যাবৰ সময়ত মুন্মীয়ে শাহুয়েক প্ৰমুখ্যে জ্যেষ্ঠজনক সেৱা জনাই প্ৰশান্তৰ ওচৰলৈ গৈ দণ্ডৱতে সেৱা জনাই বিদায় ললে। মুন্মীৰ ককায়েকে মাক-দেউতাকে কৈ পঠোৱা মতে

আঠমঙ্গলা খাবৰ কাৰণে প্ৰশান্তক যেনে তেনে যাবলৈ মাত্তি গ'ল। মানিক বৰুৱাহঁতৰ ফালে এই দস্তুৰটো নাই যদিও প্ৰশান্তৰ মাকৰ পূৰ্ব্ব আলোচনামতে এই আঠমঙ্গলাৰ আয়োজন। আঠমঙ্গলা হেনো বিয়াৰে এটি অঙ্গ। মুনমীৰ ককাইয়েকে সকলোৰে পৰা বিদায় লৈ পুনৰ প্ৰশান্তৰ মাকক প্ৰশান্তক সেইদিনা পঠাবলৈ সকীয়াই দিলে।

—নিশ্চয় যাব লাগিব বোপা। নিয়ম যেতিয়া মানিবই লাগিব। ভগবানে গা মুৰ ভালে ৰাখিলে নিশ্চয় যাব। সি মোৰ কথা কেতিয়াও নেপেলায়। মুনমী মাহীয়েকৰ সৈতে গাড়ীৰ পিছৰ চিটত বহিল। মুনমীৰ ককাইয়েকে গাড়ী চলালে। ড্ৰাইভাৰজন তেওঁৰ ওচৰতে বহিল। হাত তুলি সকলোৰে পৰা শেষ বিদায় লৈ গাড়ী ষ্টাৰ্ট দিলে। প্ৰশান্ত প্ৰমুখ্যে সকলোৱে হাত জোকাৰি বিদায় দিলে। প্ৰশান্তৰ মাকৰ মনটো বৰ উকণ্ডা উকণ্ডা লাগিল। হয়তু ঘৰৰ লক্ষ্মীক বিদায় দিয়াৰ কাৰণে।

বিয়াৰ এমাহৰ পিছত প্ৰশান্তই মুনমীক লৈ খুনছালৈ যাত্ৰা কৰিলে। মুনমী প্ৰশান্তৰ যুগ্ম জীৱন গতানুগতিক ভাৱে চলিব ধৰিলে। দিন গৈ মাহ হ'ল মাহ মৰি বছৰ হল। চাওঁতে চাওঁতে দুটা বছৰ পাৰ হৈ গ'ল। সিহঁতৰ সংসাৰলৈ আহিল তৃতীয় প্ৰাণী পল্লৱ। পল্লৱৰ জন্ম অসম মেডিকেল কলেজত। পল্লৱ মুনমীৰ গৰ্ভত থকা তিনি মাহ আগতেই দেউতাকে তাইক ডিব্ৰুগড়লৈ লৈ আহিছিল। বহু বছৰৰ মুৰত মানিক বৰুৱাৰ হাউলীত এটি দেৱ শিশুৰ আৱিৰ্ভাব হ'ল। জিম পৰি থকা ঘৰখনলৈ নামি আহিল স্বৰ্গীয় জ্যোতি। সকলো পৰিয়ালৰ মনত আনন্দলহৰ। কেছুৱা বিচনাত থাকিবই নেপায়। কোনোবা নহয় কোনোবাই তুলি লবই। কথাতেই কয় নহয় 'নোহোৱাৰ ঘৰত হ'ল নাত্তি মাটিত থলে পিপৰাই খাব, মুৰত থলে ওকনী খাব' ইফালে মাকে

শোৱালকুছিৰ পৰা জন্মৰ সাত দিনত তোলা নাতিয়েকৰ ফঁটোখন দেখিবৰে পৰা প্ৰশান্তলৈ সঘনে চিঠি লিখাব ধৰিলে। যিমান সোন-কালে সম্ভৱ হয় নাতিয়েকক লৈ ঘৰলৈ আহিব লাগে। পল্লৱৰ তিনি মাহ সম্পূর্ণ হোৱাত প্ৰশান্তই এমাহৰ ছুটি লৈ পৰিয়ালসহ ঘৰ পালে। বৰুৱা চাহাবে নাতিয়েকৰ মৰমতে নিজৰ গাড়ী পঠাই শোৱাল-কুছিত জী-জোৱাই নাতিক ৰখাই গ'ল। প্ৰশান্তৰ ঘৰ ইষ্ট কুতুম্বৰে ভৰি পৰিল। সকলোৰে মনত এটাই মন্তব্য 'সুন্দৰ কেছুৱা, মাক বাপেকক নোছোৱা কিয়'। এদিন দুদিন কৈ পাচদিন এইদৰে আনন্দ উল্লা-হেৰে দিন অতিবাহিত হ'ল। প্ৰশান্তৰ বিশেষ কামেই নাই। খোৱা বহা শোৱা আৰু চাহ মিঠাইৰ যোগান ধৰা। এদিন সি মাকৰ পৰা এটা পৰামৰ্শ বিচাৰিলে।

—মা, গুৱাহাটীত কিনি থোৱা মাটিত দুটা কমৰ ঘৰৰ কাম আৰম্ভ কৰিলে কেনে হয়?

বহু দিনৰ পৰা ভাবি থকা কথাষাৰ পুতেকৰ মুখৰ পৰা শুনি মাকে বৰ আনন্দ পালে।

—বোপা, আজি কালি বোলে টাউন চহৰত মাটি কিনি ঘৰ নব-নোৱাকৈ পেলাই থলে য'ৰে ত'ৰে মানুহ আহি বেদখল কৰি বহে। এনেকৈয়ে বোলে আমাৰ শোৱালকুছিৰে বহুত মানুহৰ গুৱাহাটীত কিনি থোৱা মাদি মাটিত বলপূর্ব্বক ঘৰ সাজি বহি আছে। আচল মালিকে কেচ কৰি হাৰাহাস্তি হৈছে। গতিকে ঘৰ এটা সামান্য ভাবে হলেও সাজি মাটিখিনিৰ দখল ৰাখি থব লাগে। তাকে কৰিবলৈ তোৰ জানো টকা হব? অৱশ্যে মোৰ হাতত অলপ টকা আছে। শাল দুখনত বছেৰেকত খৰছ ভৰচ বাদ দি গড়ে আঠ ন হেজাৰ টকা লাভ হৈছিল। পাচ ছয় বছৰত প্ৰায় পঞ্চাচ হেজাৰ মান টকা জমা হৈছিল। তাৰে দহ হেজাৰ মান টকা অলঙ্কাৰ পাতিত খৰছ

হৈছে। এতিয়াও বেঙ্কত কিজানি সুতে মূলে পঞ্চাচ হেজাৰৰ ওপৰত আছে। তাৰে বিপদ আপদৰ কাৰণে চাৰি পাচ হেজাৰ ৰাখি বাকী-খিনি খৰচ কৰিব পাৰা। পিচলৈ বস্তুৰ দাম বাঢ়ি যাব। ৰাতি মুন্‌মীৰ লগতো প্ৰশান্তই এই বিষয়ে বিশদ আলোচনা কৰিলে। মানুহৰ চহৰ-মুখী মনটো বোধহয় প্ৰগতিৰে লক্ষণ। তাতে তিৰোতাৰ মন। গিৰিয়েকৰ এই পৰিকল্পনাত মুন্‌মী খুব আনন্দিত হ'ল। মুন্‌মী এক নতুন সপোন দেখিলে। মাকৰ পৰা ধন আৰু মনৰ আশ্বাস, মুনমীৰ প'ৰা প্ৰেৰণা পাই পিছদিনা প্ৰশান্ত গুৱাহাটী বুলি ৰাওনা হ'ল। সি গুৱাহাটীত গৈ তাৰ লৰালিৰ বন্ধু বৰ্ত্তমান গুৱাহাটীৰ বিখ্যাত ঠিকাদাৰ মনমোহনৰ ঘৰত উঠিল। মনমোহনে প্ৰশান্তক দুই চাৰিটা ঘৰুৱা কথা-ইমান দিনে ক'ত কি কৰিছে গুৱাহাটীত ঘৰ দুৱাৰ কৰিছে নেকি ইত্যাদি কথা সুধিলে। প্ৰশান্তই যথা যথ উত্তৰ দি শেষৰ কথা-টোত যোৰ দিলে। এৰা ভাই ইমান দিনে অনাই বনাই পাহাৰে পাহাৰে ঘূৰি ফুৰিলো। ঘূৰি ফুৰা কেঁকোৰাৰ বোলে তেল নাই, মোৰো মাথাত তেল নাই। এতিয়া তোমালোকৰ কপালত তেল হয় নেকি তাৰ উপায় চিন্তিয়েই তোমাক লগ ধৰিলো। ইমান সহজে পোৱা মোক্কেল মনমোহন ঠিকাদাৰে সহকাই এৰি দিয়া ভকত নহয়। জীৱন বীমাৰ এজেণ্টে হেনো হস্পিতেলৰ ৰোগীকো সিহঁতৰ ব্যৱসায়ৰ পৰা বাদ নিদিয়ে। মনমোহনে প্ৰশান্তক জোৰ দি সুধিলে সচাঁকৈয়ে সি ঘৰ সজাৰ পৰিকল্পনা লৈছেনেকি? ঘৰ নিজেই বনাবনে কোনো ঠিকা-দাৰক দিব ইত্যাদি ইত্যাদি। প্ৰশান্তই নিজে ঘৰ সজাৰ কোনো অভিজ্ঞতা তাৰ নাই যেতিয়া ঠিকাদাৰকে দিব লাগিব বুলি জনালে। বৰ্ত্তমান সি দুটা বা তিনিটা ৰুম, পাকঘৰ চেনিটাৰী লেট্ৰিনৰ হে চিন্তা কৰিছে।

—বাৰু মনমোহনকা, এইখিনি কামত কিমান টকাৰ দৰ্কাৰ হব? তিনিটা ৰুমৰ ঘৰ, বাথৰুম, চেনিটাৰী লেট্ৰিন, একেবাৰে ইলেট্ৰিফিকেচন,

ৱাটাৰ কানেকচন মিউনিচিপালটি পাৰ্মিচন লৈ সুধিছাতো ?

– হয় মনমোহন কা।

—ধৰা মোটা মোটি পয়সত্তৰ হেজাৰ। কাম কিন্তু মজবুত হৰ। তুমি মোৰ শৈশৱৰ চিনাকী তাতে আৰু একে ঠাইৰে মানুহ। মোক তোমাৰ পৰা বেছি লাভ নেলাগে। ইয়াতকৈ পাছ ছয় হেজাৰ কমতো কোনোৱাই তোমাক কৰি দিব পাৰে কিন্তু পিছত পোস্তাবা। কথাষাৰ কৈ মনমোহনে ব্যৱসায়িক ভঙ্গীৰে প্ৰশান্তৰ পিনে চালে।

—তুপইছা বেছি যাওঁক। মই নিজে থাকিম যেতিয়া ঘৰটো মজবুত হৰ লাগে।

—তুমি ঠিকেই কৈছা প্ৰশান্ত, মই তোমাৰ কথাত সন্তুষ্ট। ঘৰতো সদায় বনাব নোৱাৰা, গতিকে ইয়াত দৰদাম কৰা থিক নহয়। অৱশ্যে মই তোমাৰ কাৰণে পিছে পৰে কিবা অলপ চোৱা চিন্তা কৰিম। তেন্তে ঠিকাতো মোকে দিবা ?

—সেই কাৰণেতো আহিছো।

– মই কথাবোৰ আগতেই কৈ লওঁ। তুমি পুৰনা বন্ধু। তোমাৰ পৰা ত্ৰিশ হেজাৰ মান আগধন লম। বিনতেল পৰ্য্যন্ত উঠিলে আৰু বিশ হেজাৰ দিব লাগিব। বাকীখিনি ঘৰৰ কাম সম্পূৰ্ণ শেষ হোৱাৰ পিছত। এনেতে চাহ জলপান আহিল। দুয়ো খালে। —এতিয়া বলা, তোমাৰ ঘৰৰ ছাইটটো চাই লওঁ। মনমোহনৰ গাড়ীত উঠি দুয়ো বামুনীমৈদান পালে। ৰাষ্টাৰ দাঁতিত গাড়ী ৰাখি প্ৰশান্ত মনমোহন আৰু লৰা এজন সন্তৱ মনমোহনৰ মহৰী প্ৰশান্তৰ মাটিত নামিল। মনমোহনৰ নিৰ্দ্দেশ মতে প্ৰশান্তৰ পৰা সম্মতি লৈ লগত যোৱা লৰাজনে দুই চাৰিটা কথা লিখি লৈ পোনে পোনে মনমোহনৰ অফিছ ৰাজগড় পালে। ৰাজগড় অফিছত গৈ অভাৰচীয়াৰ ডেকাৰ প্ৰশান্তৰ ঘৰৰ প্লেন ইষ্টিমেট বুজাই দিলে। তাতেই প্ৰশান্ত আৰু মনমোহনৰ

মাজত এখন কেছা চুক্তিত হুয়ো চহী কৰিলে। ত্রিশ হেজাৰ টকাৰ চেক এখন সেইদিনাই প্রশান্তই কাটি দি ভেৰ মাহৰ ভিতৰত ঘৰৰ কাম সম্পূর্ণ হব বুলি চুক্তিত চহী কৰিলে। অহা সপ্তাহত এটি শুভ দিনত ঘৰৰ আধাৰশিলা স্থাপন হব।

প্রশান্তই মাকৰ দ্বাৰা আধাৰশিলা স্থাপন কৰালে। ঘৰৰ কাম পূর্ণ গতিত চলিল। প্রশান্তৰ ছুটি শেষ হবৰ দুদিনহে বাকী আছে। তাৰ আশা আছিল ছুটিৰ ভিতৰতে নতুন ঘৰত সোমাব পাৰিব। কিন্তু ঘৰ সম্পূর্ণ হবলৈ আৰু বিশ দিন মান লাগিব। সেয়ে সি মাকৰ ইচ্ছানুযায়ী এমাহৰ ছুটি বঢ়াই কামখিনি একেবাৰে সমাধা কৰি যোৱা সিদ্ধান্তলৈ অফিছলৈ ছুটিৰ টেলিগ্রাম পঠালে। চাওঁতে চাওঁতে আৰু পোন্ধৰ দিন অতিবাহিত হ'ল। ঘৰৰ প্রায় কাম শেষ হোৱা বুলিব পাৰি যদিও লাইটৰ কানেকচন পোৱা নাই। দুই এদিনতে পাব বোলে। এটা শুভ দিন চাই মাক মুনমী আৰু পল্লৱক লৈ পুৰোহিতসহ প্রশান্ত শোৱালকুছিৰ পৰা গুৱাহাটীলৈ নগৃহ প্রৱেশ পূজাৰ কাৰণে পুৱাই বাওঁনা হ'ল। ঘৰৰ পৰাই পূজাৰ যাবতীয় বস্তুও লৈ আহিল। দিনৰ আগ ভাগতে হোম আদি পুৰি পূজা সমাপন কৰিলে। গধূলি ওচৰ চুবুৰীয়া দুই চাৰিজনক মাতি একোকাপ চাহ খুৱালে। নতুন ঘৰত প্রৱেশ কৰি মুনমীয়ে এক নতুন আনন্দ অনুভৱ কৰিলে। অন্তত সিহঁতৰো চহৰত এটা ঘৰ আছে। মাকৰ কল্পনা বাস্তৱত পৰিণত হোৱা আনন্দত অধীৰ। তেওঁ মুনমীৰ আগত কলে-জানো আই ভগবানে নাতিৰ ভাগ্যতে চহৰত এটি ঘৰ দিলে। ভাগৱানে তাৰ ভবিষ্যত উজ্জল কৰক। বংশৰ নাম উজ্জল কৰক।

নতুন ঘৰত দুদিন থাকি প্রশান্তহঁত শোৱালকুছিলৈ ওভতিল। সিহঁত নতুন ঘৰত থকা দুদিনতে কেইবা যোৰাও ঘৰ ভাড়া লোৱা মানুহে প্রশান্তক লগ ধৰিলে। গুৱাহাটীত ভাড়া ঘৰ পোৱা সহজ

কথা নহয়। তাতে মালিক লগতে নথকা ঘৰৰ চাহিদা আৰু বেছি। মুনমী আৰু মাকৰ লগত আলোচনা কৰি মাহে পাচ শ টকাত ঘৰটো ভাড়া দিলে। লৰা যতিয়া স্কুলত দিব পৰা হব তেতিয়া নিজে থাকিব। বৰ্ত্তমান মুন্মী তিনি চাৰি মাহ মাকৰ ঘৰ ডিব্ৰু-গড়তে থাকিব। সেইমতে মুন্মী আৰু পল্লবক ডিব্ৰুগড়ত ৰাখি প্ৰশান্ত খুনছা পালে। বহুদিনলৈ সি কামত মন লগাব পৰা নাছিল। সঘনে তাৰ পল্লবলৈ মনত পৰে। সি ভালদৰে প্ৰশান্তক চিনি পায়। ওচৰলৈ গলে বিচনাৰ পৰা সক পিঠিখন আলাগ কৰি যেন সি প্ৰশান্তৰ কোলাতহে উঠিব। ভাবি ভাবি তাৰ বেয়া লাগে। কিন্তু মুহুৰ্ত্ততে তাৰ লাজো লাগে কিবা সিহে লৰা-ছোৱালী এৰি ইযাত আছেনে? অৰুনাচলৰ প্ৰায়বোৰ চাকৰিয়ালে পৰিয়াল ঘৰত ৰাখিব লগা হয়। তেওঁলোকে যদি সেই কণ ত্যাগ কৰিব পাৰে প্ৰশান্তই কিয় নোৱাৰিব? হাস্পাতেলত লগৰ বেমাৰী বোৰৰ কথা ভাবি নিজৰ বেমাৰৰ বেদনা লাঘব কৰাৰ দৰে প্ৰশান্তইও শান্তনা লভে। চাৰি মাহৰ মূৰত প্ৰশান্ত ডিব্ৰুগড়লৈ আহি মুন্মীহঁতক লৈ গ'ল। প্ৰশান্তৰ কোৱাটাৰ আৰু চাকৰি সদৰ হেড্-কোৱাটাৰত হলে কি হ'ব বছৰত আঠ মাহে ট্যুৰত থাকিব লাগে। অৱশ্যে অৰুনাচলৰ প্ৰায়বোৰ ঠাইত খোৱা লোৱাত অসুবিধা নাই। অসুবিধা হ'ল যাতায়তৰ। গম নোপোৱাকৈয়ে প্ৰশান্তৰ খুনছাত চাৰি বছৰ অতিবাহিত হ'ল। সিহঁতৰ সংসাৰলৈ আহিল আৰু এক নতুন আলহি রুনজুন। তাইৰ জন্মৰ পৰা এই ছয়মাহে পৰি-য়াল শহুৰেকৰ ঘৰতে আছে। তাৰ ছোৱালী রুনজুনৰ অন্ন প্ৰসন্নও ডিব্ৰুগড়তে অৰ্থাৎ আইতাহঁতৰ ঘৰতে হব। মাক অন্ন প্ৰসন্নত আহিব নোৱাৰিলে। অসুখ বুলি মোমায়েকে লিখিছে। প্ৰশান্ত বৰ চিন্তাত পৰিল। মাকৰ অনুপস্থিতিত অন্নপ্ৰসন্ন সকামটো হ'ল যদিও

প্রশান্ত সুখী হব নোৱাৰিলে। সেয়ে দুদিন পিছতে সপৰিয়ালে প্ৰশান্তৰ গাওঁৰ ঘৰলৈ বাওনা হ'ল। গধুলি ঘৰ পালে। মাক বিছনাতে শুই আছিল। আজি দহ বাৰ দিন হ'ল। টাইফয়েডৰ দৰে। ডাক্তৰে নিতৌ চাইয়ে আছে। প্ৰশান্তহঁত যোৱা শুনি মাকে বিচনাতে ইকাতি সিকাতি কৰিছে। প্ৰশান্তই বস্তু বাহিনিখিনি ঘৰত সোমাৱাই থৈ পোনে পোনে মাকৰ কমলৈ গ'ল। পিছে পিছে কোলাত কেছুৱালৈ মুন্‌মী। পল্লৱ প্ৰশান্তৰ হাতত ধৰি ভিতৰ সোমাল। বিচনাৰ ইমুৰে মোমায়েক বহি আছে। প্ৰশান্তই মাকক মাত দি সেৱা জনালে। মুন্‌মীও শাহুয়েকৰ ভৰি চুই সেৱা জনালে। মাকৰ শেতা পৰা মুখখন দেখি প্ৰশান্তৰ শোকে খুণ্ডা মাৰি ধৰিলে। মুন্‌মী কেছুৱাটি কোলাত লৈ শাহুয়েকৰ মুখৰ পিনে একেথিৰে চাই ৰ'ল। প্ৰশান্তই মাকৰ মুৰৰ ওচৰতে বিচনাতে বহি এখন হাত মাকৰ মুৰত ৰাখি কিবা সুধিব যত্ন কৰিছিল যদিও নোৱাৰিলে।

—মই জানো তহঁত দুই এদিনতে আহিবি বুলি। চাও মোৰ নাতিনীজনী কিমান ডাঙৰ হ'ল। তাইক মোৰ ওচৰলৈ লৈ আহা-ছোন আই। মুন্‌মী কনজুনক শাহুয়েকৰ মুখৰ ওচৰলৈ নি ভাঙি ধৰিলে। প্ৰশান্তৰ মাকে নাতিনীয়েকৰ মুখখনত বহু কষ্টৰে হাত বুলাই আশীৰ্ব্বাদ দিলে।

—আই বোৱাৰী, তোমালোক বহু দূৰৰ পৰা আহিছা। কেছু-ৱাটি, লবাটি, সিহঁতৰ নিশ্চয় ভোক পিয়াহ লাগছে। যোৱা আই সিহঁতৰ কিবা এটা ব্যৱস্থা কৰা।

—আমাৰ কাৰণে চিন্তা কৰিব নালাগে আই। আপুনি শুৱলৈ যত্ন কৰক। গা ভাল পালে কথা বতৰা হম। কাইলৈ আপোনাক

গুৱাহাটীলৈ নি ভাল চিকিৎসাৰ ব্যৱস্থা কৰিব লাগিব। অৱ কেইবা-দিনো হ'ল। মুন্‌মী কনজুনক প্ৰশান্তৰ হাতত দি শাহুয়েকৰ কপালত লাহি লাহি কথাকেইটা কলে। প্ৰশান্ত নিৰ্বাকভাৱে মাকৰ সৈতা পৰা মুখখনলৈ চাই থাকিল। ইমান দিনৰ চিনাকী মুখখন যেন আজি তাৰ কাৰণে অচিনাকী মুখ। বুঢ়ীয়ে সেহাই সেহাই ক'লে—

—তোমালোকে কৈছা মই ভাল হৈ যাম? আৰু কি ভাল হব লাগে আই। মোৰ সকলো ভাল। একমাত্ৰ আজি মোৰ শিৰৰ সেন্দুৰহে নাই। মোৰ সংসাৰত কৰিবলগীয়া সকলো কাম শেষ। এতিয়া তোমালোক সকলো মোৰ সম্মুখত, যাবৰ সময়ত এবাৰ দেখাৰ খুব ইচ্ছা আছিল। তাকে দিন ৰাতি খাতিছিলো ভগবানে মোৰ সকলো মনৰ কামনা পূৰ্ণ কৰিলে। আই বোৱাৰী তোমাক দুটামান কথা কৈ যাওঁ। মন দি শুনিবা। তুমি প্ৰশান্তক চাবা। জীৱনত সি বৰ অকলশৰীয়া। নিজ বাহুবলেৰে জীৱন নৈৰ কোৱাল সোঁতত সি অকলে সাঁতুৰিছে। ময়ে আছিলো তাৰ জীৱন নৈৰ তুলুঙা নাওঁ। সেই নাওঁখনিও আজি বাৰ্দ্ধক্যৰ হেচাত জৰাজীৰ্ণ। কোন মুহূৰ্ত্তত ইয়াৰ গজালবোৰ তক্তাৰ পৰা এৰি নৈৰ সোতত বিচিন্ন হৈ যাব তাৰ ঠিকনা নাই। তুমিয়েই একমাত্ৰ তাৰ জীৱনৰ চাহাৰা। কাম কৰা ছোৱালীজনীক মতা বুলি কোৱাছোন। অলপ পিচত ছোৱালীজনী আহিল।

—শুন মনিমালা, দাদা-বৌহঁতৰ কাৰণে খোৱা লোৱাৰ ব্যৱস্থা কৰা। গাখীৰ দিলেনে? কনকন পোৱালীহালে বহুত কষ্ট পালে। সিহঁতক গাখীৰ দিয়া। চাবা আকৌ আমাক দিয়াৰ দৰে লেতেৰা পেটেৰাকৈ নিদিবা। যোৱা দেখি নকৰিবা। তাই গুছি গ'ল। মোমায়েকে প্ৰশান্তৰ লগত মাকৰ বেমাৰৰ বিষয়ে দুই এটা

কথা পাতিলে। মুনমী লৰা ছোৱালী হালৰ কাৰণে কিবা খুৱাবৰ কাৰণে ওলাই গ'ল। ৰাতি সিহঁতে ভাত পানী খালে। প্ৰশান্তই এটা বাতিত মাৰ ভাত কেইটামান তাতে গাখীৰ দি পিটিকি পিটিকি চামুচেৰে মাকক খুৱাব চেষ্টা কৰিছে। কেইচামুচমান গিলাৰ পিচত আৰু ভিতৰলৈ নেযায় বুলি মাকে হাতেৰে ইঙ্গিত দিলে। পবিত্ৰ মোমায়েকৰ সৈতে আলোচনা কৰি পুৱা মাকক গুৱাহাটীলৈ নিবৰ কাৰণে টেক্সী এখন বন্দোৱস্ত কাৰ আহল। তেতিয়া ৰাতি ন মান বাজিছিল। মুনমী অন্য এটা কমত পল্লৱ আৰু কনজুনক টোপানি নিয়াইছিল। মোমায়েকক ঘৰলৈ পঠাই পন্থুলিতে চিগাৰেট এটা জলাই মাকৰ কথাই চিন্তা কৰিলে। আধাতে চিগাৰেটটো পেলাই দি সি আকৌ গৈ মাকৰ ওচৰত বহিল। সি মাকৰ কপালত হাত দি চাই মুখখন মাকৰ ওচৰলৈ নি লাহে লাহে কলে—মা কালি পুৱা তোক লৈ আমি গুৱাহাটীলৈ যোৱাৰ সিদ্ধান্ত কৰিছো। দৰ্কাৰ হলে হস্পিতেলত ভৰ্ত্তি কৰিব লাগিব। আজি এসপ্তাহে হ'ল ইয়াৰ ডাক্তৰে দেখো বেমাৰ ধৰিবই পৰা নাই। ভাল ডাক্তৰক দেখুৱালে হে সোনকালে ভাল হবি। মাকে সেহাই সেহাই কলে, — বোপা প্ৰশান্ত, মোৰ চিকিৎসাৰ আৰু দৰ্কাৰ নহব মই তহঁত অহা-লৈহে বৈ আছিলো, তোৰ দেউতাই মোক কেইদিনমান আগতেই তেওঁৰ ওচৰলৈ মাতিছে। মই তহঁতক এবাৰ চাইহে যাম বুলি কৈছো। মোৰ সময় হৈ আহিছে। বেঙ্কৰ পাচবুকটো টিনৰ বাকচটোতে আছে। সেইটোতে কেইপদমান সোণৰ অলঙ্কাৰো আছে। নাতিনী জনীৰ অন্নপ্ৰসন্নত যাব পাৰিম বুলি এভৰি সোণৰ চেইন এডাল গঢ়াই ৰাখিছিলো, পিছে নোৱাৰিলো, তাইক সেইডাল পিন্ধাবি। পাৰিলে শাল কেইখন চলাই যাবা। অন্ততঃ কেইজনীমান দুখীয়া মানুহৰ উপকাৰ হব। হাজিৰা কৰা মানুহখিনিৰ লগত ভাল ব্যৱহাৰ কৰিবি।

সিহঁতে তোক অসম্ভৱ মৰম কৰে। পাৰিলে হাজিৰাৰ নিৰিখ অলপ বঢ়াই দিবি। সকলো বস্তুৰ দাম বাঢ়িছে। সিহঁতৰ মনত আঘাট দিলে মোৰ আত্মাই কষ্ট পাব। ময়ো এদিন হাজিৰা কৰি পেট পালিছিলো, তোক পঢ়ুৱাইছিলো। কাম কৰি খোৱা মানুহখিনি-য়েহে সদায় ভগৱানৰ অস্তিত্ব অনুভৱ কৰে। সিহঁতক সন্তুষ্ট কৰিলেই ভগৱান সন্তুষ্ট হয়। তইঁত এতিয়া শোৱাগৈ মনিমালাতো মোৰ লগত থাকৰই। প্ৰশান্ত মাকৰ ওচৰৰ পৰা মুন্‌মীহঁত শোৱা কমত সোমাল। ৰাতি দৰ্কাৰ হব পাৰে ভাবি দুই কমৰ মাজৰ দৰ্জাখন প্ৰশান্তই খোলা ৰাখিলে। মনিয়ে মাত দিলেই যাতে উঠিব পাৰে। মনি মাকৰ ওচৰৰ খাটখনত শুইছে। মুন্‌মী তেতিয়া লৰা ছোৱালী হালৰ লগত বিচনাত পৰিছিল যদিও শাহুয়েকৰ কথা ভাবিয়েই ভাগৰতো চকুত টোপনি ধৰা নাছিল। মুন্‌মী যেতিয়া কইনা হৈ এইখন ঘৰলৈ আহিছিল শাহু আইয়ে মুন্‌মীক কোৱা বাস্তৱধৰ্মী কথাবোৰ তাইৰ এতিয়াও মনত পৰে। বিপদত ধৈৰ্য্য নেহেৰুৱাবা এই-জনী আদৰ্শ মাতৃ এটি সন্তানৰ মাকহৈ বিয়াৰ দুবছৰৰ ভিতৰতে বিধবা হৈ কোনো আৰ্থিক সম্বল নোহোৱাকৈ নিজৰ কঠোৰ শ্ৰমৰ বলত, নিজৰ উচ্চ আদৰ্শৰ বলত, কেনেকৈ সন্তানক প্ৰকৃত মানুহ গঢ়িব পাৰিলে ভাবিলে শিৰ দো খাই আহে। মুন্‌মী মনো দাপোনত আজি সেইবোৰ ভাহি উঠিল।—বোৱাৰী, সংসাৰত বেয়া মানুহো আছে ভাল মানুহো আছে, আৰু সদায় থাকিবও। অৱশ্যে ভালতকৈ বেয়াৰ সংখ্যা বেচি। বীৰত্ব পুৰুষৰ ভূষণ, সেইদৰে মাতৃত্ব নাৰীৰ ভূষণ। তোমালোকে বহুত পঢ়াশুনা কৰিছা। কোৱাছোন বাৰু কোন মহা পুৰুষ, কোন চৰিত্ৰবান সৎলোকক চৰিত্ৰহীন মাতৃয়ে জন্ম দিছে? সন্তানৰ কাৰণে মাতৃয়ে ত্যাগ কৰিব লগা অকল দৈহিক আহাৰেই নহয় ইয়াতকৈ বেচি প্ৰয়োজনীয় হৈছে মনৰ ভাৱসম্য ৰক্ষা কৰা।

মই যত্ন কৰিছিলো। বোধহয় সেই কাৰণেই কয়—মাৰ সমান হব কোন নৈৰ সমান ৰব কোন। আজি এইবোৰ তত্ত্ব গধুৰ কথা মুনুমীৰ মনত পৰিছে। ওচৰতে থকা বিচনাখনতে প্ৰশান্ত দীঘল দি পৰিল। লাইট জ্বলাই ৰাখিলে। কেতিয়া টোপনি আহিল কবই নোৱাৰিলে। মনিমালাৰ মাতত প্ৰশান্ত ঘপকৈ বিছনাৰ পৰা উঠি মাকৰ কম পালে। মাকৰ গলৰ পৰা তেতিয়া ঘৰ ঘৰী শব্দ এটা ওলাই আছিল। মাকৰ মূৰত হাত দি প্ৰশান্তই হুবাৰমান মা-মা কৈ মাতিলে। মাকে চকু দুটা ঘুৰাই তাৰ ফালে চালে। হাত দুখন বুকুৰ ওপৰত ৰাখি ঘক্ শব্দ কৰি শেষ নিশ্বাস এৰিলে। প্ৰশান্তই আৰু ধৈৰ্য্য ধৰিব নোৱাৰিলে। সি হুক হুককৈ কান্দি দিলে। প্ৰশান্তৰ কান্দোন শুনি মুনুমী আৰু বাহিৰত শুই থকা বাহাদুৰ আৰু ওচৰৰ চাৰি পাচজন মানুহ আহি গোট খালে। সকলো শেষ। প্ৰশান্তৰ একমাত্ৰ অভিভাৱক চিৰ আৰাধ্যা মাতৃ চিৰজীৱনৰ কাৰণে তাক মাউৰা কৰি এৰি গ'ল।

গাওঁৰ মানুহৰ সাহায্যত ৰাতিপুৱা মৃতদেহৰ অন্ত্যেষ্টিক্ৰিয়াৰ কাৰণে শ্মশানলৈ নিলে। তিনি চাৰি ঘণ্টাৰ ভিতৰত শ্মশান কাৰ্য্য সমাপন কৰি প্ৰশান্তহঁত ঘৰলৈ ওভতিল। প্ৰশান্তই শহুৰেক মানিক বৰুৱালৈ এই শোকাবহ তাৰ বাৰ্ত্তা পঠালে। প্ৰশান্তহঁতৰ আদ্য শ্ৰাদ্ধ আজি কালি তেৰ দিনতে কৰে। আগতে এমহীয়া আছিল। তিনি দিনৰ দিনা পুৰোহিত আহি কাম কৰিলে। সেইদিনা গধুলিয়েই প্ৰশান্তৰ শহুৰেক মানিক বৰুৱা আহি পালে। প্ৰচলিত প্ৰথানুযায়ী এই মাঘ মহীয়া ঠাণ্ডাতো প্ৰশান্তই এখন চুৰিয়াৰে ব্ৰত পালন কৰিলে। মাকৰ মৃত্যুৰ দিন ধৰি এই তিনি দিন পানী এটোপাৰ বাহিৰে

সি একো মুখত দিয়া নাছিল। পুৱাই উঠি নদীত গৈ ডুব মাৰি গা তিয়াই তিতা চুৰিয়াৰে আহি বাহিৰত ধৰি থোৱা জুইৰ ওচৰত বহে আকৌ সূৰ্য্য অস্ত যোৱাৰ আগে আগে নদীত গৈ ডুব মাৰি একে ধৰণে আহি জুইৰ ওচৰত বহে। তিতা চুৰিয়া গাতে শুকায়। আজি তিনি দিনৰ দিনা পৰম্পৰা ৰীতি অনুযায়ী গঞা জাতিয়ে দিয়া চাউলৰ পিঠা গুড়ি বিধান অনুসৰি মুখত দিছে। গধূলি কুমাৰৰ মাটিৰ চৰুত মাহীয়েকে শিকাই দিয়া মতে এমুঠি চাউল, তাতে খকুৱা বেঙেনা আৰু সৰু আলু চাৰিটা দি সিদ্ধ ভাত ঘি আদা নিমখেৰে খাই ব্ৰত পালন কৰিলে! মুনমী মাছ মাংস তেল আদি নেখায় ব্ৰত পালন কৰিছিল প্ৰশান্তই প্ৰচলিত সকলো নিয়ম বা ব্ৰত দহ দিনলৈকে মানি চলিছিল। প্ৰশান্তই এই ৰীতি নীতি মানি চলাত কোনো দ্বিধাবোধ কৰা নাছিল। ব্ৰতৰ কেইদিন শান খেড়ৰ ওপৰত এক বস্ত্ৰৰে শুই কটাইছিল। এই কঠোৰ প্ৰচলিত ব্ৰত বা নিয়মবোৰ পালন কৰোতে প্ৰশান্তৰ কোনো অসুবিধা বা অশান্তি লাগিব দূৰৰ কথা বৰং তাৰ মনলৈ সংযম আৰু পবিত্ৰতাহে আহিছিল। এই প্ৰত্যেকটো কঠোৰ ব্ৰতে প্ৰশান্তক তাৰ মাকৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি সততে সোঁৱৰাই দিছিল। মাতৃহাৰা পুত্ৰৰ মনত মনোবল জগাইছিল। গাওঁৰ মানুহ আৰু ইষ্টকুটুম্বে প্ৰশান্তই এই পুৰণি নীতি নিয়মবোৰত তাৰ শ্ৰদ্ধা দেখি আচৰিত হৈছিল আৰু বহুতে সন্তোষও প্ৰকাশ কৰিছিল। আজি কৃত্ৰিমৰ যুগত সকলো কৃত্ৰিম। বহুতে প্ৰশান্তক সেই মান্ধাতাৰ যুগৰ নিয়মবোৰ মানি মিছাকৈ শৰীৰত কষ্ট দিয়াৰ কোনো অৰ্থ নাই বুলি যুক্তি দাঙি ধৰিছিল। ইয়াৰ উত্তৰত মাথো প্ৰশান্তই কৈছিল—ক'তা মইতো কোনো কষ্ট অনুভৱ কৰা নাই। সেইদৰে মোৰ স্বাস্থ্য বা মনোবলো ভাগি যোৱা নাই। যিবোৰে কষ্ট বুলি ভাবে নকৰিব।

তাৰ কাৰণে কোনো আইনৰ বাধ্য বাধকতা নাই। এইটো হ'ল সম্পূৰ্ণ মনৰ কথা! অনুভব অনুভূতিৰ কথা। গান্ধৰ এটা ফালে পুৰোহিতৰ কোনো আৱশ্যক নাই বুলি যুক্তি দৰ্শাই মাকৰ আদ্য-শ্ৰাদ্ধত অকল হৰিৰ নামেৰেহে শুচি হোৱা পৰামৰ্শ দিছিল। প্ৰশান্তই এই সম্বন্ধে তেওঁলোকৰ লগত কোনো তৰ্ক বিতৰ্ক নকৰি বিনম্ৰভাৱে কৈছিল—চাওঁক বাইজ, জ্ঞাতি ভাই ককাইসকল। কোন নিয়ম ভাল কোন নিয়ম বেয়া সেই বিষয়ে মই সিদ্ধান্ত দিবলৈ খোজা নাই বা তেনে জ্ঞানো মোৰ নাই। আপোনালোকে যেতিয়া এটা কথাত এক মত যে মানুহ মৰিছে ঘৰৰ পৰিয়াল শুচি হব লাগে। 'শুচি' কথাটো মনৰ বস্তু। যদি ঘৰৰ পৰিয়ালবৰ্গ অকল হৰি নামেৰে শুচি হব বিচাৰে হওঁক আৰু যদি কোনোবাই পুৰোহিতৰ সহায়েৰে দান দক্ষিণা যাগযজ্ঞ অৰ্থাৎ বৈদিক প্ৰথাৰে শুচি হব বিচাৰে হওঁক তাত আপত্তি থকা উচিত নহয়। সমাজ ইয়াৰ নিয়ম নীতি আচাৰ ব্যৱহাৰ ধ্যান ধাৰণা সকলো মানুহৰ হিতৰ কাৰণে মানুহে কৰা ব্যৱস্থা। চাওঁক জীৱ হত্যা পাপ, নৰহত্যা মহাপাপ, ব্ৰহ্ম হত্যা তাতোকৈ ডাঙৰ পাপ। এইবোৰ কথা আমি ওপৰে ওপৰে ভাবিলে ডেকা তেজ গৰম হৈ উঠে সচা কিন্তু ইয়াক যদি যথাৰ্থ ভাৱে চিন্তা কৰি চোৱা যায় আমাৰ বিদ্ৰোহী মনৰ সমীচিন উত্তৰ তাতেই পাওঁ। সকলো ধৰ্মৰ মূল নীতি প্ৰায় একেই। এতিয়া চাওঁক আমি যদি চাওঁ জীৱ হত্যা পাপ, নৰহত্যা মহাপাপ। আমি মনত ৰাখিব লাগিব এই সকলোবোৰ নিয়ম নীতি কিন্তু মানৱ জাতিৰ কল্যাণ, সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে কৰা। সেয়ে মানৱ সভ্যতাৰ সহায়ক যাক আমি দেৱতা বুলিও পূজা কৰো সেই জীৱ 'গো' বধ হিন্দু সমাজে পাপ বুলি গণ্য কৰিছে। কিন্তু সেই একে জীৱ মাছ কাছক গুণগত হিচাবে তেনে স্থান দিয়া নাই।

নৰহত্যাতকৈ ব্ৰহ্ম হত্যা বেচি গুৰুতৰ পাপ বুলি শুনি আমাৰ মনটো ভাংখাই উঠে— কিয়নো আমাৰ বৰ্ত্তমান সমাজত ব্ৰাহ্মণ শব্দই এটা সম্প্ৰদায়তহে বৈছেগৈ। সমাজৰ কল্যাণকামী ব্যক্তিয়েই যদি ব্ৰাহ্মন হয়, সেই সমাজৰ কল্যাণ কামী ব্যক্তিক যাক শাস্ত্ৰত ব্ৰাহ্মণ বুলি কোৱা হৈছে তেওঁক হত্যা কৰিলে নিশ্চয় মহাপাপ বা গুৰুতৰ অপৰাধ হব। সমাজৰ ক্ষতি হব। কিন্তু মহীৰাম দাসৰ গাভৰু জীয়েকক ৰুক্মিনী শৰ্মাই বলাৎকাৰ কৰা দেখি একে ঘাপে শৰ্মাক মুৰ মাটিত পেলাই দিয়াত মহীৰাম দাসৰ ব্ৰহ্মহত্যা পাপ হোৱা নাই। বৰং সমাজৰ কণ্টক হে আঁতৰাইছে। আৰু যদি ৰুক্মিনী শৰ্মাৰ এই মৃত্যুক ব্ৰহ্মহত্যা আখ্যা দিয়া যায় সেইটোহে পৰিতাপৰ বিষয়! আমি বেদ ব্ৰাহ্মণ মানিলে পুৰোহিত মানিবই লাগিবই লাগিব। কিন্তু এই বেদ উপনিষদ পুৰাণৰ ব্যাখ্যাৰো সৰ্ব্বসম্মত সৰ্ব্বহিতকৰ হব লাগিব। সকলোৰে গ্ৰহণ যোগ্য হব লাগিব। মই কোনো এটা সম্প্ৰদায় আনটোতকৈ ডাঙৰ বা ভাল বুলি নেভাবো। কিয়নো এই ব্যক্তি যোগ্যতাৰ বা পেছাৰ ওপৰত প্ৰতিষ্ঠিত নহয় জন্ম স্বত্তৰ ওপৰতহে। ই কৰ্মৰ যোগ্যতাৰ ওপৰতহে শ্ৰেষ্ঠত্ব নিৰ্ভৰ কৰে। প্ৰশান্তই পুৰোহিতৰ অনুষ্ঠানটো ব্যৱসায়ীক দিশৰ পৰাও আৱশ্যক আছে বুলি ভাবে। কাৰোবাৰ হিতৰ কাৰণে যদি কোনোবাই কাম কৰি দিয়ে তাৰ মজুৰী নিশ্চয় দিয়া উচিত। তাকে পৰিস্থিতি বিশেষে মজুৰী নুবুলি দক্ষিনা দান বোলাত কি আপত্তি থাকিব পাৰে? আৰ্য্য সভ্যতাৰ পুৰোহিতৰ প্ৰয়োজন সদায় থাকিব। এই পুৰোহিত শব্দটো বহল অৰ্থত ললেই আমাৰ দ্বিধাৰ কাৰণ নেথাকে।

প্ৰশান্তই মাকৰ আদ্য শ্ৰাদ্ধ শেষ কৰি মাকৰ অন্তিম ইচ্ছানুযায়ী সিহঁতৰ ভাতশালত কাম কৰা মানুহ চাৰিজনীক মাতি আনি বহুৱাই লৈ সুধিলে— আপোনালোকে এতিয়া কি কৰিম বুলি

ভাবিছে। আজি প্ৰায় এমাহে শাল বন্ধ আছে। আপোনালোকে কৰবাত কামত সোমাইছে নেকি? আপোনালোককতো প্ৰায় আমাৰ ঘৰতে দেখিছো।

—ক'তো কাম কৰা নাই বোপা, কাম কৰিবলৈ পেটে কলেও মনে নকয় বোপা! তুমিতো একো গম নোপোৱা বোপা, বাইদেউৰ মৃত্যুয়ে আমাক বৰ দুখ দিলে। বাইদেউ বেমাৰত পৰা সময়তেই আমাক কৈছিল আমি যেন তোমাক নেৰো। সেয়ে আজি এমাহে পেটত গাঠি দিয়ো কতো কাম কৰা নাই।

—আপোনালোকে দুখ নকৰিব। মই আপোনালোকে কাম নকৰা মাহৰ কাৰণে প্ৰত্যেককে আঢ়ৈ শকৈ টকা দিম— এয়া টকা লওঁক। বুলি প্ৰশান্তই টকা বেগৰ পৰা উলিয়াই দিলে। টকা লবলৈ ইচ্ছা কৰা নাছিল যদিও প্ৰশান্তৰ আন্তৰিকতাক অৱজ্ঞা কৰিব নোৱাৰি ললে।

—বোপা এয়া তোমাৰ পৰা পুৰস্কাৰ বুলিয়েই লৈছোঁ। ক্ষতিপূৰণ হিচাপে নহয়। বাইদেউৰ দৰে মানুহ আৰু জীৱনত নেপাওঁ। গৰীবৰ অন্তৰ তেওঁ ভালকৈ উপলব্ধি কৰিছিল। আজি ছয় বছৰে আমাৰ অন্তৰত দুখ দিয়া কথা এষাৰ নকলে। যেতিয়াই টকাৰ দৰকাৰ হয় তেতিয়াই লৈ গৈছিলো। কোনো দিন বিমুখ কৰা মনত নপৰে। আমিও বাইদেউক কোনো দিন অসন্মান বা কামত ফাঁকি দিয়া মনত নপৰে। আজি কালি শালৰ মালিকবোৰৰ ব্যৱহাৰ পাতি দেনা পাওঁনা একেবাৰে ভাল নহয়। কিন্তু এতিয়া আমি কি কৰিম চিন্তাত পৰিছো। তুমিতো চাকৰি এৰি ঘৰত বহি শাল চলাই থাকিব নোৱাৰা বা তোমাৰ মেমচাহাবেইবা কিয় গাওঁত থাকিব?

—আপোনালোকৰ কাৰণে মই চিন্তা কৰি চাইছো। যেনে তেনে

মই শাল চলাই যাম। ভাতশালৰ লগতে মোৰ মধুৰ স্মৃতি জড়িত আছে। বৰং মই আৰু দুখন শাল কিনাৰহে চিন্তা কৰিছো। কিন্তু সকলো পৰিচালনাৰ দায়ীত্ব আপোনালোকে লব লাগিব। মা থকা কমটোত আৰু দুখন শাল পতা হব। মই থকা কমটো খালী থাকিব। তাত মোৰ মোমাইদেৱৰ ছোৱালী কৰবী থাকিব। তায়েই দুখন শালৰ মেনেজাৰৰ কাম চলাব। মাৰ অন্তিম ইচ্ছানুযায়ী এই মাহৰ পৰা আপোনালোকৰ দৈনিক হাজিৰা আৰু দুটকাকৈ বঢ়াই দিয়া হ'ল। মানুহকেইজনী প্ৰশান্তৰ সিদ্ধান্তত অত্যন্ত সুখী হ'ল। তেওঁলোকে প্ৰশান্তৰ সৰ্ব্বতো প্ৰকাৰ মঙ্গল কামনা কৰি বহাৰ পৰা উঠিল। প্ৰশান্তই তেওঁলোকক অহা কালিৰ পৰা কামলৈ আহিবলৈ কলে। মোমায়েকৰ জীয়েক কৰবীক সকলো কথা বুজাই কলে। প্ৰশান্তই পুৰা গৈ আৰু দুখন শাল কিনি আনি মাকৰ কমত পাতিলে। কৰবীৰ হাতত দুহেজাৰ টকা দি যাৱতীয় সূতা নেটা কিনি দি সকলোৰে পৰা বিদায় লৈ প্ৰশান্ত সপৰিয়ালে ডিব্ৰুগড়লৈ যাত্ৰা কৰিলে। ডিব্ৰুগড়ত দুদিন থাকি পৰিয়াল শহুৰেকৰ ঘৰত এৰি প্ৰশান্ত খুনছাত গৈ কামত জইন কৰিলে। জইন কৰাৰ দু'দিন পিছতেই তাৰ মফচল টুৰ পৰিল। তিনি মাহৰ পিছতহে হেড্ কোৱাৰ্টাৰলৈ ফিৰিল। হেড্ কোৱাৰ্টাৰত দুদিন থাকি ভাগৰ যোগৰ মাৰি দৰ্মহা পাতি লৈ চাৰি দিনৰ কেজুৱেল ছুটিত ডিব্ৰুগড়লৈ আহি মুন্মীহঁতক লৈ পুনৰ খুনছা পালে। মায়াৰ সংসাৰ। লৰা ছোৱালী হাল এৰি থকা বৰ টান।

এবছৰ দুবছৰকৈ পল্লৱৰ চাৰি বছৰত ভৰি দিলে। শহুৰেক মালিক বকৰাৰ খেচ খেচনিত পল্লৱক শিলঙৰ এড্মাণ্ডচ্ স্কুলত ভৰ্ত্তি কৰালে আৰু হোষ্টেলতে থকাৰ ব্যৱস্থা কৰিলে। প্ৰশান্ত আৰু মুন্মীৰ মতে পাচ বছৰ নোহোৱাকৈ লৰা ছোৱালী স্কুলত ভৰ্ত্তি কৰা উচিত নহয়। কিন্তু সিহঁতৰ সিদ্ধান্ত সলনি কৰিব লগা হ'ল।

প্ৰশান্তৰ বদলিৰ অৰ্ডাৰ আহিল। নতুন ঠাইলৈ যাব লাগিব যেতিয়া লৰাজন হোষ্টেলত ৰখাই ভাল। ৰুনজুনৰ তেতিয়া মাত্ৰ দুবছৰ চলিছে। প্ৰশান্তই বহুতো ভাবি চিন্তি মুন্‌মীক ছোৱালীজনীৰে সৈতে অন্ততঃ বাৰিষাৰ দিন কেইটা সিহঁতৰ নিজ ঘৰ গুৱাহাটীতে ৰখাৰ চিন্তা কৰিলে। সেই মৰ্মে সিহঁতৰ ঘৰত থকা ভাৰাতীয়া মানুহ ঘৰলৈ চিঠি লিখিলে। যেনে তেনে যেন পিছৰ মাহৰ পৰা ঘৰটো এৰি দিয়ে। মানুহ ঘৰ সন্মত হ'ল। এমাহৰ পিছত সিহঁত গুৱাহাটী পালে। দুদিনমান শোৱালবুছিৰ ঘৰত থাকি গাওঁৰে কাম কৰা ছোৱালী এজনী লৈ গুৱাহাটী পালে। দহদিন গুৱাহাটীত থাকি যাৱতীয় বস্তু বাহানি যোগান ধৰি প্ৰশান্ত বদলিৰ নতুন ঠাই পূব কামেং জিলাৰ চেপা পালে। চেপা জিলা-সদৰ। চেপাত গৈ প্ৰশান্তই ভালেই পালে অন্তত ঘৰৰ কিছু ওচৰ হ'ল। চেপাত থকা সময়তে সি বিশেষ সান্নিদ্ধলৈ আহিল চাৰ্কোল অফিছাৰ পাঠক চাহাব, ডাক্তৰ বসুমতাৰী আৰু ইঞ্জিনীয়াৰ মিঃ মান। এমাহ দুমাহকৈ প্ৰশান্তৰ চেপাত দুবছৰ হ'ল। এই সময়ছোৱাৰ ভিতৰত এবাৰহে প্ৰশান্তই পৰিয়াল তালৈ নিছিল। সিয়ো মাথোন তিনি মাহৰ কাৰণে। পূজাৰ বন্ধৰ লগতে এমাহৰ ছুটি লৈ প্ৰশান্ত ঘৰলৈ বাওঁনা হ'ল। গধুলি মান চাহাবে তেওঁক চাৰিদুৱাৰ আই বিত নমাই থৈ গ'ল। খবৰ কৰি গম পালে আজি অসম বন্ধ। সকলো যাতায়তৰ চলাচল বন্ধ। বাধ্য হৈ বিষন্ন মনে চাৰিদুৱাৰ আই-বিত ৰাতিটো থকাৰ কাৰণে চিন্তা কৰি বিচনাত পৰি গধূলিৰ আঞ্চলিক বাতৰি শুনিছে। এনেতে অকস্মাৎ ডাঃ পবিত্ৰ বসুমতাৰীৰ আৰিৰ্ভাব। এই কাহিনী আমি দ্বিতীয় অধ্যায়ত পাই আহিছো।

—●—

## ॥ চৈধ্য ॥

দহ বছৰ পিছৰ কথা। ইতিমধ্যে ডাঃ পবিত্ৰ বসুমতাৰী কি জনজাতি কি অজনজাতি সকলোৱে পৰা জনগণৰ প্ৰকৃত চিকিৎসক হিচাবে প্ৰশংসা লাভ কৰিছে। বিশেষকৈ জনজাতিলোকে ডাক্তৰ বুলিলে পবিত্ৰ বসুমতাৰীকে বুজে। যেনিবা পবিত্ৰৰ নাম ডাক্তৰহে। আনকি পবিত্ৰ বসুমতাৰী চাহাবৰ প্ৰশংসনীয় সেৱাৰ কাৰণে যোৱা বছৰ স্বাধীনতা দিৱস উপলক্ষে ৰাজ্যপালৰ সোণৰ পদকো পাইছে। শেহতীয়াকৈ তেওঁক ভাৰত চৰকাৰে আন্দামানৰ মুখ্য স্বাস্থ্য বিষয়া হিচাবে মনোনীত কৰিছে। বসুমতাৰী চাহাবেও আগ পিচ গুণি ইয়ানীৰ লগত আলোচনা কৰি তালৈ যোৱাতো খাটাং কৰিলে। কিবা এটা পৰিবৰ্ত্তন হ'বো বিচাৰে। আনহাতে তেওঁলোকৰ এতিয়া আন্দামানলৈ যোৱাত কোনো লেঠা নাই। লৰা ছোৱালীহাল ডাঙৰ হৈছে। লৰাজন অৰুণাচল কোটাৰ পৰাই মেডিকেল পঢ়িবলৈ গৈছে মাদ্ৰাজলৈ। ছোৱালীজনী হোষ্টেলত থাকি শ্বিলঙৰ চেণ্ট মেৰীজ কলেজত পঢ়ি আছে। চাকৰি জীৱনৰ বেচি ভাগ সময় তেওঁ অৰুণাচলতে কটালে বাহিৰ ওলাবলৈ সময়কে নহ'ল। এইবাৰ তেওঁ সুযোগটো এৰি দিব নুখুজিলে। ইয়ানী এই বিষয়ত বৰ ইচ্ছুক। বসুমতাৰী চাহাবে তেওঁৰ সন্মতি জনাই কৰ্তৃপক্ষলৈ চিঠি

লিখিলে। এমাহৰ ভিতৰত যাৱতীয় কাগজ পত্ৰ আহি পালে। চিঠি লিখি লৰা ছোৱালীহালক সবিশেষ জনাই দিলে। বসুমতাৰীয়ে অৰুণাচল চৰকাৰৰ পৰা বিদায় লৈ আন্দামান বুলি যাত্ৰা কৰিলে। তেজপুৰত ৰেলত উঠি কলিকতা পালে। ইয়ানীৰ বিয়া হবৰ বোধহয় বাইশ কি তেইশ বছৰ হ'ল। তেওঁৰ যানবাহনত উঠা বহুতো তিতাঁ কেঁহা অভিজ্ঞতা আছে। হেলিকোপ্তাৰতো কেইবাবাৰো উঠিছে। কিন্তু ৰেলত এয়া তেওঁৰ প্ৰথম ভ্ৰমণ। প্ৰথম অভিজ্ঞতা। কলিকতা পাই হোটেলত থাকোতে ইয়ানীয়ে এই অভিজ্ঞতাৰ বিষয়ে চমু মন্তব্য কৰিছিল— সকলো যাতায়তৰ ভিতৰত ৰেল যাত্ৰাই আৰামদায়ক।

—তোমাৰ কথাটো অৱশ্যে মিছা নহয়। তুমি যি সুবিধাত ৰেল যাত্ৰা কৰিছা সেই সুবিধা সকলোকে ৰেল কৰ্তৃপক্ষই দিব পৰা নাই ইয়ানী। ৰেলত সাধাৰণতে তিনিটা শ্ৰেণী আছে—প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী আৰু তৃতীয় শ্ৰেণী। শ্ৰেণী ভেদে সুবিধাৰো তাৰতম্য আছে। তুমি বোধহয় তৃতীয় শ্ৰেণীৰ যাত্ৰীবোৰক দেখা নাই। সেই যাত্ৰীবোৰৰ অৱস্থা চেপা আৰু বানাৰ মাজত চলা দলবাহুৰৰ মানুহ কঢ়িওৱা (অৰুণাচলৰ) ট্ৰাকত উঠা যাত্ৰীৰ অৱস্থাই অৱস্থা। যাত্ৰীৰ মূল্য ভাড়াতহে, মাল বস্তুৰ ভাড়াতকৈ যাত্ৰীৰ ভাড়া আকৌ কম।

—সেয়েহে মই তোমালোকক সদায় কওঁ। আমাৰ চৰকাৰবোৰহে স্বাধীন হৈছে, মানুহবোৰ হোৱা নাই! ইয়ানীয়ে বৰ আক্ষেপ কৰি কলে। ডাঃ বসুমতাৰী মনে মনে থাকিল। ..... .. .... আন্দামানলৈ যোৱা ষ্টীমাৰৰ কাৰণে বসুমতাৰীহঁত তিনিদিন কলিকতাত অপেক্ষা কৰিব লগা হ'ল। সপ্তাহত এবাৰহে ষ্টীমাৰ এৰে। তেওঁলোকে আগতীয়াকৈ টিকট কৰি ললে। ষ্টীমাৰ ভ্ৰমণ বসুমতাৰীৰ কাৰণে একেবাৰে নতুন অভিজ্ঞতা নহয়। মেডিকেল পঢ়ি থাকোতে তেওঁ

তেজপুৰ, শিলঘাট, উজ'ন বজাৰ, উত্তৰ গুৱাহাটী, শোৱালকুছি আদি ঠাইলৈ যাওঁতে ফেৰীত উঠিছে। অৱশ্যে সমুদ্ৰ ভ্ৰমণ এয়ে প্ৰথম। তেওঁলোক কলিকতাৰ পৰা প্ৰোটৰেয়াৰ পাওঁতে তিনি-দিনতকৈও অলপ বেচি সময় লাগিছিল। এই সমুদ্ৰ যাত্ৰা অতীৱ আনন্দদায়ক। বিশাল সমুদ্ৰৰ মাজত ষ্টীমাৰখনেই যেন এটা মিনি দ্বীপ। তাত সকলো যাৱতীয় সুবিধাই আছে। ডাঃ বসুমতাৰীৰ মনটো অতীতলৈ উৰা মাৰিলে। 'কুইন এলিজাবেথ'ত ভ্ৰমণ কৰা যাত্ৰীবোৰে বাৰু কিমান আনন্দ উপভোগ কৰিছিল? যদি প্ৰলয়ঙ্কৰী প্ৰথম মহাযুদ্ধ নহ'লহেতেন বিশ্বৰ এই অদ্বিতীয় সমুদ্ৰ সম্পদ কুইন এলিজাবেথ আজিও কিজানি আনন্দৰ বস্তু হৈ থাকিলহেতেন। ইয়ানীৰ হেনো বৰ ভয় লাগিছিল। তেওঁ খুব কম কথাই পাতি-ছিল। সাগৰৰ মাজতনো কেনেকৈ মানুহ আহি বসতি কৰিলে ইত্যাদি বহুত কথাই ইয়ানীৰ মনলৈ আহিল। তেওঁ মাজতে গিৰিয়েক বসুমতাৰীক সুধিছিল—হয়নে ইংল্যাণ্ডলৈ বোলে জাহাজত সাগৰেৰে এইদৰে ছমাহ যাব লাগিছিল? বসুমতাৰীয়ে হয় বুলি উত্তৰ দিছিল। ইতিমধ্যে ষ্টীমাৰ গৈ পাৰত লাগিছিল। ইয়ানীৰ ভীষন ফুৰ্ত্তি লাগিছিল। ডাঃ বসুমতাৰীক আদৰি নিবলৈ আন্দামান চৰকাৰৰ দুজন ডাক্তৰ দুখন জীপ লৈ অপেক্ষা কৰি আছিল। তেওঁলোকে ডাঃ বসুমতাৰী আৰু তেওঁৰ পত্নী ইয়ানীক স্বাগতম জনাই পোনে পোনে মুখ্য স্বাস্থ্য বিষয়াৰ খালী হৈ থকা বাস-ভৱনটোলৈ লৈ গৈছিল। পিচদিনা বসুমতাৰী চাহাবে নিজ কাৰ্য্য-ভাৰ গ্ৰহণ কৰিলে।

স্কুল কলেজত পঢ়ি থাকোতে পবিত্ৰ বসুমতাৰীয়ে বিখ্যাত চেলুলাৰ জেলৰ কথা পঢ়িছিল। তেওঁ মিচেছক লৈ বহু ঈপ্সিত বিশ্ববিখ্যাত, বৰ্ব্বৰতাৰ সাক্ষী চেলুলাৰ জেল পদাৰ্পন কৰিলে। মানুহ যে কিমান নিৰ্ম্মম হব পাৰে তাৰ জলন্ত সাক্ষী এই চেলুলাৰ

জেল, যত ভাৰতৰ বিখ্যাত স্বাধীনতা সংগ্ৰামী স্বদেশপ্ৰেমী আত্মাই সাম্ৰাজ্যবাদী সভ্যতাক আজিও ইতিকিং কৰে। কোমল হৃদয়ৰ ইয়ানীজনী এই জেলৰ বেদনাদায়ক দৃশ্য দেখি বাৰে বাৰে চকুপানী টুকিছিল। তেওঁ গিৰিয়েক বসুমতাৰী চাহাবৰ আৰু আগবাঢ়িবলৈ মানা কৰিছিল। ইয়ানীক বসুমতাৰীয়ে সহজ ভাষাত বুজাইছিল। এই আন্দামান দ্বীপকে আগতে কলিয়াপানী বুলিছিল। পৰাধীন ভাৰতৰ দুৰ্ধৰ্ষ ডকাইত, খুনী, চোৰ আদিক সেই কলীয়াপানীত দি থৈ আহিছিল। আজি আন্দামানদ্বীপপুঞ্জ আৰু কলীয়াপানী হৈ থকা নাই। ইও ভাৰতৰে অঙ্গৰাজ্য। দেশৰ প্ৰগতিৰ হাৱাই ইয়াকো চুইছে।

কাৰো চিৰদিন সমানে নেযায়। জীৱনত বেমাৰ বুলি আঙুলি গৰম নোহোৱা মানুহজনী আজি কেইমাহমান ধৰি শ্বাস কষ্ট অনুভৱ কৰিছে। কিন্তু গিৰিয়েক বসুমতাৰী চাহাবক তাৰ ভু দিয়া নাই। এদিন অসহ্য হোৱাত তেওঁ বিচনাতে শুই আছে। বসুমতাৰী চাহাবে সুধি পুচি গম পালে যে ইয়ানীৰ এই অসুখ আৰম্ভ হবৰ প্ৰায় এবছৰ মানেই হ'ল। ঔষধ ইন্‌জেকচনৰ ভয় সেই তাহানিৰ স্কুলীয়া দিনৰ পৰাই আছে। আজিলৈকে সেইবোৰ স্ব-জ্ঞানে ব্যৱহাৰো কৰা নাই। ইয়ানী ঔষধ ইন্‌জেকচন ব্যৱহাৰ কৰা নাই বুলি কলে বোধহয় সত্যৰ অপালাপ কৰা হব। ইয়ানীয়ে দুবাৰো ইয়াৰ ব্যৱহাৰ কৰিছে। দুয়োবাৰ সন্তান প্ৰসৱৰ সময়ত, ইয়ানীৰ অজানিতে। চিকিৎসক হিচাবে বেমাৰৰ গুৰুত্ব বুজি ডাঃ বসুমতাৰী ইয়ানীৰ শৰীৰ সম্পৰ্কে চিন্তিত হ'ল। তেওঁ ইয়ানীৰ উপযুক্ত চিকিৎসাৰ কাৰণে দকৈ ভাবি চালে। বসুমতাৰীৰ হঠাতে মনত পৰিল তেওঁৰ একালৰ সহপাঠী অন্তৰঙ্গ বন্ধু সুকোমল বেমাৰ্জীলৈ। বৰ্ত্তমান ভেলোৰ খৃষ্টীয়ান কলেজ হস্পিতেলৰ কাৰ্ডিঅলজিষ্ট। দুমাহ আগতে পবিত্ৰলৈ চিঠি দিছিল। ঠিকনা বোধহয় তাৰ ডায়েৰীতে

আছে। বস্তুতো ভাবি চিন্তি ডাঃ বসুমতাৰীয়ে ডাঃ সুকোমল বেনাৰ্জীলৈ সকলো কথা জনাই তেওঁৰ পৰামৰ্শ বিচাৰি চিঠি লিখিলে। পুৰণা বন্ধু ডাঃ বসুমতাৰীৰ চিঠি পাই ডাঃ বেনাৰ্জীয়ে তৎক্ষনাত উত্তৰ লিখিলে—

প্ৰিয় বসুমতাৰী,

মৰম লবা। তোমাৰ চিঠিৰ গুৰুত্ব উপলব্ধি কৰিছো। মিচেছক লৈ তুমি শিঘ্ৰে ইয়ালৈ আহা। বৰ্ত্তমান হাৰ্ট পেচেণ্টৰ কাৰণে একমাত্ৰ ভেলোৰ আৰু বম্বেইতে আধুনিক চিকিৎসাৰ সু-ব্যৱস্থা আছে। সেই অনুপাতে অভিজ্ঞ ডাক্তৰো আছে। তোমাৰ চিন্তাৰ কোনো কাৰণ নাই। তোমাৰ মিচেছ মোৰ পেচেণ্ট হব। ইয়াৰ পিছৰ খিনি ভগৱানৰ হাতত। ইয়াতকৈ কি লিখিম। তোমালোক দুয়োলৈ মৰম জনাই সামৰিছো। ইতি

তোমাৰ

সুকোমল।

চিঠিখন পঢ়ি শেষ কৰি বৈ অহা চকুপানীখিনি তাৱেলেৰে মচি পেলালে। বসুমতাৰীৰ মনত পৰিল চব্বিশ বছৰ আগৰ কথা। এটি সৰু ঘটনা। মেডিকেল কলেজ হোষ্টেলৰ ৰুমমেট সুকোমল পবিত্ৰৰ এক নম্বৰ বন্ধু। ঘৰ কৰিমগঞ্জ চহৰত। পবিত্ৰ দুবাৰো তাৰ ঘৰলৈ গৈছে। সুকোমলৰ মাকে পবিত্ৰক নিজৰ লৰাৰ দৰে দেখে আৰু সেইদৰে পবিত্ৰইও তেখেতক মাতৃ জ্ঞান কৰে। সুকোমলৰ সৰুৰে পৰা চিনেমাৰ প্ৰতি খুব নিছা। এদিন কথাৰ প্ৰসঙ্গত সুকোমলৰ মাকে পবিত্ৰক কৈছিল— বোপা পবিত্ৰ তুমি সুকোমলক অলপ চকু দিবা। সি তোমাৰ কথা খুব মানে। "সি যাতে চিনেমা হ'লত নেথাকি হোষ্টেলত থাকে। পাগলাটোক দেউতাকে ডাক্তৰী পঢ়িবলৈ নপঠাই চিনেমাহ'লৰ গেট কিপাৰ কৰি দিয়াই ভাল আছিল"। মাকে পবিত্ৰৰ আগত এইখিনি কথা কওঁতে সুকোমলৰ

দিদি মঞ্জু দিদি পাৰে মানে হাঁহিলে। 'মঞ্জু দিদি তাক মৰমতে গেটকিপাৰ ডাক্তৰ বুলি জোকাইছিল। ... .... . . .

......সেইদিনা দেওবাৰ সুকোমলে মেটিনী শোৰ দুটা টিকেট কিনি দৌৰী হোষ্টেল পাইছে। কমত সোমাইয়েই হুলস্থুল লগাইছে—পবিত্ৰ, অ'পবিত্ৰ। ৰেডী, ৰেডী। জলডী ড্ৰেচ কৰ—দুটা মেটিনী শো টিকেট কিযে কষ্ট কৰি যোগাৰ কৰিছো। ৰেডী, ৰেডী। পবিত্ৰ তেতিয়াও পাইজামা পিন্ধিয়েই আছিল। সুকোমল চিঞৰিয়াচৈহে পবিত্ৰক কলে—তেন্তে তোমাৰ যাবলৈ মন নাই? মিছা মিছি মই পইছা খৰছ কৰিলো। অন্য এজন সহপাঠীয়ে সুকোমলক সুধিলে—কি চিনেমা বেনার্জী? অন্য এজনে তপৰাই উত্তৰ দিলে—'এপ্ৰিল ফুল বে'। পবিত্ৰ যদি নিতান্ত নেযায় তেন্তে সিহঁতৰ এজনে যি টকা গৈছে সেই দামতে কিনিব। যোৱা কেইদিন একোটা টিকেটত ব্লেকত ১০/২০ টকাত বিক্ৰি হৈছে। —তেন্তে তুমি নোযোৱা বুলি চলচলীয়া কৰি পবিত্ৰক সুধিলে।

—মই নহয় তুমিও আজি যাব নোৱাৰা।

—তেন্তে মোৰ টকা বিশটা অথলে যাব?

—টিকেট মোক দিয়া মই টকা দিম, পবিত্ৰই খঙেৰে কৈছিল। সুকোমলে টিকেট দুটা টুকুৰা টুকুৰ কৈ পবিত্ৰৰ আগতে চিঙি পেলাই বিচনাত পৰি হুক হুককৈ কান্দি দিছিল। —এইজন সুকোমলৰ অন্তৰখন এতিয়াও একেই আছে। এসময়ৰ চিনেমা পাগল সুকোমল বৰ্ত্তমান বিলাতত ফেৰৎ ডাঃ এছ-কে-বেনার্জী। পৃথিবীৰ অন্যতম বিখ্যাত কাৰ্ডিওলজিষ্ট। ডাঃ এছ-কে-বেনার্জী আজিও পবিত্ৰৰ কাৰণে সেই ফেকুৰি থকা সুকোমল হৈয়ে আছে। পবিত্ৰই লগে লগে উত্তৰ লিখিলে—'পোন্ধৰ দিনৰ ভিতৰত আমি গৈ আছো'।

ডাঃ বসুমতাৰীয়ে তেওঁলোকৰ লৰা ছোৱালী হালক চিঠিৰে তেওঁলোক এমাহৰ কাৰণে তেওঁৰ বন্ধু ডাঃ সুকোমল বেনার্জীৰ

ঘৰ ভেলোৰত আলহী হবগৈ বুলি জনাই দিলে। পবিত্ৰই ইয়ানীক লৈ ভেলোৰ পালে। ডাঃ বসুমতাৰীৰ হোটেলত থকাৰ ইচ্ছা আছিল যদিও তেওঁৰ বন্ধু সুকোমলৰ আন্তৰিকতাক উপেক্ষা কৰিব নোৱাৰি বেনাৰ্জীৰ কোৱাটাৰ'ত থাকিল। ইয়ানীৰ শৌচ, পেচাব, তেজ আদি পৰীক্ষাৰ কাৰণে হস্পিতেলত দিলে। দুদিনৰ মূৰত ৰিপৰ্ট পাব। তাৰ পিচতহে চিকিৎসা আৰম্ভ হব। এদিন হঠাৎ হস্পিতেল কমপাউণ্ডত ডাঃ বসুমতাৰীয়ে প্ৰশান্ত কাকতিক দেখা যেন পালে। বসুমতাৰীয়ে সন্দেহ পূৰ্ব্বক প্ৰশান্তক অনুকৰণ বৰিলে। প্ৰশান্ত কাকতিৰ মিচেছক ডাঃ বসুমতাৰীয়ে আগতে দেখা নাছিল। বসুমতাৰী প্ৰশান্তৰ ওচৰ পালত তেওঁক ভালকৈ চিনিব পাৰিলে। লগত থকা মানুহজনী সম্ভৱ তেওঁৰ মিচেছ হব। পিচফালৰ পৰা মাতিবলৈ ভাল নৈলাগিল, সম্ভৱ তেওঁলোকৰ কোনোবা আপোন মানুহ হস্পিতেলত আছে। প্ৰশান্তহঁত কাৰ্ডিঅ'লজি বিভাগৰ এটা ৰুমত সোমাই গ'ল। ডাঃ বসুমতাৰী ৰুমৰ বেৰত ৰোগীৰ নামটো পঢ়ি আচৰিত হ'ল—মিঃ মানিক বৰুৱ। এইজন বাৰু কোন মানিক বৰুৱা? সেই ডিব্ৰুগড়ৰ বিখ্যাত চাহ খেতিয়ক মানিক বৰুৱা নহয়তো? অজানিতে ডাঃ বসুমতাৰীৰ হাতখনৰ হেছা দৰ্জাখনত পৰি দৰ্জাখন খোল খালে। প্ৰশান্তৰ ওচৰত এজনী আদৰণীয়া ভদ্ৰমহিলা। বিচনাত বালিচ এটাত আউজী আধাশোৱাকৈ আছে স্বয়ং মানিক বৰুৱা। সেয়া নিশ্চয় তেওঁৰ ছোৱালী মুন্মীয়েই হব। প্ৰশান্তই অপ্ৰত্যাশিত ভাবে ডাঃ বসুমতাৰীক দেখি কেতিয়া ইয়ালৈ আহিছে বুলি লাহেকৈ সুধিলে। মুন্মী একে থিৰে পবিত্ৰলৈ চাই ৰ'ল। মুখত কোনো মাতবোল নাই। মানিক বৰুৱাই পবিত্ৰক চিনি পালে। কাহ এটা মাৰি বৰুৱাই তেওঁৰ কোনো বেমাৰী ইয়াত আছে নেকি সুধিলে।

—হয় মহাদেউ—বুলি পবিত্ৰই থোৰতে কৈ থলে। পবিত্ৰই প্ৰশান্তক

মাতি আনি সাধাৰণ দুই এটা খবৰ ললে। প্ৰশান্তই এসপ্তাহ আগতে শহুৰেকক লৈ ইয়ালৈ অহাৰ কথা জনালে। প্ৰশান্তৰ "বিছ" বছৰ আগৰ কথা মনত পৰিল। সেই সহজ সৰল স্বাস্থ্যবান ইয়ানীজনীৰ আকৌ কি দুৰাৰোগ্য বেমাৰ হ'ল যাৰ ফলত ভেলোৰলৈ আনিব লগা হ'ল।

—কোন কমত আপোনাৰ মিচেছক ৰাখিছে ডাঃ বসুমতাৰী চাহেব?

—তেওঁক বৰ্ত্তমান হস্পিতেলত ভৰ্ত্তি কৰা হোৱা নাই। বাহিৰৰ পৰাই চিকিৎসা কৰাই আছো মিঃ কাকতি।

—বলক, মিঃ বসুমতাৰী আপোনাৰ মিচেছক এবাৰ মাত দি আহো।

—বলক তেন্তে, ইয়ানী আপোনাক লগ পালে খুব খুচী হব।

—আপুনি অকনমান ৰব, মই দেউতাক কৈ মিচেছক মাতি লৈ আহো। আপোনাৰ লগত চিনাকী কৰি দিও। ডাঃ বসুমতাৰী কোনো উত্তৰ নিদি বাহিৰত ৰৈ থাকিল। হায় ভগৱান, তোমাৰ কি মহিমা, ই কি তোমাৰ অগ্নি পৰীক্ষা? কাক কোনে ক'ত চিনাকী কৰি দিয়ে এতিয়া! অলপ সময় পিছতেই মুন্মী আৰু প্ৰশান্ত কমৰ পৰা ওলাই আহিল।

—ডাঃ বসুমতাৰী চাহাব, হস্পিতেলৰ বাহিৰহৈ কথা পাতিলেই ভাল হব যেন পাওঁ। ডাক্তৰ বসুমতাৰী হয় বুলি শলাগি অন্যমনস্ক ভাবে সিহঁতক অনুসৰণ কৰিলে।

—আপুনি বোধহয় ইতিমধ্যে অনুমান কৰিব পাৰিছে আজি বিশ বছৰ আগতে ডিব্ৰুগড়ৰ মানিক বৰুৱাৰ একমাত্ৰ জীয়েক মুন্মী অৰ্থাৎ মনালিচা বৰুৱাক মই বিয়া কৰাও।

—বুজিছো মুন্মী, ডাঃ পবিত্ৰ বসুমতাৰী মোৰ পুৰণা আৰু অন্তৰঙ্গ বন্ধু। তেখেতৰ মিচেছ মোৰ বাইদেউলেখীয়া। মোক নিজৰ ভাই যেন মৰম কৰে। খুব শান্ত স্থিৰ সিধা ভদ্ৰমহিলা। মুন্মী পবিত্ৰক নমস্কাৰ জনালে। পবিত্ৰ বসুমতাৰীয়ে প্ৰতি নমস্কাৰ দি কি

কৰ ভাবিলে।

—তোমাৰ ভাল মুন্‌মী। তোমাৰ দেউতাৰ অসুখ দেখি খুব দুখ লাগিল। তোমাৰ ককাইদেউৰ খবৰ কি?

—অ' ককাইদেউ আমেৰিকাতে চেট্‌ল কৰিলে। এজনী আমেৰিকান্থ ভাৰতীয় ছোৱালী বিয়া কৰালে। দুয়ো তাতে চাকৰি কৰে। চিঠি পত্ৰ দি থাকে। ককাইদেউৰ কথা চিন্তা কৰিয়েই দেউতাৰ এনে অৱস্থা হ'ল। একেজন লৰা, দেউতাৰ অগাধ সম্পত্তি। সেইবোৰ এৰি দেউতাৰ ইচ্ছাৰ বিৰুদ্ধে গৈ আমেৰিকাবাসী হ'ল। মা-দেউতাৰ চোৱাৰ দায়ীত্ব এতিয়া আমাৰ ওপৰতে পৰিছে।

—মুন্‌মী তুমি তেন্তে ডাঃ বসুমতাৰী চাহাবক আগতেই চিনি পোৱা? মুন্‌মী উত্তৰ দিব নেপাওতেই ডাঃ বসুমতাৰীয়ে উত্তৰ দিলে।

—মই যে অসম মেডিকেল কলেজৰ ছাত্ৰ আছিলো তাক বোধহয় আপুনি পাহৰি গৈছে মিঃ কাকতি। মই কিন্তু আপোনাক কৈছিলো।

—হয় হয়— এতিয়া মোৰ মনত পৰিছে। আপুনি কৈছিল মিঃ বসুমতাৰী।

—অসম মেডিকেল কলেজৰ ছাত্ৰ ছাত্ৰীয়ে মানিক বৰুৱাক নিচিনা প্ৰশ্নই উঠিব নোৱাৰে তেৱেঁই কবলৈ হলে এই চেনচুৰীৰ ডিব্ৰুগড়ৰ এক নম্বৰলোক হিচাবে সন্মান লাভ কৰি আছিছে। তাতে বৰুৱা চাহাব মোৰ দেউতাৰ বাল্য বন্ধু। মোক সেই হিচাবে তেওঁ খুব মৰম কৰিছিল। মাজে সময়ে তেওঁলোকৰ ঘৰলৈ গৈছিলো।

—তেন্তে ডাঃ বসুমতাৰী, মুন্‌মীহঁতৰ ঘৰখন মোতকৈ আপোনাৰ আগৰ চিনাকী বুলি প্ৰশান্তই মনে মনে থকা মুন্‌মীৰ কাণে কালে।

—হয়। মুন্‌মীয়ে জীৱনৰ এটা অধ্যায় সংযমৰ ৰচিবে টানকৈ বান্ধি শৰীৰ আৰু মনৰ মাজত সমতা ৰক্ষা কৰি গ'ল। ডাঃ বসুমতাৰী এটা অভিনৱ সুলভ হাঁহি মাৰি সেই স্পৰ্শ কাতৰ পৰ্বটো সিমানতে শেষ কৰিলে।

—তেন্তে আপোনালোক ইয়ানীক চাবলৈ যাব ?

—নিশ্চয় নিশ্চয় ডাক্তৰ বসুমতাৰী। মই জানো আপোনাৰ মিচেছক পাহৰিব পাৰিম ?

তিনিয়ো ডাঃ সুকোমল বেনাৰ্জীৰ বঙলাৰ ফালে খোজ ললে।

বে'ইল মাৰি দিয়াত পিয়ন এজনে দৰ্জা খুলি দিলে। ডাঃ বেনাৰ্জীৰ সেই সময়ত ডিউটি নাছিল। তেওঁ ঘৰতে আছিল। ডাঃ বেনাৰ্জী অবিবাহিত। সেই সময়ত বেনাৰ্জী ইয়ানীহঁত থকা ৰুমত বহি ইয়ানীৰ লগত কথা পাতি আছিল। ড্ৰয়িং ৰুমত প্ৰশান্ত আৰু মুনমীক বহিবলৈ দি বসুমতাৰী চাহাব ভিতৰলৈ গৈ নিমিষতে ইয়ানীক প্ৰশান্ত কাকতি মিচেছ সহ ড্ৰয়িং ৰুমত বহি থকা বুলি জনালে। ইয়ানী খবৰটো শুনি প্ৰশান্তক লগ পাবলৈ উদ্বাউল হৈ ড্ৰয়িং ৰুম পালে। ইয়ানী প্ৰশান্তক দেখি আবেগতে কৈ পেলালে—

—ঐ বদমাচ কাকতি চাহাব, আপুনি বিলাকে মোক হস্পিতেল ফালে ভী তং কৰিবিৰ্নেকি ?

—ইস ৰাম, আপুনি বেছ থিক আছে, বুঢ়া নাই হয়ছে। আমাৰ বসুমতাৰী চাহাব বেছ বুঢ়া লাগিছে ন' ? মুনমীক লক্ষ্য কৰি আকৌ কবলৈ ধৰিলে— 'আপুনি কাকতি চাহাব মেমচাহাব আছে ন, প্ৰশান্তই হয় বুলি উত্তৰ দিলে। ইয়ানী মুনমীৰ হাত দুখনত ধৰি ক্ষমা খুজি কলে— বেয়া নেপাব মিচেছ কাকতি. মই কাকতি চাহাবক লগ পালে মনত যি আছে কৈ দিও। কাকতি চাহাব বেলেগ মানুহ দেই মেমচাহাব। আপুনি বেছি ভাগ্যবান আছে। কাকতি চাহাব মাফিক মানুহ পাইছে। আমি পিছে বহুত কথা পাতবোদেই। ড্ৰয়িং ৰুমত বংবৈছে শুনি ডাঃ বেনাৰ্জী সোমাই আহি পবিত্ৰক লক্ষ্য কৰি কলে—

—পবিত্ৰ, এইটো আকৌ কেনেকুৱা কথা, ইমান আনন্দ ইমান বন্ধু আলহীয়ে উপভোগ কৰিব অথচ গৃহস্থ উপবাসে থাকিব ? ইয়াৰ

বিচাৰ নতুন আলহীয়ে কৰি দিব লাগিব বুলি প্ৰশান্ত আৰু মুন্‌মীৰ ফালে চাই নমস্কাৰ জনালে। তেওঁলোকেও প্ৰতি নমস্কাৰ জনালে। ডাঃ বসুমতাৰীয়ে ডাঃ বেনাৰ্জীক চমুকৈ প্ৰশান্ত আৰু মুন্‌মীৰ লগত চিনাকী কৰি দিলে। প্ৰশান্তই ডাঃ বসুমতাৰীলৈ চাই প্ৰশ্ন কৰিলে- এইটো আকৌ কেনে ধৰণৰ পৰিচয়! এখেতক আমাৰ পৰিচয় দিলে কিন্তু এখেতক আমি মাথোন ডাক্তৰ হিচাবেহে জানিলো। —অ' বাৰু বাৰু, মোৰ আজি কালি বেছি ভুল হোৱা হ'ল মিঃ কাকতি। ক্ষমা কৰিব।

—ডাঃ সুকোমল বেনাৰ্জী মোৰ তাহানিৰ অসম মেডিকেল কলেজৰ ৰুমমেট আৰু লগতে অকৰা বন্ধু। আজি সি পৃথিবীৰ ৪ৰ্থ শীৰ্ষ হৃদৰোগ বিশেষজ্ঞ। লগতে অৰ্থনীতিবিদো। সকলোৰে চকু ডাঃ বসুমতাৰীৰ ওপৰত। কি কয় ডাঃ বসুমতাৰীয়ে? ডঃ বেনাৰ্জীয়ে পবিত্ৰ বসুমতাৰীক সতৰ্ক কৰি দি কলে।

—ভদ্ৰ সমাজত অভদ্ৰামী কৰিলে পৰিণাম কি বোধহয় ডাঃ বসুমতাৰীয়ে বুজি পায়।

—বুজিছো তোমাৰ আপত্তি ক'ত মোৰ মতে তুমি অৰ্থনীতিবিদ হিচাবেহে বেছি কৃতকাৰ্য্য হৈছা।

—অৱশ্যে তুমি এই বিষয়ে সচেতন নহয় যিদৰে চৰুটে নিজৰ পোহৰৰ বিষয়ে অজ্ঞ। আজি ভাৰতবৰ্ষৰ জনসংখ্যা তীব্ৰ গতিত বাঢ়িছে আৰু এই জনসংখ্যা বৃদ্ধিয়ে ভাৰতীয় অৰ্থনীতিত এক সংকটময় পৰিস্থিতিৰ সৃষ্টি কৰিছে এই কথা সম্পূৰ্ণ ভাৱে হৃদয়ঙ্গম কৰিছে একমাত্ৰ এজন মানুহে সেইজনেই হৈছে ডাঃ এছ কে-বেনাৰ্জী যিজনে উপদেশতকৈ আহি শ্ৰেষ্ঠ আদৰ্শত অনুপ্ৰাণিত হৈ আজিও বৰলা ভাত খাইছে। বেনাৰ্জী প্ৰমুখ্যে সকলোৱে বসুমতাৰীৰ কথাত হাঁহিৰ ধৰিলে। ডাঃ বেনাৰ্জীও যথাযথ প্ৰত্যোত্তৰ দিবলৈ সাজু হ'ল।
—মিঃ বসুমতাৰী অৰুনাচলৰ পাথৰ বিলাক হিমালয় গোটৰ—যথেষ্ট

টান। আন্দামানৰ বিলাক আপেক্ষিক ভাবে কোমল। অৰুণাচলৰ কঠিন শিল গলাই যেনিবা এজনী ললা আৰু আন্দামানৰ কোমল শিল গলাবলৈ যত্ন নকৰিলেই ৰক্ষা।

—এৰা ভাই মোক যেন চিৰকাল পাহাৰেই হাত বাউলি দি মাতে। তোমালোকৰ জনবহুল কৃত্ৰিম নগৰ চহৰবোৰ মোৰ পছন্দ নহয়। তাতকৈ মোৰ কাৰণে সেই ওখ চাপৰ পৰ্ব্বত পাহাৰ, বোকাপানী হাবি বননিয়েই ভাল। এনেতে লৰা এজনে সকলোৰে কাৰণে চাহ জলপানৰ ব্যৱস্থা কৰা বুলি জনালে। ড্ৰয়িংৰুমৰ পৰা ডাইনিং ৰুমলৈ যাবলৈ ডা: বেনাৰ্জীয়ে অনুৰোধ জনালে। সকলো খোৱাত ব্যস্ত।

– আপোনালোক ক'ত উঠিছে মি: কাকতি ?

—গণেশ হোটেলত—প্ৰশান্তই উত্তৰ দিলে।

—মিচেছ কাকতি আপোনাৰ মনত পৰেনে মই পবিত্ৰৰ লগত এবাৰ আপোনালোকৰ ঘৰলৈ গৈছিলো। বোধহয় জন্মাষ্টমীৰ দিনত। মই কিন্তু আপোনাক চিনিব পৰা নাছিলো। সম্ভৱ আপুনিও। এতিয়াহে মনত পৰিছে আপুনিয়েই সেই বিখ্যাত চাহ খেতিয়ক মানিক বৰুৱা চাহাবৰ ছোৱালী। মই আপোনাৰ দেউতাকৰ ওচৰত ক্ষমা বিচাৰিম। মি: কাকতি, আপোনালোকৰ আপত্তি নেথাকিলে আপোনা-লোকৰ ইয়াত থকাৰ যিমান দিন দৰ্কাৰ হ'ব মোৰ কোনো অসুবিধা নাই বৰং আপোনালোক থাকিলে সুখীহে হম। আপুনি পবিত্ৰৰ বন্ধু যেতিয়া মোৰো বন্ধু। মাজতে ইয়ানীয়ে মাত দিলে—

—ডা: বেনাৰ্জী, এই হোটেলৰ মেনেজাৰ মইহে। কাকতি চাহাব আৰু তেওঁৰ মেম চাহাবৰ নাম ইতিমধ্যে মই ৰেজিষ্টাৰত ভৰ্ত্তি কৰিলোঁৱেই। এতিয়া কাকতি চাহাব হোটেললৈ গৈ বেডিং পত্ৰ লৈ আহি মোৰ হোটেল চাৰ্জৰ অগ্ৰিম ধন দিলেই পাকা হৈ যাব। আৰু হাঁহিব বোন্দু। ডা: বেনাৰ্জীয়ে তেওঁৰ ড্ৰাইভাৰক মাতি প্ৰশান্তক লগত লৈ হোটেলৰ পৰা বস্তুখিনি তুৰন্তে লৈ

অহাৰ কথা কলে। প্ৰশান্তই কোনো ওজৰ আপত্তি নকৰি তাকে কৰিলে। বিশ মিনিটমানৰ ভিতৰতে গাড়ী ঘূৰিল। ডাঃ বেনাৰ্জীৰ মালি দুজনে ধৰা ধৰি কৰি বেডিংপত্ৰ বিলাক ৰুমৰ ভিতৰত সোমাই দিলে। ৰুমটোত দুখন বিচনাসহ সকলো যাৱতীয় দৰ্কাৰী বস্তু মজুত আছিল। ডাঃ বেনাৰ্জীৰ ডিউটী থকাৰ কাৰণে হস্পি· তেললৈ ওলাই গ'ল আৰৌ ডেৰ বজাত থাবলৈ আহিব। সেই যেগতে ডাঃ বসুমতাৰী প্ৰশান্তক লৈ বজাৰৰ পিনে এপাক মৰাৰ আশাৰে ৰাস্তা উঠিল। ৰাস্তাৰ দাঁতিৰ ৰেষ্টুৰেণ্ট এখনত সোমাই ডাঃ বসুমতাৰীয়ে দুকাপ কফিৰ অৰ্ডাৰ দিলে। খন্তেক পিচতে লৰা এজনে কফি দুকাপ দি গ'লহি। চামুচেৰে কফিখিনি লৰাই লৰাই দুয়ো পুৰণা দিনৰ টুকুৰা টুকুৰ খবৰবোৰ সৰ্লনি কৰিব ধৰিলে। দুয়ো দুটা চিগাৰেট ধৰি কফিৰ দামটো দি ৰাস্তাত উঠিল। হঠাৎ প্ৰশান্ত ৰাকতি খন্তেক বৈ গ'ল। এজনী পাটৰ ৰিহা মেখেলা পিন্ধা ভদ্ৰ মহিলাই বিপৰীত ফালৰ পৰা সিহঁতক অতিক্ৰম কৰি কোবাকোবিকৈ গুছি গ'ল। কিন্তু এই মেখেলা চাদৰযোৰে প্ৰশান্তক চিন্তিত কৰিলে। তাৰ মনত পৰে ডি-পি-আই শৰ্মা চাহাবৰ ছোৱালীৰ বিয়াত তাক চাৰিযোৰা মেখেলা চাদৰৰ অৰ্ডাৰ দিছিল। কিন্তু তাৰে এই মেখেলা চাদৰ যোৰা মিচেছ শৰ্মাৰ অপচন্দ হোৱাত প্ৰশান্তৰ গালৈ মাৰি দি কটু কথা শুনাইছিল — ৰংটো পচন্দ নোহোৱাৰ কাৰণে। সেই বিশেষ ভাবে অৰ্ডাৰ দিয়া বিশেষ কাপোৰ যোৰা ঘূৰাই গৈ আহোতে বাটত কলেজৰ পৰা অহা মলয়াই তাৰ হাতৰ কাপোৰৰ মুৰাটো দেখি খুলি চাই খুব পচন্দ কৰি কাপোৰ যোৰ লৈ গৈছিল। খুব সম্ভৱ সেইযোৰা কাপোৰেই এই ভদ্ৰ-মহিলাই পিন্ধা কাপোৰ হব। কিন্তু এইজনী মানুহেই জানো ৰালীথানৰ পত্নী মলয়া। আজি পচিশ বছৰ আগৰ কথা। ··· —

অহো, সি ভুল কৰিছে। মানুহৰ দৰে মানুহ থাকে, আৰু

কাপোৰৰ ........ । তথাপি প্ৰশান্তই সেই কাপোৰযোৰৰ কথা পাহৰিব নোৱাৰিলে। যিমানে পাহৰিবলৈ যত্ন কৰিছে সিমানেই তাৰ অতীতৰ কথা মনলৈ আহিছে। বসুমতাৰীৰ মাজত প্ৰশান্ত কল্পনা ৰাজ্যৰ পৰা বাস্তবলৈ ঘূৰি আহিল।

—ডিঙি মেলি মেলি কি দেখিছিল কাকতি চাহাব? শোৱালকুছিয়া মানুহটো, পাট মুগাৰ কাপোৰ দেখিলেই চক খাই যায় নহয়? কাপোৰক নে পিন্ধোতাক?

—এৰা ডাক্তৰ, মানুহজনীক মোৰ যেন চিনাকী চিনাকী লাগিছে, ক'ত বা দেখিছিলো। কিন্তু নিশ্চয় অসমৰ পৰা আহিছে।

—তেন্তে এক্স-আৰ-ইলেভেন (খোজ) ফাষ্ট গিয়েৰত দিয়ক। অ'তাৰ টেক কৰি লোৱা যাওক। কি কয় কাকতি চাহাব?

—কিন্তু মানুহজনী দেখো হস্পিতেলৰ পিনে খোজ ললে বসুমতাৰী চাহাব?

—তেন্তে আৰু ভাল হ'ল, গাড়ী একে ষ্টেচনতে থাকিব। নিশ্চয় মানুহজনীৰ কোনোবা টান বেমাৰী আছে।

দুয়ো বেগাই খোজ ললে।

—বুজিছে কাকতি চাহাব, মই ডা: বেমাৰ্জীৰ পৰা খবৰ পালো চি এম-চি হস্পিতেলত ৰোগীৰ শতকৰা পঞ্চাশ ভাগ ৰোগী বোলে উত্তৰ পূব ভাৰতৰেই।

—সঁচাকৈ বসুমতাৰী চাহাব আজি স্বাধীনতা কপালী জয়ন্তীৰ পিচতো আমি এখন ভাল হস্পিতেল নেপালো। কিমানজন ৰোগীয়েইবা ইমান টকা খৰছ কৰি ইয়ালৈ আহি চিকিৎসা লব পাৰে। সাধাৰণ মানুহৰ কাৰণে চিন্তা কৰা লোক অসমত তথা ভাৰতবৰ্ষত নোলাৰেই নেকি? কেতিয়াবা দুই চাৰিজন জন্মিছে যদিও নিয়তীয়ে অকালতে লৈ যায়। ... ... .. . . . . .

মানুহজনী হস্পিতেলৰ বাৰাণ্ডাত ভৰি দিলে। প্ৰশান্তহঁতেও

পিছে পিছে অনুশৰণ কৰিলে। চাৰি পাচটা বিভাগ অতিক্ৰম কৰাৰ পিছত মানুহজনী "ছাইকোচিক্স' বিভাগৰ ২নং কমত সোমাই দৰ্জাখন বন্ধ কৰি দিলে। প্ৰশান্ত আৰু পবিত্ৰ দৰ্জাৰ সন্মুখত বৈ গ'ল। তেতিয়া আহিল ভিজিটিঙৰ সময়। ৰোগীৰ নাম লিখা ফলিখনত "ৱালীখান' নামটো দেখি প্ৰশান্ত নিশ্চিত হ'ল যে ভদ্ৰমহিলা মলয়াৰ বাহিৰে অন্য কোনো নহয়। বেচেৰী অকলে ইয়াত কি কষ্ট পাইছে চাগে'। তাইৰ জীৱনত একমাত্ৰ দুখেই আছে নেকি? প্ৰশান্তৰ খুব বেয়া লাগি গ'ল। লাহে লাহে দৰ্জাখনত টুকুৰিয়ালে। দৰ্জাখন আধা খোলাকৈ ধৰি মানুহজনী কাক বিচাৰিছে সুধিলে।

—মলয়া তুমি মোক চিনি পোৱা নাই? খানক এবাৰ মাত দিও বলা।

মলয়াই কোনো উত্তৰ বিচাৰি নেপাই চকুৰ পামীৰে প্ৰশান্তক ধোৱা ধোৱা দেখিলে। মলয়াই প্ৰশান্তৰ পৰা শেষ বিদায় লৈছিল এখন সামান্য চিঠিৰে। তাই জীৱনত প্ৰশান্তক তেজ মঙহৰ প্ৰশান্ত হিচাবে দেখিবলৈ বিচৰা নাছিল আৰু সেইদৰে তাৰ ব্যৱস্থাও লৈছিল। কিন্তু আজি ইমান বছৰৰ মূৰত মলয়াই সন্মুখত প্ৰশান্তক পাই কোন সত্তে নেমাতাকৈ থাকে! মলয়াই ৰুমালেৰে চকুপানী তুকি প্ৰশান্ত আৰু বসুমতাৰীক ভিতৰলৈ মাতি বহিবলৈ দিলে। প্ৰশান্ত আৰু বসুমতাৰী সোমোৱাৰ লগে লগে খান মূৰ তুলি বহিল। খানে সুন্দৰ অসমীয়াতে সুধিলে— আপোনালোক অসমৰ পৰা আহিছে, নমস্কাৰ জনাইছো। প্ৰশান্তইতেও প্ৰতি নমস্কাৰ জনালে।

—খান চাহেব আপুনি মোক চিনি পাইছেনে? পশিচ বছৰ আগত শিলঙত লগ পোৱা মই প্ৰশান্ত কাকতি আৰু এখেত মোৰ বন্ধু ডাঃ পবিত্ৰ বসুমতাৰী। অ' 'পাট মূগা' প্ৰশান্ত বাবু, আপোনালোকক বহুত নমস্কাৰ।

—আপোনাৰ কি অসুখ খান চাহেব?

—প্ৰশান্ত বাবু, মোৰ কোনো অসুখ নাই। কোনো দুখ নাই।

আমি খুব সুখী মানুহ : মোৰ লৰা বিমান খড়্গপুৰত ইঞ্জিনীয়াৰিং পঢ়ি আছে, ছোৱালী মিনাক্ষী ডিব্ৰুগড়ত মেডিকেল পঢ়িছে। মোৰ চব ভাল। মোক মানুহে হত্যাকাৰী বুলি ঘৃণ কৰে। মই কেতিয়াও হত্যাকাৰী নহওঁ। মই হত্যা কৰিছো মানুহৰ মাজৰ হিংস পশুটোক। তোমালোক পশু। তোমালোকক এজন এজনকৈ হত্যা কৰিম। তোমালোক ইয়াৰ পৰা আতৰ হোৱা, আতৰ হোৱা বুলি চিঞৰিব ধৰিলে। মলয়াৰ চকুৰ পানী তপ্ তপ্‌কৈ পৰিব ধৰিলে। প্ৰশান্ত আৰু পবিত্ৰই এই দৃশ্য সহজে লব নোৱাৰিলে। হঠাৎ মানুহজন কিয় তেনে হৈ উঠে বাৰু ? ইমান ধীৰ স্থিৰ মানুহজন !

—মলয়া, অকনমান সময়ৰ কাৰণে বাহিৰলৈ ওলাব পাৰিবানে?

—আপোনালোক উঠক. মই গৈ আছো। প্ৰশান্ত আৰু পবিত্ৰ কমৰ পৰা ওলাই কৰিড'ৰত মলয়াৰ কাৰণে অপেক্ষা কৰিলে। কেইচেকেণ্ড মানৰ পিছতে মলয়া ওলাই আহি প্ৰশান্তহঁতক লগ ধৰিলে।

—তোমাৰ এতিয়া হস্পিতেলত কিবা কাম আছে নেকি মলয়া ?

—তেওঁৰ লগত মানুহ থকাৰ প্ৰয়োজনেই নাই সকলো কাম নিজে কৰিব পাৰে। আৰু তেওঁ আমাৰ কাকো ওচৰত নিবিচাৰেও। কিন্তু মোৰ মনে এৰি থাকিবলৈ নকয় কাৰণে দিনত তিনিবাৰকৈ দেখা কৰো।

—তেন্তে বলা মলয়া, সেই ৰেষ্টুৰেণ্টখনতে বহি অলপ কথা পাতো। ৰবা মলয়া তোমাক মই ডাঃ বসুমতাৰীৰ লগত চিনাকী কৰি দিয়া নাই নহয় ? বসুমতাৰী মোৰ বহুদিনৰ পুৰণা বন্ধু এখেতে মিচেছক চিকিৎসাৰ কাৰণে ইয়ালৈকে লৈ আহিছে। ডাঃ বসুমতাৰী. মিচেছ ৱালীখান অৰ্থাৎ মলয়া মোৰ পুৰণা চিনাকী · তিনিও এখন ৰেষ্টুৰেণ্টত সোমাই তিনিকাপ কফিৰ অৰ্ডাৰ দিলে।

—মিচেছ খান, আপোনাৰ মিঃৰ কেতিয়াৰ পৰা এনেকুৱা হৈছে ?

—প্ৰায় দুবছৰেই হ'ল।

—ইয়াৰ আগতে ক'ত চিকিৎসা কৰাইছিল ?

—অসমৰ কোনো ঠাই বাদ নাই। নানা ধৰণৰ চিকিৎসা কৰালো কিন্তু ফল নধৰিলে। শেষত ইয়ালৈ লৈ আহিলো।

—তেওঁ কিবা এটা ডাঙৰ চ'ক পালে নেকি ?

—দুবছৰ আগতে আমাৰ ওচৰৰে মানুহ এজনী চিপজৰী লগাই আত্মহত্যা কৰিছিল। সেইদিনা ৰাতিপুৱা আমি সকলোৱে এই খবৰটো পাওঁ। খানো এবাৰ তালৈ গৈছিল। ওলমি থকা মানুহজন দেখি বিৰাট চিঞৰ এটা মাৰি ঘৰলৈ দৌৰি আহিল আৰু কিবা কিবি আবুল তাবুল বকি 'তাক কোনোবাই হত্যা কৰিব ..... .....' ইত্যাদি কথা বকিছিল। তেতিয়াৰে পৰা কেতিয়াবা মানুহৰ লগত কথা কৈ কৈ আজি আপোনালোকৰ লগত কোৱাৰ দৰে হঠাৎ গৰম হৈ চিঞৰি উঠে। প্ৰশান্তদা, তোমাৰ ভাল ! তোমাৰ মনটো আগৰ দৰে আছে প্ৰশান্তদা। সকলো মানুহৰ নাম অৰ্থব্যঞ্জক নহ'লেও তোমাৰ নাম কিন্তু সাৰ্থক হৈছে প্ৰশান্তদা। বলক, নবৌ আৰু মিচেছ বসুমতাৰীক লগ কৰি আহো। সকলোৱে ডাঃ বেনাৰ্জীৰ বঙলাৰ ফালে খোজ ললে। ইতিমধ্যে ডঃ বেনাৰ্জী ডিউটীৰ পৰা ওভতি ঘৰ সোমাইছেহি। ক্ষন্তেক পিছতে প্ৰশান্তহঁতো ড্ৰয়িং ৰুম পাইছেহি। বাবুৰ্চি লৰাজন আহি বসুমতাৰীহঁতক জনালে, ডাঃ বেনাৰ্জী চাহাব আৰু দুই মেমচাহাব খোৱা টেবুলত তেওঁলোকৰ কাৰণে অপেক্ষা কৰি আছে। প্ৰশান্ত আৰু মলয়াক ড্ৰয়িং ৰুমত এৰি বসুমতাৰী চাহাব ডাইনিং ৰুম পালে। পবিত্ৰ বসুমতাৰীয়ে ইয়ানীক নাটকীয় সুৰত কলে—মেনেজাৰ চাহাব আৰু এটা মিলৰ অৰ্ডাৰ লওঁক। কাকতি চাহাবৰ পৰিচিত ভদ্ৰ মহিলা এগৰাকী ড্ৰয়িং ৰুমত বহি আছে। ডাঃ বেনাৰ্জী উঠি গৈ ড্ৰয়িংৰুম পালে। মলয়াক নমস্কাৰ জনাই প্ৰশান্তক কলে—কাকতি চাহাব এখেতক লৈ ভিতৰলৈ আহক। তাতেই একে লগে পৰিচয় পৰ্ব্ব আৰম্ভ কৰা হব। প্ৰশান্তই

মলয়াক লৈ ভিতৰ সোমাই পালে। ডাইনিং টেবুলত সকলো বহিল। পৰিচয় পৰ্ব্ব শেষ কৰি সকলোৱে ভোজন পৰ্ব্ব আৰম্ভ কৰিলে। মলয়াৰ স্বামী খানৰ অসুখৰ বিষয়ে আলোচনা হ'ল। মিচেছ বসুমতাৰীয়ে মিচেছ খানক সুধিলে।
—খানৰ লগত কিবা তাবিজ চাবিজ আছে নেকি মিচেছ খান। তাবিজৰ আকৌ দিন উকলি গলে কুফলো দেখা যায়।
—খানৰ গলত এটা ডাঙৰ তাবিজ আছে। সেইটো হেনো খানৰ মাকে মক্কাৰ পৰা অনা তাবিজ। গতিকে কাকো চুব নিদিয়ে। মাকৰ বাধা আছে।
—হব বাৰু মিচেছ খান কাইলৈ পুনৰ আমি খানক এপাক দেখা কৰি আহিম। ইয়ানীৰ কথাত মুনমী আগ ধৰি শলাগিলে।
—মিচেছ খান আপুনি ইচ্ছা কৰিলে হোটেলৰ পৰা আহি মোৰ ইয়াতে থাকিব পাৰে। সকলো চিনাকী একে ঠাইৰে মানুহ যেতিয়া কথা বতৰাৰে থাকিবলৈ ভাল লাগিব। সকলোৱে ডাঃ বেনাৰ্জীৰ পৰামৰ্শটো মনে মনে পচন্দ কৰি মলয়াৰ মুখলৈ চাই ৰ'ল।
—মই এই বিষয়ে এবাৰ খানক সুধিব লাগিব ডাক্তৰ বেনাৰ্জী চাহেব। উপযাচী সাহাৰ্য্য কৰিবলৈ ওলোৱাৰ কাৰণে মই আপোনাৰ ওচৰত চিৰ কৃতজ্ঞ। কিন্তু আমাৰ খানৰ চৰিত্ৰতো অলপ বেলেগ ধৰণৰ, তেওঁ হেনো জীৱনত কাৰো অনুগ্ৰহৰ পাত্ৰ হোৱা নাই আৰু সেইটো তেওঁ অব্যাহত ৰাখিছে। তথাপি মই আপোনালোকৰ মহানুভৱতাৰ কথা কম। খুব সম্ভৱ খানে মোৰ ইচ্ছাৰ ওপৰতেই এই সিদ্ধান্ত এৰি দিব।
—তেন্তে মিঃ কাকতি আপুনি মিচেছ খানক মোৰ গাড়ীৰে হস্পিটেললৈ লৈ যাওঁক আৰু খান সন্মত হলে হোটেলৰ পৰা বস্তুখিনি লৈ আহক! ডাঃ বেনাৰ্জীৰ কথামতে প্ৰশান্ত আৰু মলয়া উঠি গাড়ীত বহিল। হস্পিটেলৰ গেটত গাড়ী ৰাখি মলয়া খানৰ ৰুমত সোমাই

ডাঃ বেনাৰ্জীৰ পৰামৰ্শৰ কথা কলে ।

—তুমি বৰ ভাগ্যবান মলয়া, প্ৰশান্তৰ দৰে সজ মানুহ এজন হঠাৎ লগ পালা । সেইদৰে তেওঁৰ বন্ধু বান্ধৱো নিশ্চয় ভাল হব । ডাঃ বেনাৰ্জীলৈ মোৰ কৃতজ্ঞতা জনাবা। যোৱাগৈ মাতে কথাই সময় সুন্দৰকৈ কাটি যাব। কিন্তু মলয়া ভগবানৰ বাহিৰে কোনো লোকৰ করুণাৰ পাত্ৰ নহবা। তাত থকা কেইদিন তুমিয়েই খৰছ পাতি কৰিবা। খানৰ পৰা বিদায়লৈ মলয়া আকৌ গাড়ীত উঠিল। হোটেলৰ পৰা বেডিং পত্ৰ লৈ ডাঃ বেনাৰ্জীৰ তিনি নম্বৰ ৰুমত মলয়াৰ থকাৰ ব্যৱস্থা কৰিলে। মুন্‌মী আৰু ইয়ানী মলয়াক সহায় কৰিলে। তিনিও মহিলাই অন্তৰ খুজি অসমত থকাৰ দৰে অসমীয়া পৰিবেশ সৃষ্টি কৰি নিজৰ নিজৰ বেমাৰীৰ কথা খন্তেকৰ কাৰণে হলেও পাহৰি থাকিল।

ডাঃ বেনাৰ্জী মানিক বৰুৱাক দেখা কৰি তেওঁৰ লগত পৰিচয় হ'ল। আবেলি মলয়া, মুন্‌মী, ইয়ানী, প্ৰশান্ত আৰু পবিত্ৰ বসুমতাৰীৰ লগত হস্পিতেললৈ গ'ল। মানিক বৰুৱাৰ কাইলৈ সম্পূৰ্ণ চেকিং হব। মলয়া খানৰ লগত এঘণ্টামান থাকি সময় হ'লত হস্পিতেলৰ পৰা ওলাই আহিল। ৰাতিটো আলাপ আলোচনাৰ মাজত কটাইছিলে। ৰাতিপুৱা ব্ৰেকফাষ্ট কৰি, তিনিওগৰাকী ভদ্ৰমহিলা হস্পিতেললৈ ৰাওনা হ'ল। ইয়ানীৰ ৰিপোৰ্ট আজি আঠ বজাত পালে। বিশেষ একো ধৰা পৰা নাই। তিনি মাহৰ ঔষধ লিখি দিলে। ডাঃ বেনাৰ্জীৰ মতে ঔষধেই কাম দিব। খবৰটো শুনিবৰে পৰা ইয়ানীৰ মনত আনন্দ। ইয়ানীয়ে অপাৰেচন, ইন জেকচনৰ দৰ্কাৰ হব পাৰে বুলি খুব ভয় খাইছিল। ই-চি-জি- কৰোতেই সাংঘাতিক ভয় খাইছিল। মানিক বৰুৱাৰ খবৰ কৰি ইয়ানী আৰু মুন্‌মী ৱালীখানৰ ৰুমত সোমাল। মলয়া তেতিয়া আলোচনী এখন পঢ়ি ৰুমতে বহি আছিল। খানে ইয়ানী আৰু মুন্‌মীক মলয়াক কৰা

সহায় সহযোগৰ কাৰণে ধন্যবাদ জনাইছিল। ইয়ানী ৰালীখানৰ ওচৰলৈ গৈ তেওঁ কেনে আছে সুধিলে। খানে হাঁহি মাৰি ভাল বুলি উত্তৰ দিলে।

—যদি আপোনাৰ ভালেই, একোৱে হোৱা নাই তেন্তে মিছাকৈয়ে কিয় হস্পিতেলৰ বিচনাত পৰি আছে। ইয়ানীয়ে খানৰ গলৰ তাবিজটো আঙুলিয়াই দেখুৱাই সেইটো কি বুলি খানক সুধিলে। খান হঠাৎ গৰম হৈ উঠিল আৰু আগদিনাৰ দৰে আবুল তাবুল বকিব ধৰিলে। আধা ঘণ্টামানৰ পিচত খান ঠাণ্ডা হ'ল। তেতিয়া মলযাক লৈ ইয়ানী হস্পিতেলৰ পৰা ওলাল। ডাঃ বেনাৰ্জীৰ লগত মলয়াই খানৰ বিষয়ে বেনাৰ্জীৰ কোৱাটাৰতে বিষদ আলোচনা কৈছিল। ডাঃ বেনাৰ্জীয়ে খানৰ চিকিৎসক ডাঃ মাথুৰৰ লগত পুনৰ আলোচনা হব বুলি জনালে।

ৰাতি ন বজাৰ পৰা এঘণ্টাৰ কাৰণে ডাঃ বেনাৰ্জীৰ ডিউটী আছে। তেওঁ বসুমতাৰীক মাত দি ডিউটীলৈ ওলাল। হঠাৎ ইয়ানী ডাঃ বেনাৰ্জীক অলপ ৰবলৈ কলে। ইয়ানী গৈ ডাঃ বেনাৰ্জীক লগ ধৰি কিবা গোপন কথা পাতি ডাঃ বসুমতাৰীক কৈ ডাঃ বেনাৰ্জীৰ লগত হস্পিতেললৈ ওলাল। বাটত ডাঃ বেনাৰ্জীক ইয়ানীয়ে এটা অনুৰোধ জনালে।

—ডাঃ বেনাৰ্জী, আপুনি মোক এটা সহায় কৰিব লাগে। আপোনালোক বৰ ডাঙৰ ডাক্তৰ, মই হলো এজনী সাধাৰণ পাহাৰী মাইকী। মোৰ বিচাৰ বুদ্ধি একেবাৰে কম। কিন্তু সংসাৰৰ অভিজ্ঞতা আৰু মানুহৰ অন্তৰ বুজিব পৰা শক্তি এটা ভগবানে মোক দিছে। মোৰ এটা সন্দেহ উপজিছে, মলয়াৰ গিৰিয়েক ৰালীখানৰ কিবা এটা জীৱনৰ ৰহস্য আছে। কিন্তু এই ৰহস্য উদঘাটন কৰা ইমান সহজ নহয়। তথাপি ৰালীখানৰ গলত আৰি থোৱা তাবিজটো খন্তেকৰ কাৰণে কেনেকৈ পোৱা যায় তাৰ ব্যৱস্থা আপুনি কৰিব লাগে।

—গলৰ তাবিজ লবলৈ অলপ অসুবিধা হ'ব মিচেছ বসুমতাৰী, সি সাৰ পালেই উৎপাত লগাব। কিন্তু এটা উপায় আছে, বালীখানক স্লিপিং টেবলেট খুৱাই টোপনিত পেলাই সেইটো লব লাগিব। মিচেছ বসুমতাৰী আপুনি মোৰ কামত এনেকৈ মই এতিয়া'ই সেই ব্যৱস্থা কৰি আহো বুলি ডাঃ বেনাৰ্জী বহাৰ পৰা উঠিল। ডাঃ বেনাৰ্জী পোনে পোনে বালীখানৰ কাষলৈ গৈ বালীখানক স্লিপিং টেবলেট খুৱাই দি তেওঁ খানৰ কাষৰ চকীখনত বহি বল। দহ বাৰ মিনিটৰ ভিতৰত খানৰ ভাল টোপনি আহিল। সেই সুযোগতে বাহিৰে সৈতে তাবিজটো গলৰ পৰা উলিয়াই তেওঁৰ কাষলৈ খোজ ললে। ইয়ানী চকীখনতে টোপনিয়াই আছিল। ডাঃ বেনাৰ্জীৰ জোতাৰ শব্দত সাৰ পাই উঠিল। ডাঃ বেনাৰ্জীয়ে তাবিজটো ইয়ানীৰ হাতত দিলে। ইয়ানী ডাঃ বেনাৰ্জীক সেই তাবিজটো সাৱধানে খুলি চাব কলে। ডাঃ বেনাৰ্জীয়ে চেলফত থকা যন্ত্ৰ এপাতেৰে তাবিজটো খুলিলে। তাৰ ভিতৰত কেইবা জাপ কৰি সোমাই থোৱা এখন চিঠি আকৃতিৰ লিখা কাগজ আছে। ইয়ানীয়ে ডাঃ বেনাৰ্জীৰ হাতৰ পৰা চিঠিখন তেওঁৰ বেগত ভৰাই বেনাৰ্জীৰ টেবুলৰ ওপৰত থকা বগা সমান আকাৰৰ কাগজ এখন কেইবাটাও জাপ কৰি আগৰ দৰে তাবিজটোৰ ভিতৰত সোমাই দি বেনাৰ্জীক আগৰ দৰে বন্ধ কৰি খানৰ গলত আৰি থৈ আহিবলৈ অনুৰোধ কৰিলে। শান্ত বাধ্য লৰাৰ দৰে ডাঃ বেনাৰ্জী খানৰ কাষৰ পৰা তাবিজ পিন্ধাই পুনৰ ইয়ানীৰ ওচৰ পালে। ইয়ানী কাগজখন বেনাৰ্জীক দেখুৱালে – ডাঃ বেনাৰ্জী বা ইয়ানী কোনেও এইখন পঢ়িব নোৱাৰিলে। ডাঃ বেনাৰ্জী মাথোন ইয়ানীক কলে যে সেইখন এখন উৰ্দ্দুত লিখা সৰু চিঠি। ইয়ানীক লৈ ডাঃ বেনাৰ্জী হাস্পিতেলৰ পৰা বাহিৰ ওলাল।

—বেনাৰ্জী চাহাব, আপোনাৰ জনা শুনাত কোনো উৰ্দ্দু জনা লোক ওচৰত আছে নেকি?

—বহুত ভাগ্যে, আপুনি চিন্তা নকৰিব মই ঘৰতেই সেই ব্যৱস্থা কৰাই দিম। তুয়ো কোৱাটাৰত সোমাল। ডাঃ বেনাৰ্জী তেওঁৰ ড্ৰাইভাৰক পঠাই হিন্দী শিক্ষক কলিমুদ্দিন ভাঁঞাক মতাই অনালে। ইয়ানী ইতিমধ্যে প্ৰশান্ত পবিত্ৰ মুন্সী, মলয়াৰ লগত আলোচনাত অংশ লৈছিল। এনেতে ডাঃ বেনাৰ্জী কলিমুদ্দিন ভাঁঞাক ইয়ানীৰ শুচৰত চমজাই পবিত্ৰৰ কমৰ পৰা নিজৰ কমৰ ফালে গ'ল। সেইদিনাৰ ৰাতিৰ আদ্দটো ডাঃ বসুমতাৰীৰ কমতে বহিছিল। ইয়ানীয়ে কলিমুদ্দিনক বহিবলৈ কৈ ভেনিটী বেগৰ পৰা সেই কাগজখন উলিয়াই ভাজ কেইটা সিধা কৰি ভাঁঞাক পঢ়িব অনুৰোধ জনালে। ভাঁঞাই নিমিষতে পঢ়ি শেষ কৰিলে আৰু তাকে তেওঁ হিন্দীত ইয়ানীক বুজাই দিলে। তই চিঠিখনৰ হুবহু অনুবাদ এই কাগজখনত লিখক বুলি ইয়ানী কাগজ পেন ভাঁঞালৈ আগবঢ়ালে। কলিমুদ্দিনে সেইখন হুবহু অনুবাদ কৰি ইয়ানীক দি বিদায় লৈ ঘৰলৈ গ'ল। ইয়ানীয়ে তেওঁক ধন্যবাদ জনাই বিদায় দিলে। এই হিন্দি অনুবাদটো ইয়ানীয়ে দুবাৰো পঢ়িলে কিন্তু ইয়াৰ কোনো মাথা মুণ্ডা বুজিব নোৱাৰি চিঠিখন অসমীয়াত অনুবাদ কৰি গিৰিয়েক পবিত্ৰক পঢ়ি শুনালে—

দিলৰোৱা ৰহিমদা,

আল্লাৰ ইচ্ছাই পূৰ্ণ হওঁক। 'মই তোমাৰ আৰু তুমি মোৰ' এয়া আছিল আমাৰ জীৱনৰ সংকল্প। কিন্তু এই পবিত্ৰ সংকল্প মই ৰাখিব নোৱাৰিলোঁ। সেই পাষণ্ড ৱালীখানে মোক বলপূৰ্ব্বক ধৰ্ষণ কৰিলে। মই তোমাৰ কাৰণে বাহিফুল হৈ গলো। নাৰী জীৱনৰ গৌৰৱ অমূল্য সম্পদ সতীত্ব হেৰুৱাই জীয়াই থকাৰ আৱশ্যকতা বোধ নকৰিলো। হেৰুৱাই পেলালো জীয়াই থকাৰ হেপাহ। সেয়ে আত্মহত্যাৰ দৰে ঘৃণনীয় নীচ পথ এটা মোৰ কাৰণে সৰ্বাতোকৈ শ্ৰেষ্ঠ পথ বুলি জীৱনটোক মুক্তি দিয়াৰ বাবে বাচি ললো—

তোমাৰ

—এলিজা—

ইয়ানীয়ে ৰাতি শুবৰ সময়ত ডাঃ বসুমতাৰীৰ লগত এই চিঠিখনৰ বিষয়ে গুৰুত্ব সহকাৰে আলোচনা কৰিলে—

—ইয়ানী তোমাক দেখিছো সেই ৱালীখানৰ ভূতটোয়ে পালে। ইমান ৰাতি হ'ল, এতিয়া চিঠিৰ কথা বাদ দিয়া। · · · · · কোন সেই ৰহিম কোনেইবা সেই ৰহিমৰ সেই আত্মঘাতিনী বেচেৰী এলিজা? মলয়াৰ গিৰিয়েক ৱালীখানেই নেকি সেই পাষণ্ড নাৰী ধৰ্ষক ৱালীখান? ইয়াৰেই বা যুক্তি কত?

—কিন্তু বেচেৰী মলয়া বিনাদোষে তাৰ লগত যাতনা ভোগীছে।

—ইয়ানী তোমালোক নাৰী জাতিটোৰ এইটো এটা সহজাত চৰিত্ৰ যে নিজক দোষমুক্ত কৰি আনৰ ওপৰত অৰ্থাৎ পুৰুষৰ ওপৰত দোষৰ বোজা জাপি দি নিজে পবিত্ৰ হোৱা। সংসাৰখন ইমান সহজ নহয়। তোমাৰ মোৰ দৰে হোৱাহেতেন কথাই নাছিল। মই প্ৰশান্ত কাকতিৰ পৰা ৱালীখানৰ বিষয়ে যি শুনিছো, সি পাঠান, কাবুলীৱলা হব পাৰে সি হেনো এজন অসাধাৰণ ব্যক্তিত্ব সম্পন্ন সৎ চৰিত্ৰৰ লোক। মানুহজন যে জ্ঞানী কথাৰ পৰাই অনুমান হয়। সি হেনো মলয়াক গ্ৰহন কৰি এক বিৰাট ত্যাগ কৰিছে। এতিয়া শুই থাকা ইয়ানী সময়ে সকলো সমাধা কৰি দিব।

ৰাতিপুৱা ব্ৰেকফাষ্টৰ সময়ত সকলোকেইজন লগা লগি হ'ল। ডাক্তৰ বেনাৰ্জীও তাত অংশ ললে।

—মিচেছ খান, আপোনাৰ মিঃক চিকিৎসা কৰা মুৰব্বী অধ্যাপক ডাঃ মাথুৰক লগ ধৰি মই সকলো ৰিপৰ্ট পঢ়িলো। পৰীক্ষাত খানৰ তেনে কোনে বেমাৰ ধৰা পৰা নাই। অলপ ব্লাডপ্ৰেচাৰ আছে যদিও সেইটো টেনচনৰ কাৰণেই হোৱা বুলি ভাবিবৰ থল আছে। গতিকে এসপ্তাহ অবজাৰভেচনত ৰাখি ৰিলিজ দিব। ডাঃ মাথুৰৰ মতে মি. খানৰ পৰিচয় সম্পৰ্কে সন্দেহ আছে। কিন্তু খান অতি বুধিয়কলোক নিজে নকলে তেওঁৰ পৰিচয় সন্দেহ প্ৰকাশ

কৰা টান। আনহাতে আপুনিও বোলে খানৰ সম্পূৰ্ণ দৰ্কাৰী খবৰ দিব পৰা নাই। ডাঃ মাথুৰ বৰ দৰদীলোক। তেওঁৰ জন্মও অসমতে। দেউতাক অইল ইণ্ডিয়াৰ জেনেৰেল মেনেজাৰ আছিল। মেডিকেল পঢ়ালৈকে ডাঃ মাথুৰ অসমতে আছিল। কটন কলেজৰ পৰাই আই-এছ- চি পাছ কৰিছিল। অসমীয়াও জানে। আনকি ফটাশিলৰ বিহুতলিত তেওঁ বিহুও নাচিছিল। মই তেখেতৰ পুৰণা এলবামত এটা গ্ৰুপ ফটোত দেখিছো।

—এটা কথা ডাঃ বেনাৰ্জী চাহাব, মই প্ৰথম দেখাতে অনুমান কৰিছিলো খানচাহাবৰ কোনো বেমাৰ হোৱা নাই। ই এটা বেমাৰৰ উপসৰ্গহে। খানৰ জীৱনত কিবা ডাঙৰ ৰহস্য থকা যেন অনুমান হয়। আপোনাৰ ধাৰণা কি বাৰু ডাঃ বেনাৰ্জী?

—মই আপোনাৰ কথাৰ যথাৰ্থতা আছে বুলি ভাবো মিচেছ বসুমতাৰী। অৱশ্যে আমি ডাক্তৰ হিচাবে খানৰ বেমাৰ নাই বুলি কব নোৱাৰো। অসুস্থতাক আমি বেমাৰ বুলি কওঁ। এইটো শাৰীৰিক বা মানসিক যি কোনোৱে হব পাৰে। খানৰ হয়তু দেহত বেমাৰ নাথাকিব পাৰে কিন্তু মনত? অৱশ্যে এই চিঠিখনে খানৰ ৰোগ নিৰাময় কৰাত যথেষ্ট সহায কৰিব বুলি মোৰ মনে ধৰে। পবিত্ৰ তুমি কি কোৱা বাৰু? অৱশ্যে তোমাক সুধি লাভ নাই। তুমি ডাক্তৰ নহৈ গাওঁবুঢ়া হলেই ভাল আছিল। কিন্তু তোমাৰ মেডেলবোৰৰ কথা ভ'বিলে মই আচৰিত হৈ যাওঁ।

—মই ডাক্তৰী জ্ঞানৰ বোজাটো আন্দামানতে এৰি আহিছো সুকোমল। মোৰ মতামত নিবিচৰাই ভাল। বৰং ইয়ানীকে সোধা। ইয়ানী গৰ গৰাই উঠিল।

—মই ডাক্তৰ নেকি যে মই বেমাৰৰ কথা জানিম? ডাঃ বসুমতাৰীয়ে একে ৰসতে উত্তৰ দিলে -

—তুমি অৱশ্যে ডাক্তৰ নহয় সঁচা। ডাক্তৰণীহে। সকলোৱে

চাহিব ধৰিলে।

—চিঠিখনৰ বিষয়ে আপোনাৰ মন্তব্য কি ডাঃ বসুমতাৰী?

—আৰে কাকতি চাহাব, চিকিৎসক হৈ কেনেকৈ চি-আই ডিৰ কাম কৰিব। সেই ধৰা চিঠিত কোন ৰহিম, কোন এলিজা, কোনেইবা প্ৰকৃত ৰালীখান কিমান বছৰ আগৰ কথা। ইয়াৰ বিষয়ে ইন্ধুৰাৰী কমিচন বহুৱালেও খানৰ জীৱন কালত ইয়াৰ ৰিপৰ্ট প্ৰকাশ হোৱাৰ সম্ভৱনা কম। ডাঙৰ অসুবিধা হ'ল চিঠিখনত ঠিকনা নাই। এই সংক্ৰান্তত ডাক্তৰ মাথুৰৰ সহায় লব লাগিব।

ব্ৰেকফাষ্ট খোৱা শেষ কৰি ডাঃ বেনাৰ্জী হস্পিতেললৈ গ'ল আৰু মাথুৰক চিঠিৰ সকলো কথা বিষদ ভাৱে বিবৰি কলে। ডাঃ মাথুৰে চিঠিৰ পৰা দৰ্কাৰী কথা কেইটামান লিখি ললে। ডাঃ মাথুৰে বেনাৰ্জীক ধন্যবাদ জনাই বিদায় দি নিজৰ সেই নোট কৰা কথাকেই পুণৰ পঢ়ি টেবুলত মুৰটো পেলাই চিন্তা কৰিব ধৰিলে। এনেকৈ প্ৰায় বিশ পশিচ মিনিট অতিবাহিত হ'ল। তেওঁ মুৰ তুলি মিচিকৈ হাঁহি এটা মাৰি পোনে পোনে ৰালীখানৰ ৰুম পালে। ৰালীখান তেতিয়া বিচনাতে বহি আছিল। ওচৰত চিন্তাক্লিষ্ট ভাৱে বহি আছিল মলয়া। ডাক্তৰ মাথুৰক অসময়ত দেখি মলয়া আচৰিত হৈ বহাৰ পৰা উঠি নমস্কাৰ জনালে। প্ৰতি নমস্কাৰ দি অলপ সময়ৰ কাৰণে ড়াঃ মাথুৰ চাহাবে মলয়াক বাহিৰলৈ যাবলৈ অনুৰোধ জনালে। ডাঃ মাথুৰে দৰ্জাখনত হুক্ লগাই দি ওচৰত থকা চেয়াৰ এখনত বহি ললে।

—মিঃ খান, আপুনি অসমীয়া জানে?

—হয় ডাঃ চাহাব, কিছু জানো।

—তেন্তে আমাৰ আলোচনাটো অসমীয়াতে হওঁ।

—আপুনি বেয়া নেপাব মিঃ ৰহিম, আপোনাক কাইলৈ ৰিলিজ দিয়া হব। ৰালীখানে আজি ২৫ বছৰ পিচত প্ৰথমবাৰৰ কাৰণে

তাৰ প্ৰকৃত নামটো আনৰ মুখত শুনি আচৰিত হৈ তাৰ গলৰ তাবিজটো খেপিয়াই চালে, ঠিক আছে।—ৰহিম চাহাব, আপুনি আজি পচিশ বছৰে পাঠান ৱালীখানৰ অভিনয় খুব দক্ষতাৰে কৰি আহিছে কিন্তু আজি সেই নাটৰ অন্ত পৰিল। ৱালীখানৰ অভিনয়ে আপোনাক কিয় বেচেৰী মলয়াকো এতিয়া বেমাৰী কৰিব। গতিকে এই ছদ্মবেশ এৰি ৰহিম ৰূপে নতুনকৈ বাস্তৱ সংসাৰ ৰচক। দেখিব সকলো থিক হৈ যাব। কিন্তু আপুনি যে এজন হত্যাকাৰী মিঃ ৰহিম? তথাপিও আপোনাক মই বন্ধু আখ্যা দিছো। কিয় জানে, আপোনাৰ ত্যাগ আৰু আদৰ্শৰ কাৰণে। মই আপোনাক ৱালীখান হিচাবে ভালকৈ জানো। কিন্তু এতিয়া মই আপোনাক আজি মিঃ ৰহিম হিচাবে আৰু এলিজাৰ প্ৰেমিক হিচাবে জানিব বিচাৰো।

—মই ইয়াৰ কাৰণে প্ৰস্তুত ডাক্তৰ!

—তেন্তে মই কাইলৈ তিনি বজাত আপোনাক ইয়াৰ পৰা লৈ গৈ অকলে নিৰলে সেই ৰহস্যময় কাহিনী শুনিম। অৱশ্যে ই হব আপোনাৰ মোৰ ভিতৰৰ গোপন আলোচনা। খানৰ পৰা বিদায় লৈ বিজয় উল্লাসেৰে ডাঃ মাথুৰ তাৰ পৰা গুলাই গ'ল।

—৫—

## ॥ পোন্ধৰ ॥

ডাঃ মাথুৰ চাহাবে শ্ৰীগণেশ হোটেললৈ এবাৰ টেলিফোন কৰিলে। মেনেজাৰে মাথুৰ চাহাবক কি সেৱা আগবঢ়াব পাৰে তাৰ কাৰণে "হুকুম কৰিয়ে চাহাব" বুলি মাথুৰ চাহাবৰ কথা শুনিলে।
—কাইলৈ আবেলি তিনিবজাৰ পৰা পাচ বজালৈ হোটেলৰ ৰুম এটা ৰিজাৰ্ভ ৰাখিব লাগে। ৰুমটোত মাত্ৰ এখন টেবুল আৰু দুখন চকী থাকিব। বেৰত এটা টেপৰেকৰ্ডাৰৰ প্লাক পইণ্ট থাকিব। কাইলৈ মানষিক ৰোগী এজনক দুঘণ্টাৰ কাৰণে তাত চিকিৎসা কৰা হব। যি ভাড়া হয় বহন কৰা হব।

মেনেজাৰে ডাঃ মাথুৰ চাহাবক দহ নং ৰুমটো তেওঁ কাৰণে সংৰক্ষণ কৰা হ'ল বুলি টেলিফোনত উত্তৰ দিলে। হস্পিতেলৰ পৰা মাথুৰ চাহাব ডেৰ বজাত কোৱাটাৰ পাই ভাত পানী খাই অলপ আৰাম কৰি আঢৈ বজাত এটি শক্তিশালী টেপৰেকৰ্ডাৰ আৰু এখন ফল্ডিংস্কীন ড্ৰাইভাৰৰ হতুৱাই গাড়ীত উঠাই লৈ ড্ৰাইভাৰক শ্ৰীগণেশ হোটেললৈ গাড়ী চলাই দিবলৈ হুকুম দিলে। দহ মিনিটৰ ভিতৰত গাড়ী গৈ হোটেলৰ সন্মুখত থামিল। ড্ৰাইভাৰক স্কীনখন লবলৈ কৈ ডাঃ মাথুৰে তেওঁৰ ডাঙৰ এটাচিটো লৈ হোটেলৰ মেনেজাৰৰ ওচৰ পালে। ডাঃ মাথুৰক দেখিয়েই মেনেজাৰে আথে বেথে নমস্কাৰ

জনাই সকলো ঠিক হৈ আছে বুলি জনালে। মেনেজাৰে লৰা এজনক মাতি তাৰ হাতত ছাবি পাট দি দহ নং ৰুমলৈ লৈ যাব কলে। লৰাজনে ৰুমটো খুলি দি তালা ছাবি যোৰা ডাঃ মাথুৰৰ হাতত দি গুছি আহিল। ড্ৰাইভাৰে ডাঃ মাথুৰৰ পৰামৰ্শ মতে টেবুলখন ভিতৰ কৰি চাৰি চুকীয়াকৈ স্কীনখন সজাই এটা সৰু ৰুমৰ দৰে কৰিলে। টেবুলখনৰ এটা দাঁতিত স্কীনখনৰ এটা ফাল লগাই ৰাখিলে। ডাঃ মাথুৰৰ এটাচীটো খুলি এটা ফাল স্কীনত লগাই ৰাখিলে। এটাচীত থকা সৰু টেপ ৰেকৰ্ডাৰটোৰ পৰা প্লাক পইণ্টত কানেকচন কৰিলে। তেওঁ স্কীনৰ বাহিৰলৈ গৈ চুইছটো অন কৰি দিলে। টেপ বাজি উঠিল। খালী কেছেট এখন ভৰাই পুনৰ চুইছটো অফ্ কৰি ৰুমটো বন্ধ কৰি বাহিৰত ৰৈ থকা ড্ৰাইভাৰক হস্পিতেললৈ গাড়ী চলাই দিবলৈ কলে। তিনি বাজিবলৈ তেতিয়া বিশ মিনিট বাকী আছিল। ৰাণীখান বিচনাতে বহি আছিল। ডাঃ মাথুৰক দেখি খানে নমস্কাৰ জনাই চকুপানী টুকিলে।

—মিঃ ৰহিম চাহেব এজন মনোবৈজ্ঞানীক হিচাবে আপোনাৰ মনোবেদনা মই বাস্তবিকতে অনুভৱ কৰিছো। কিন্তু ৰহিম চাহেব মানুহৰ শক্তিৰ এটা সীমা আছে। সেয়ে সীমাহীন জন আমাতকৈ বা মানুহতকৈ ওপৰত। ইয়াতে উপলব্ধি হয় ভগৱানৰ অস্তিত্বৰ কথা। তেওঁৰ অদৃশ্য হাতৰ পৰশৰ কথা। অদৃষ্টৰ চক্ৰবেহু ভেদ কৰা সম্ভৱ নহয়। কিন্তু কৰ্ত্তব্য যিমান কঠিন, যিমান সংঘাটপূৰ্ণ বিপদ শঙ্কুল হলেও কৰ্ত্তব্যক অৱহেলা বা পিচ হোহোকা মনুষ্যৰ ধৰ্ম নহয়। কাপুৰুষালী মনুষ্যৰ জাতিৰ কলঙ্ক। তথাপিও অদৃশ্যৰ পৰিহাসত সাধাৰণ মানুহ দুৰৰ কথা ইতিহাসৰ মহান ব্যক্তি সকলেও সংসাৰ যাত্ৰাত বিভিন্ন পৰিস্থিতিৰ সম্মুখীন হব লগা হৈছিল। এই বিভিন্ন পৰিস্থিতি কোনে কেনে ভাৱে মোকাবিলা কৰে তাতেই নিৰ্ভৰ কৰে মানুহৰ ব্যক্তিত্ব। ব্যক্তিত্ব চৰিত্ৰৰ ওপৰত সঁজা কাৰেং। ইতিহাসৰ

উজ্জ্বল নক্ষত্র। অ:পুনি ইয়াক ভুলি যাবলৈ যত্ন কৰি সংসাৰৰ খলা-বমা পিছল বাটত উজুটি খাই পঙ্গু হবলৈ কিয় যত্ন কৰিছে মিঃ ৰহিম ভাঞা। এতিয়া বলক, তিনি বাজিবলৈ মাত্র দহ মিনিট আছে। হালীখানে হেঙ্গাৰৰ পৰা পাঞ্জাবী কুৰ্ত্তাটো পিন্ধি লৈ চঞ্চল যোৰ ভৰিত দি ৰুমৰ পৰা বাহিৰ হ'ল। বাহিৰত তেওঁলোকৰ কাৰণে ৰৈ থকা গাড়ীত বহিল। কেইমিনিট মানৰ ভিতৰত গাড়ী গৈ হোটেলৰ সন্মুখ পালে। ডাক্তৰ মাথুৰে খানক লৈ দহ নম্বৰ ৰুমত সোমাল। মাথুৰ চাহাবে খানক বহিবলৈ কৈ ভিতৰৰ পৰা ৰুমটো বন্ধ কৰিলে।

—আপুনি চিগাৰেট খায়নে ? মিঃ ৰহিম?

—মই কোনো দিনে ৰাগীয়াল বস্তু সেৱন কৰা নাই ডাক্তৰ!

—ক্ষমা কৰিব মিঃ ৰহিম চাহেব। মোৰ কেতিয়াবা কেতিয়াবা মন যায়। এতিয়া মন গৈছে। আপোনাৰ অনুমতি পালে খাব পাৰো।

—অ' সেইটো কোনো কথা নহয়। আপুনি খাওঁক। ডাঃ মাথুৰে চিগাৰেটটো জ্বলাই কাঠিটো পেলাবৰ কাৰণে ইফালে সিফালে চাইছে।

—অ' ইয়াত এছট্রে এটাও নাই। চাওঁহোন ভিতৰত আছে নেকি বুলি আধা পোৰা কাঠিটো হাতত লৈ স্নানৰ বাহিৰলৈ গ'ল। আগতে থোৱা এছ-ট্রেটো অনাৰ চলেৰে টেপৰ ছুইছটো অ'ন কৰি আহি টেবুলত এছট্রেটো থৈ বহিল।

—মিঃ ৰহিম চাহেব এতিয়া আপোনাৰ সেই ৰহস্যময় অতীত কাহিনী শুনিম। আৰম্ভ কৰক। নিশ্চয় আপোনাৰ কাহিনীয়ে যথেষ্ট সময় লব।

—মই বৰ দুৰ্ভগীয়া ডাঃ চাহেব! মোৰ বাবাজানৰ ঘৰ আছিল বোম্বে মহানগৰীত। বাবাজানে বেৰিষ্টাৰী পাছ কৰি বোম্বে হাই-কোর্টত প্রায় বিশ বছৰ বৰ সুখ্যাতিৰে ওকালতি কৰে। কিন্তু এটি সামান্য ঘটনাই বাবাজানক চিৰদিনৰ কাৰণে ক'লা কোট

টাই আনকি সংসাৰ বৈৰাগী হবলৈ বাধ্য কৰায়। আমি চাৰিজন ভাই ককাই। তেওঁলোক মোৰ বাহিৰে সকলো ভাৰতবৰ্ষৰ একো-জন নামজ্বলা প্ৰশাসক বা ৰাজনীতিবিদ। মই আপোনাৰ ওচৰত তেওঁলোকৰ নাম প্ৰকাশ কৰি তেওঁলোকৰ উচ্চ শিৰ নত কৰিব খোজা নাই। মই কেৱল মোৰ ব্যক্তিগত অতীত কাহিনীহে প্ৰকাশ কৰিম। অ' মই আপোনাক এটা কথা আগতে কৈ থোৱা ভাল হব। আমাৰ বাবাজানে বোম্বাই জাহাজ কোম্পানীৰ মেনেজাৰৰ কেছ এটা লৈছিল। বৰ ডাঙৰ কেছ। জাহাজ কোম্প্যানীৰ শ্ৰমিক নেতা ৰচীৰ উদ্দিনক দিন দুপৰতে মেনেজাৰৰ ভেৰোণীয়া গুণ্ডাই চুৰিৰে আঘাট কৰি হত্যা কৰিছিল। ৰচীৰউদ্দিন খুব জনপ্ৰিয় উদিয়মান চফল ডেকা আছিল। তাৰ বলিষ্ঠ নেতৃত্বত শ্ৰমিকসকলে কোম্পানীৰ পৰা যথেষ্ট সুবিধা আদায় কৰিব পাৰিছিল। সেই-বাৰো বনাচৰ কাৰণে ধৰ্মঘট কৰি কোম্পানীক সিহঁতৰ ন্যাৰ্য্য দাবী সাব্যস্ত কৰিছিল। কোম্পানীৰ কৰ্তৃপক্ষই এই অনৰ্থৰ মূল ৰচীৰ-উদ্দিনক চিৰদিনৰ কাৰণে বিদায় দিয়াৰ পৰিকল্পনা কৰি এই গুৰু দায়ীত্ব মেনেজাৰৰ ওপৰত ন্যস্ত কৰে। মেনেজাৰে নিজৰ পদমৰ্য্যদা, ক্ষমতাৰ উন্নতিৰ কাৰণে টকা ঢালি গুণ্ডা লগাই ৰচীৰক হত্যা কৰায়। কিন্তু শ্ৰমিকবোৰ এই কাৰ্য্যত ক্ৰোধিত হৈ কোম্পানীৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। কোম্পানী উপায়ন্তৰ হৈ মেনেজাৰৰ জৰীয়তে বাবাজানৰ ওচৰ চাপে। বাবাজানে এই কেছটোত কেইবা লাখো টকা পায়। এবছৰৰ মূৰত কেছৰ ৰায় হ'ল। কেছত শ্ৰমিকসকল হাৰিল। বিচাৰকে কেছৰ ৰায় দিলে— ৰচীৰউদ্দীনক কেছত বৰ্ণোৱাৰ দৰে মেনেজাৰে ভেৰোণীয়া গুণ্ডা লগাই হত্যা কৰোৱা নাই। ৰচীৰক হত্যা কৰিছে তেওঁলোকৰ শ্ৰমিকৰে ২নং নেতা মনিৰুদ্দিনে। মনিৰুদ্দিনৰ এইটো বহু দিনৰ মনৰ আশা—সি এদিন শ্ৰমিকৰ এক নম্বৰ নেতা হব। কিন্তু ৰচীৰ জীয়াই থকাত এইটো

সম্ভৱ নহয়। মনিৰুদ্দিন শীৰ্ষ নেতা হোৱা সংকল্পৰ কথা তাৰ ৩নং ঘৈনীয়েকে আদালতত স্বীকাৰ কৰিছে। ইয়াৰ ওপৰিও বাকী দুজন সাক্ষীয়েও ৰচীৰক মনিৰে চুৰীৰে হত্যা কৰা নিজ চকুৰে দেখা বুলি আদালতত সাক্ষী দি প্ৰমাণ কৰিছে। মনিৰুদ্দিনৰ যাবৎজীৱন জেল হ'ল। মেনেজাৰে শ্ৰমিকবোৰক আদালতৰ বাহিৰত বুঢ়া আঙুলী দেখুৱাই দিলে। লগতে ভবিষ্যতে কোম্পানীৰ বিৰুদ্ধে আন্দোলন কৰিলে তাৰ পৰিণাম ভীষন হ'ব বুলি সতৰ্ক বাণী শুনাই দিলে। বাবাজানে হেনো এই কেছ সম্পূৰ্ণ নিজৰ মগজুৰ পৰা সজাইছিল। বাবাজানে কোনো দিনে কৰ্ট কাছাৰীৰ কথা ঘৰত আমাৰ আগত খুলিয়াইছিল। কিন্তু এই কেছটোৰ ৰায়ৰ দিনা বাবাজানে আমাৰ আগত কেছটোৰ বিষয়ে কৈছিল আৰু উপদেশ দিছিল—

—আইন পঢ়িবা, কিন্তু আইনৰ ব্যৱসায় নকৰিবা। বিচাৰৰ ৰায় সদায় যুক্তিৰ ওপৰত, তথ্যৰ ওপৰত, সত্যৰ ওপৰত নহবও পাৰে, কিয়নো যুক্তি মানেই সত্য নহয়। সত্য সকলোৰে প্ৰিয় আৰু মঙ্গলকাৰী। ইয়াৰ ৰূপান্তৰ নাই। কিন্তু যুক্তিৰ ওপৰত প্ৰতিস্থিত ৰায় সকলোৰে কাৰণে সুখদায়ক মঙ্গলময় নহবও পাৰে। ইয়াৰ ৰূপান্তৰ আছে। ডা° মাথুৰ চাহাব মোক ক্ষমা কৰিব, মাজতে মই কিছুমান অলাগতিয়াল কথা কলো। বাৰু শুনক— কেছটোৰ ৰায়ৰ দুদিন পিছত বুঢ়ী এজনী আহি বাবাজানৰ লগত বহু কথা পাতে। কি কথা পাতিছিল আমি জনা নাছিলো। পিছদিনা ৰাতিপুৱা আমাৰ বাগানৰ কৃষ্ণচুড়া জোপাৰ ডালত সেই বুঢ়ীজনী গলত ফাচ লগাই মৰি থাকে। এই খবৰ প্ৰথমতে বাবাজানক দিয়ে আমাৰ চাকৰজনে। বাবাজান তৎক্ষনাত সেই ঠাই পায়। আমিও চাবলৈ গৈছিলো। বাবাক বৰ মৰ্মাহঁত যেন দেখিলো। এইজনীয়েই শ্ৰমিক নেতা ৰচীৰৰ মাক আৰু যোৱা গধূলি আহি

বাবাজানৰ লগত তৰ্ক বিতৰ্ক কৰি কান্দিছিল বুলি বাবাজানে আমাক দুখেৰে কলে। বাবাজান ধীৰে ধীৰে তেওঁৰ চেম্বাৰত সোমাইছিল। থানালৈ টেলিফোন কৰিছিল। কিছুসময় পিছত পুলিচ আহি মৰা শ লৈ গৈছিল। বাবাজানে দুখন চিঠি লিখিলে। প্ৰথমখন ন্যায়মূৰ্ত্তি কাশ্যপলৈ আৰু আনখন মনিৰুদ্দিনলৈ। পিয়নৰ হাতত ঠিকনা লিখি চিঠি দুখন পঠাই দিলে। ন্যায়মূৰ্ত্তি কাশ্যপ তেতিয়া আদালতলৈ যাবলৈ সাজু হৈছিল। তেওঁ চিঠিখন খুলি চালে—

কাশ্যপ ডাঙৰীয়া,

ন্যায়মূৰ্ত্তি সম্বোধন নকৰাৰ কাৰণে দুখ নকৰিব। তেনে সম্বোধন কৰিবলৈ মনে নকলে আৰু মই আজিৰ পৰা তেনে সম্বোধন কৰিবলৈ বাধ্যও নহওঁ। মই জাহাজ কোম্পানীৰ কেছত জিকিলো। অজস্ৰ টকাও পালো, সন্মানো পালো ঢেৰ। কিন্তু মই আজি বুজিব পাৰিছো—মই একোৱেই নেপালো। বৰংচ মই থকাখিনিও হেৰুৱালো। কি হেৰুৱালো জানে? --মনৰ শান্তি। মই সেই বৃদ্ধা ৱচীৰৰ মাতৃৰ ওচৰত শেষ মুহূৰ্ত্তত হাৰি গলো। মোৰ অকাট্য যুক্তিৰ স্থান য'ত নাই, য'ত আপোনাৰ ৰায়ৰ মূল্য নাই। যোৱা ৰাতি সেই ৱচীৰৰ বৃদ্ধ মাতৃ মোৰ ঘৰলৈ পাগলীৰ দৰে আহিছিল আৰু চিঞৰিছিল— "তোমালোকেইবোলে আইনৰ মালিক আমাৰ দৰে মানুহৰ ভাগ্য নিয়ন্ত্ৰা তোমালোকৰ পাণ্ডিত্যৰ পৰিচয় এয়ে নহয়" মই সেই বৃদ্ধাৰ ওচৰত ক্ষমা খুজিবলৈ সাহস নেপালো। সঁচাকৈ আমি মনুষ্যত্বৰ আদালতত ইমান নীচ। সত্য সন্ধানৰ পৰিবৰ্ত্তে অসত্যৰ চক্ৰবেহু প্ৰতিষ্ঠা কৰিছোঁ। বুঢ়ীজনী ৰাতিয়েই মোৰ বাগানত চিপজৰী লগাই মৰি থাকিল। আপুনি মোক লগ ধৰিবলৈ যত্ন নকৰিব। মই এতিয়াই মক্কালৈ যাত্ৰা কৰিলোঁ। জীৱনৰ বাকী দিন কেইটা তাতেই কটাম। মনিৰুদ্দিনে কেছৰ আপীল কৰিব।

সি জেলৰ পৰা মুক্তি পাব। সৎ সাহস থাকিলে আপুনি প্ৰকৃত অৰ্থত ন্যায়মূৰ্ত্তি হবলৈ যত্ন কৰক। মনিৰুদ্দিনৰ চিঠিৰ লগত এক লাখ টকাৰ চেক এখন পঠাইছো। উকিলৰ খৰছৰ কাৰণে আৰু তাৰ মানহানিৰ ক্ষতিপূৰণ হিচাবে। বাবাজান ঘৰৰ পৰা ওলাই গৈছিল। বাবাজান ওলাই যোৱাৰ আধা ঘণ্টাৰ পিছতে ন্যায়মূৰ্ত্তি কাশ্যপ আমাৰ ঘৰলৈ আহিছিল। কিন্তু বাবাজানক লগ নেপালে। তেখেতৰ চিঠিৰ পৰাহে আমি এইবোৰ কথা গম পাওঁ। আজিলৈকে বাবাজানৰ কোনো খবৰ নাই। আজি তিনি বছৰ আগতে মা জানৰ মৃত্যু বাতৰি খবৰ কাগজত পঢ়ি মাৰ স্মৃতিত নিৰৱে দোৱা কৰিছিলো।

মই তেতিয়া এলাহাবাদ বিশ্ববিদ্যালয়ত গবেষনা কৰি আছিলো। এলিজাও সেই বিশ্ববিদ্যালয়ৰে ইতিহাসৰ ছাত্ৰী। এলিজাৰ লগত মোৰ দুবছৰৰ চিনাকী। তাইৰ ঘৰ কাশ্মীৰত। দেউতাকৰ কাৰ্পেটৰ ফেক্টৰী আছে। অকস্মাৎ এটা উৎসৱত তাইৰ লগত মোৰ পৰিচয় হৈ যায়। মই তাইৰ মৰমৰ আপদাৰ এৰাব নোৱাৰি দুবাৰো তাইৰ ঘৰ কাশ্মীৰলৈ গৈছো। তাইৰ ককাই ভাই নাছিল, মাথোন এজনী সৰু ভনিয়েক। কাশ্মীৰৰ আপেলবোৰৰ ৰঙেই বেলেগ। সেইদৰে গাভৰুবোৰৰো। অকল ৰঙেই নহয় ৰসো। এলিজাৰো। ডাঃ চাহেব, আপোনাৰ ওচৰত লুকুৱাই লাভ নাই মই এলিজাক ভাল পাইছিলো। দুয়ো দুয়োৰো বহুত ওচৰলৈ আহিছিলো। বহুতো ৰঙীণ সপোন দেখিছিলো। জোনাক ৰাতি কাশ্মীৰ লেকৰ পাৰত বহি বহুত কথা পাতিছিলো। এলিজাক ভাৰতীয় দৰ্শন বুজাইছিলোঁ। দৰ্শনৰ শিক্ষাই মোক উদাৰ হবলৈ প্ৰেৰণা যোগাইছিল। সেই একে দৰ্শনৰ সূত্ৰই এলিজাৰ মন বুজাত মোক সহায় কৰিছিল। কোনোবা এটি জুম্মাবাৰে আকাশৰ কাঁচি জোনটোক সাক্ষী কৰি ভূ-স্বৰ্গ কাশ্মীৰৰ এটি মছজিদত দুয়ো দুয়োকো সম্প্ৰদান কৰিছিলো। মোৰ গবেষনাৰ কাম মাত্ৰ তিনি মাহ বাকী আছিল। এলিৰ শেষ

পৰীক্ষাৰ কাৰণে দুমাহ মাত্ৰ। সেইদিনা ৰবিবাৰ, এলিজাই মোক এখন ৰেষ্টুৰেণ্টত লগ ধৰিলে। আমি তাতো বহুতো মনৰ কথা পাতিলো। মই তাইক তাইৰ হোষ্টেলৰ ফালে অলপ আগবঢ়াই থৈ আহিলো। তেতিয়া হোষ্টেল সোমোৱাৰ সময় উকলি গৈছিল। তাই অকলে মহিলা হোষ্টেলৰ ফালে খোজ লৈছিল। মই মোৰ হোষ্টেলৰ ফালে।

পিছদিনা পুৱা সেই অভাৱনীয় অমঙ্গলীয়া ঘটনাটো ঘটিল ডাক্তৰ! মই বিচনাৰ পৰা উঠিছোহে মাথোন। এলিজাৰ ৰুমমেট বান্ধৱী তুজনী অসংযত অৱস্থাত চকু পানীৰে মোৰ ৰুমত প্ৰৱেশ কৰি ৰহিমদা বুলি তুয়োজনীয়ে উচুপি উচুপি কান্দিব ধৰিলে! মই অনুমান কৰিলো, নিশ্চয় এলিৰ কিবা অঘটন ঘটিছে।

—ৰহিমদা, তুমি দেখি নকৰিবা. এতিয়াই আহা এলিয়ে ···· ···· ··· আত্মহত্যা কৰিলে। তাই আজি ৰাতিপুৱা বাথৰুমত শাৰীৰে গলত ফাচ লগাই আত্মহত্যা কৰিলে। মই এক মিনিটো দেখি নকৰি পেণ্টটো সোমাই লৈ সিহতৰ লগত হোষ্টেললৈ ওলালো। বাটত সুধিলো ৰাতি এলি কৰবালৈ গৈছিল নেকি? সিহতে চকুপানী মচি মচি উত্তৰ দিছিল—

—আমি—আমি তুবছৰে তাইৰ লগত আছো। তাইৰ দৰে নিৰ্ম্মল সংযত স্বভাৱৰ ছোৱালী আমি জীৱনত লগ পোৱা নাই আৰু সম্ভৱ নেপামো। আমি তুয়ো জানো তাইৰ আপুনিয়েই একমাত্ৰ প্ৰেমিক। যোৱা ৰাতি ন বজাতহে তাই হোষ্টেলত সোমাইছিল আৰু খুব তুখ মনেৰে ভাত পানী একো নেখাই শুই আছিল। মই আচৰিত হৈ সিহঁতক কৈছিলো— এলিয়ে সম্পূৰ্ণ মিছা মাতিছে। এলিক মই গধুলি ৬-৩০ বজাত গেটত এৰি গৈছো।—তাইক আমি আগতে কোনো দিন এনে বিমৰ্ষ দেখা মনত নপৰে। আমি সোধাত কলে আপোনাৰ হেনো শৰীৰ ভাল নহয়। আপোনাক লৈ ডাক্তৰৰ

ওচৰলৈ গৈছিল। উভতি আহোতে দেৰি হ'ল। তাইৰ কথত সন্দেহৰ কোনো অৱকাশ নাছিল। আপোনাৰ অসুখত তাইৰ মন ভাগি পৰা স্বাভাৱিক। আল্লাই 'ৰহিমদাক' সোনকালে আৰোগ্য কৰক বুলি আমি শুই থাকিলো। ৰাতি দুপুৰাওতেই এলিজা ৰূম খুলি বাথৰুমলৈ যোৱা আমি গম পাওঁ। আমি চিন্তা কৰা নাছিলো। কিন্তু এক ডেৰ ঘণ্টা ওভতি নহাতহে চিন্তা হ'ল। আমি দুযোজনী গৈ দেখো এলিয়ে এই ভাবিব নোৱাৰা ঘটনাটো কৰি থৈছে। তেতিয়া সকলো শেষ হৈ গৈছিল। গোটেই হোষ্টেলত এক শোকৰ ছাঁ পৰিল। দুজনীমান ছোৱালী আহি আমাক জনালে, যোৱা গধুলি ৬-৩০ মান বজাত এখন গাড়ীৰ পৰা দুজন মানুহ নামি এজনী গাভৰু ছোৱালী উঠাই লৈ যোৱা যেন দেখিছিল। অৱশ্যে তেওঁলোকে হোষ্টেলৰ বাৰাণ্ডাৰ পৰাহে দেখিছিল। এতিয়াহে বুজিব পাৰিছো খুব সম্ভৱ সেইজনী এলিজাই আছিল। কোনে কাৰ বিচাৰ লয়। এইবোৰ ঘটনা আজি কালি ইয়াৰ দৈনন্দিন ঘটনাত পৰিণত হৈছে।

মই এলিজাৰ মৃতদেহৰ ওচৰলৈ গৈ কাপোৰ কানি লক্ষ্য কৰিলো। শ্লীপিং গ্ৰাউণ্ডটোৰ পকেটত হাত দি এখন কাগজ পালো। সেইখন এখন সৰু চিঠি। এলিজাৰ মোলৈ লিখা অন্তিম চিঠি ডাক্তৰ! —অন্তিম চিঠি !! সেইখনেই মই অতি যতনেৰে ৰাখিছো। চিঠিখন মই আপোনাক দেখুৱাব পাৰো কিন্তু আপুনি পঢ়িবহে নোৱাৰিব। সেইখন উৰ্দ্দুত লিখা।

—দেখুৱাৰ কোনো দৰ্কাৰ নাই ৰহিম চাহেব। আপোনাৰ সকলো কথাই মই বিশ্বাস কৰিছো। কিন্তু আপুনি কিয় ৰহিমৰ পৰা ৱালীখান হ'ল ?

—শুনক ডাক্তৰ চিঠিখনত এলিজাই আত্মহত্যা কৰিব বুলি লিখি থৈ গৈছে। এলিজাক ৱালীখান বোলা পাঠান ডেকা এজনে

বিবাহৰ প্ৰস্তাৱ দিছিল। পাঠানৰ প্ৰস্তাৱ এলিজাই খণ্ডেৰে প্ৰত্যা-খ্যান কৰিছিল। এলিজা যে মোৰ বাকদত্তা সেই কথাও ৰালীখানক পৰিস্কাৰকৈ তাই বুজাই দিছিল। কিন্তু কামান্ধ পাঠান ডেকা ৰালী খান সিমানতে হাৰ নেমানিলে। সি প্ৰকাশ্যে এলিজাক শুনাই দিলে যে সি ইয়াৰ প্ৰতিশোধ লবই। এলিজাই মোক তাৰ প্ৰতি সতৰ্ক থাকিবলৈ অনুৰোধ কৰিছিল আৰু সঘনে সকীয়াই দিছিল। ৰালীখানে সুযোগ সন্ধানত আছিল। ঘটনাৰ দিনা হয়তু মোক এৰি হোষ্টেললৈ খোজ লওঁতেই ওচৰতে খাপ লৈ থকা তাৰ ভেৰণীয়া গুণ্ডাই এলিজাক মুখত কাপোৰ বান্ধি টেক্সীত উঠাই ৰালীখানৰ ৰুমলৈ লৈ যায়। তাতে তাইক বলপূৰ্ব্বক সতীত্ব নষ্ট কৰি এলিজাক ৰাতি ন বজাত হোষ্টেলৰ সম্মুখত এৰি গৈছিল। তেতিয়াই এলিজাৰ জীয়াই থকাৰ মোহ হেৰাই গৈছিল। সেই ৰাতিয়েই তাই এই চুড়ান্ত সিদ্ধান্ত লৈছিল। মই আৰু থিৰে ৰব নোৱাৰিলো ডাক্তৰ! প্ৰতিহিংসাই মোক পাগল কৰি দিলে। চিঠিখন পকেটত ভৰাই লৈ পোনে পোনে হোষ্টেল পালো। সৰু এটাচীটোত যি পাৰো কাপোৰ কানি ভৰাই তেতিয়াই ষ্টেচনলৈ ৰাওনা হলো। গধুলি বোম্বে পালো। মাক সেৱা জনাই কলো যে বাবাজানৰ পৰা চিঠি পাইছো। মকৰ্কাৰ পৰা তেখেতে লিখিছে আহিবৰ কাৰণে তেখেতৰ কিছু টকাৰ আৱশ্যক। মাজানে বাবাজানৰ চিঠিৰ কথা শুনি আনন্দত অধীৰ হ'ল। মোক চেক বুকখন উলিয়াই দি লিখিবলৈ কলে। মই ধনৰ অঙ্কটো বাদ দি বাকীখিনি ভৰাই মা জানক চহী কৰিব কলো। মা জানক এইটোও কলো যে এতিয়া কিমান টকাৰ দৰ্কাৰ হব কব পৰা নেযায়। হাইকমিচনাৰ অফিছত গৈহে বুজিব পৰা যাব। সেই অনুযায়ী টকাৰ সংখ্যাটো পুৰাই লম। মা জানৰ অপাৰ আনন্দ। ডা· মোক বিশ্বাস কৰক, জীৱনত এয়ে মোৰ প্ৰথম অভিনয় আৰম্ভ। আপুনি ইয়াক প্ৰৱঞ্চনা বুলিও কব পাৰে কিন্তু

কোনো দিন মা-জান বা বাবাজানক মিছা কথা কোৱা নাছিলো— অবাধ্য হোৱা নাছিলো। ঘৰৰ পৰা ওলাইয়েই ভাৰতীয় ষ্টেট বেঙ্কৰ পৰা টকা দুই লাখ উঠাই তাৰে এক লাখৰ ট্ৰেভেলাৰ চেক আৰু বাকী এক লাখ নগদ লৈ পোনে পোনে বোম্বে ডকলৈ টেক্সী এৰি দিলো। বহু সুধি পুছি তাত এজন প্ৰখ্যাত মস্তানক লগ ধৰিলো। মোৰ এই দুখৰ কাহিনী তাক সংক্ষেপে কলো আৰু সেই পাঠানক হত্যা কৰি মোৰ অন্তৰৰ প্ৰতিশোধৰ অগনি নিৰ্ব্বাপিত কৰিবলৈ অনুৰোধ কৰিলোঁ। তাৰ বিনিময়ত যি অঙ্কৰ ধন লাগে তাকে দিবলৈ সাজু আছো বুলি তাক কথা দিলো। মস্তানে বিশ হেজাৰ নগদ টকা মোৰ পৰা অগ্ৰিম বিচাৰিলে। বাকী ত্ৰিশ হেজাৰ কাম সমাধা হোৱাৰ পিছত। যদি মই পৰিশোধ কৰিব নোৱাৰো তেন্তে এই এৰে পিষ্টলেৰে মোৰ জীৱন লব বুলি জেকেটৰ জেপৰ পৰা পিষ্টলটো উলিয়াই দেখুৱালে। মই সন্মত হলো। তাক দহ মিনিট পিচতেই টকা বিশ হেজাৰ দিম বুলি অলপ সময়ৰ কাৰণে তাৰ পৰা বিদায় ললো। মই ওচৰৰে ৰেষ্টুৰেণ্ট এখনত সোমাই হাফ্‌প্লেট চিকেন চাউৰ অৰ্ডাৰ দিলো। এটাচীটো টকা লাখেৰে ভৰি আছিল। তাৰ পৰা এশ টকীয়া দুটা বাণ্ডিল উলিয়াই মই মোৰ জেকেটৰ পকেটত সোমাই ললো। ইতিমধ্যে মোৰ খোৱা বস্তু লৰা এজনে দি গ'ল। মই তাৰাতাৰি খাই পইচাটো কাউন্টাৰত দি আকৌ সেই মস্তানৰ ওচৰ পালো। সি সম্ভৱ মোক বিশ্বাস কৰি তাতে ৰৈ আছিল। মই তাক টকা বিশ হেজাৰ দিলো। সি খুচী হৈ কলে—"ভদ্ৰলোকৰ কাম এনেকুৱাই হোৱা উচিত— 'মৰদকা বাত হাতী কা দাঁত' দুনো বহুত জৰুৰী"। আমি এখন টেক্সীত সেই ৰাতিয়েই আলিগড়লৈ যাত্ৰা কৰিলো। ৰাতি দুপুৰাওতেই আলিগড় পালোঁ। এখন ৰেষ্টুৰেণ্টত সি নক কৰিলে। মই গাড়ীতেই বহি আছিলো। বোধহয়

ৰেষ্টুৰেণ্টৰ মালিকো তাৰ অংশীদাৰ। মস্তানে এটা কোড নাম্বাৰ কলে। দৰ্জাখন খুলি দিলে। সি সোমাই গ'ল। মোৰ কিন্তু সেই সময়ত খুব ভয় লাগিছিল। হয়তু লগত থকা টকাখিনিৰ বিনিময়ত তাৰ জীৱন এলিজাৰ ওচৰলৈ সেই মুহূৰ্ত্তে গতি কৰিব। ড্ৰাইভাৰজনে মোৰ লগত কোনো কথা নেপাতিলে। এনেতে সেই মস্তানে এবটল হুইস্কী লৈ আকৌ গাড়ীত উঠিল। এঘণ্টামানৰ ভিতৰতে সেই হুইস্কী বটল শেষ কৰিলে। মাজতে এবাৰ গিলাচ এটাত ড্ৰাইভাৰজনক এপেগ নে দুপেগ দিলে। কিন্তু নিমাত নিস্তব্ধ। মস্তানে গাড়ী এৰি দিবলৈ হাতেৰে ইচাৰা কৰাৰ লগে লগে গাড়ী এৰি দিলে। মস্তানে হয়তু সেই ৰেষ্টুৰেণ্টৰ পৰা ৱালীখানৰ ঠিকনা লৈছিল। গাড়ী এটা দুমহলীয়া ঘৰৰ তলত ৰাখিলে। মস্তান গাড়ীৰ পৰা নামি মোক নামিবলৈ ইচাৰা কৰিলে। মই হাতত এটাচীটো লৈ নামিলো।

—ডাঙৰীয়া, আপোনাৰ এটাচী গাড়ীত ৰাখক! আপোনাৰ ভালৰ কাৰণেই কৈছো। আপোনাৰ এটাচীৰ সকলো সম্পত্তিৰ কাৰণে মই দায়িত্ব লৈছো। মই মস্তান, হত্যাকাৰী কিন্তু চোৰ প্ৰতাৰক নহয়। মই এটাচীটো পুনৰ গাড়ীৰ ভিতৰত থৈ তাৰ ওচৰত থিয় দিলো।

—এতিয়া বলক ডাঙৰীয়া, আপুনি তাক চিনাই দিব লাগিব। অদোষী মানুহৰ জীৱন লোৱা আমাৰ ধৰ্ম নহয়। আপোনাৰ কথাত সত্যতা বিচাৰি পাইহে মই আপোনাক মজুৰিৰ বিনিময়ত সহায় কৰিব আহিছো। কিন্তু দেখক টকাৰ কাৰণে নৰহত্যা অপৰাধক ভয় নকৰিলে মই আপোনাক হত্যা কৰি এতিয়াই এক ডেৰ লাখ টকা লব পাৰো। কিন্তু আমি বিনা কামে বিনা কচুৰে এক পইছাও গ্ৰহণ নকৰো। ই আমাৰ বৃত্তি— আপোনাৰ মনত ই সৎ হবও পাৰে অসৎ হবও পাৰে! এতিয়া আহক। পাষণ্ড ৱালীখানে নিশ্চয়

এলিজাৰ মৃত্যু সম্বাদ পাই মনৰ দুখত বিচনাতে পৰি আছিল। মস্তানে তাৰ ৰিভলভাৰ পৰীক্ষা কৰি ললে। থিক আছে। পুনৰ জেকেটৰ পকেটত সুমুৱাই ললে। মোক সি কলিং বেল দিবলৈ ইচাৰা কৰিলে। মই বেল টিপি দিলো। ৱালীখানে দৰ্জা খুলি দিলে। মই মস্তানক সেইজনেই ৱালীখান বুলি ইঙ্গিতেৰে বুজাই দিলো। মোক দেখি ৱালীখান আচৰিত হৈ গ'ল।

—তেন্তে ইয়েই সেই কাপুৰুষ ৱালীখান নহয় জানো?

—হয় ইয়েই সেই পাষণ্ড ৱালীখান বুলি মই কৈ ৱা মাত্রে মস্তানে তাৰ চাইলেঞ্চাৰ লগোৱা ৰিভলভাৰটো জেকেটৰ পকেটৰ পৰা উলিয়াই ৱালীখানৰ বুকুত স্প্ৰে কৰি দিলে। ৱালীখান নিমিষতে মাটিত ঢলি পৰিল। দুয়ো ৰাস্তাত ৰৈ থকা টেক্সীত উঠি পূৰ্ব্বৰ ব্যৱস্থা মতে ৰেল ষ্টেচন পালো। এখন চাহ দোকানত সোমাই বাকী থকা ত্ৰিশ হেজাৰ টকা দি মস্তানক বিদায় দিলো। কলিকতালৈ যোৱা ৰেলৰ টিকেট এটা লৈ ৰেলষ্টেচনৰ হোটেলত দিনৰ সাজ খাই ললো। দুদিনৰ মূৰত কলিকতা পালো। ৰাতিটো এখন হোটেলত কটালো। তাতে ভবিষ্যতৰ কৰ্মপন্থাৰ পৰিকল্পনা কৰিলো। মই বহুত চিন্তা কৰি কাবুলীৱালাৰ অভিনয় কৰিয়েই জীৱন আৰু জীৱিকা বিতাম বুলি সিদ্ধান্ত ললো। টেইলৰ এজনৰ ওচৰলৈ গৈ দুযোৰা কাবুলীৱলাৰ ড্রেচ এদিনৰ ভিতৰতে বনাই ললো। এখন মনোহাৰী দোকানৰ পৰা এটা ডাঙৰ তাবিজ কিনি আনিলো। সেইটো চুৰিৰে খুলি তাতে সেই এলিজাৰ চিঠিখন কেইবাজাপ কৰি অতীতৰ স্মৃতি-এলিজাৰ স্মৃতি হিচাবে গলত আৰি ললো। আলিগড়ৰ দৰ্শন অধ্যয়ন কৰোতে অসমৰ সহজ সৰল অসমীয়া মানুহৰ কথা শুনি – হিন্দু মুছলমানৰ সম্প্রীতিৰ আদৰ্শ স্থান, ধৰ্ম্মৰ স্থান হাজোৰ পোৱা মক্কাৰ কথা শুনি আজান পীৰৰ কাহিনী শুনি এই অসমখন দেখিবলৈ খুব মন গৈছিল। এলিজাৰ সৈতে বিয়াৰ পিছত

তাতেই 'হনিমুন' কৰিম বুলি দুয়ো থিক কৰিছিলো। গুতিকে পাঠানৰ ভাণ্ডতে কাবুলীৱালাৰ পেশাৰে শ্বিলং পালোহি। ট্ৰেভেলাৰ চেকখন ভঙাই টকাখিনি নগদ কৰি ললোঁ। দীঘল দীঘল দুটা বাকী খাটা বনাই ললো। আৰম্ভ কৰি দিলো টকাৰ সুতৰ ব্যৱসায়। খুব ভালকৈ চলিল। মই খাটাবোৰ উৰ্দ্দুত লিখিছিলো। ধৰা পৰি যোৱাৰ ভয়ত মই অন্য কাবুলীৱালাৰ লগত হলি গলি একেবাৰে কৰা নাছিলোঁ। মোৰ ব্যৱহাৰ অন্য পাঠানৰ দৰে নোহোৱাত বহুতো মানুহ মোৰ ওচৰলৈ আহিছিল। অন্যৰ তুলনাত মোৰ সূতৰ হাৰো কম আছিল। অসমীয়া, বঙালী, বিহাৰী, সকলো অভাৱগ্ৰস্তলোকে মোৰ পৰা টকা ধাৰ লৈছিল। বহুত পাঠানে বোলে ধৰুৱাৰ পৰা মাৰ ধৰ খাব লগা হয় কিন্তু মোৰ কোনো দিন তেনে হোৱা নাছিল।

মলয়াৰ ঘৰখনলৈ মোৰ এটা বেলেগ সহানুভূতি আছিল। নিঃস্বাৰ্থ ভাৱে মই তেওঁলোকক সহায় কৰি গৈছিলো। মোৰ অৱশ্যে এটা কথা ভুল হৈছিল। ৩০/৪০ হেজাৰ টকাৰ ধাৰ থকা স্বত্তেও মই মলয়াহঁতক কিয় ধাৰ দি গৈছিলো। টকা ঘূৰাই পোৱাৰ আশাত নহয়। মই মলয়াক অতি ওচৰৰ পৰা বুজিব পৰাৰ কাৰণেহে। তাইৰ ব্যৱহাৰত চলন ফুৰণত আৰু চৰিত্ৰত ফুটি উঠিছিল মোৰ হেৰাই যোৱা এলিজাৰ ছবি। তাইক কিবা অলপ সহায় কৰিব পাৰিলেই যেন মই শান্তি পাওঁ। মলয়াই মোক মানুহ হিচাবে থিকেই বুজিছিল। কিন্তু মোক ব্যৱসায়ী হিচাবেহে ভুল বুজিছিল। মই ব্যৱসায়ী নাছিলো—অভিনয়হে কৰিছিলো। অৱশ্যে মোৰ অভিনয় নিখুত আছিল। মই মলয়াক প্ৰশান্ত কাকতিৰ হাতত অৰ্পণ কৰিম বুলি বহুদিনৰ পৰা ভাবি আছিলো। প্ৰশান্ত কাকতিয়েই মলয়াৰ একমাত্ৰ উপযুক্ত পাত্ৰ বুলি ভাবিছিলো। কিন্তু ডাক্তৰ মলয়াৰ জন্ম মোৰ উৎতপ্ত হৃদয়ত শীতল কৰিবলৈহে। প্ৰশান্ত কাকতিয়ে মোক মলয়াৰ মাকৰ সম্মুখতে কৈছিল যে তেওঁৰ বিয়াৰ দিন থিক হৈ গ'ল। তেওঁ ঘৰলৈ বিয়া কৰাব যাব। মাকৰ পৰা

চিঠি পাইছে। তথাপিও মই মিঃ কাকতিক কৈছিলো যে মোৰ হাতত অসমীয়া উপযুক্ত ছোৱালী আছে। কিন্তু ঈশ্বৰৰ ইচ্ছা! ডাক্তৰ বাকী মোৰ সকলো কথা মিঃ প্ৰশান্ত কাকতিৰ পৰা নিশ্চয় শুনিছে।

—হয় মিঃ ৰহিম। আপুনি মহান। আপোনাৰ মঙ্গল কামনা কৰিছো। কাইলৈ আপোনাক ৰিলিজ দিয়া হব। বলক এতিয়া আপোনাক হস্পিতেলত থৈ আহো। দুয়ো উঠিল।

—আপুনি আগবাঢ়ক মিঃ ৰহিম মই বেগটো লৈ গৈছো বুলি উঠি গৈ চুইছটো অফ কৰি এটাচীটো লৈ ডাক্তৰ মাথুৰ মেনেজাৰৰ ওচৰ পালে। মেনেজাৰক দুশ টকাৰ বিল পৰিশোধ কৰি ডাঃ মাথুৰ গাড়ীৰ ওচৰ পালে। ইতিমধ্যে ড্ৰাইভাৰে স্কীনখন লৈ গাড়ীৰ ওচৰ পাইছিল। ডাঃ মাথুৰৰ অনুমতি পাই ড্ৰাইভাৰে হস্পিতেললৈ গাড়ী চলাই দিলে। ডাঃ মাথুৰে ৰহিমক হস্পিতেলত থৈ পোনে পোনে ডাঃ বেনাৰ্জীৰ ঘৰ পালে। সেই সময়ত সকলো কেইজন চাহমেলত মছগুল আছিল। মুনমী আৰু প্ৰশান্তৰ মনটো আজি ফৰকাল। মানিক বৰুৱাক আজি দহ বজাত বেলুনিং কৰিলে। চাৰে চাৰিবজাত বৰুৱাই সকলোৰে লগত কথা পাতিছে। তেখেতৰ উশাহ লোৱাত আগৰ সেই কষ্ট নাই। সেই অত্যন্ত আধুনিক ব্যয়বহুল হাৰ্ট অপাৰেচনটো কৰিলে ডাঃ বেনাৰ্জীয়ে। বৰুৱাক চাৰি পাচ দিনৰ পিছতেই ৰিলিজ দিব পাৰিব বুলি আশ্বাসও দিছে। ডাঃ পবিত্ৰ বসুমতাৰী ডাঃ বেনাৰ্জীৰ অনুৰোধত ৰৈ আছে। ইয়ানীৰ তিনিমাহৰ ঔষধৰ প্ৰেচক্ৰিপচন লিখি দিছে। ৰান্ধনী লৰাজনে ডাক্তৰ মাথুৰৰ কাৰণে পৰঠা দি গ'লহি। সকলোৰে তেখেতক খাবলৈ অনুৰোধ কৰিলে বাকী কেইজনে অলপ আগতে খাই উঠিছে। ডাঃ মাথুৰে পৰঠাত কামোৰ মাৰি ডাঃ বেনাৰ্জীলৈ লক্ষ্য কৰি কলে—

—ডাক্তৰ বেনাৰ্জী আপোনাৰ ঘৰত কেইবাগৰাকীও বিশিষ্ট অসমীয়া অতিথি সম্মিলিত হৈছে। আপোনাৰ লগতে আমাৰো তাৰ কাৰণে

সৌভাগ্য বুলি ভাবিছো। তেখেতসকলক মই লগ কৰিম বুলিও কৰিব পৰা নাছিলো। মই এটা দুষ্প্ৰাপ্য বস্তুৰ সন্ধানত আছিলো।
—কি অমূল্য বস্তুহে ডাঃ মাথুৰ চাহাব?
—বস্তুটো আপুনি কোৱাৰ দৰে অমূল্য নহয়, কিন্তু দুষ্প্ৰাপ্য ডাঃ বেনাৰ্জী চাহাব? —এখন অসমীয়া কেছেট। আজিলৈকে কোনেও শুনা নাই হৃদয় বিদাৰক কেছেট। শুনিব নেকি? ডাক্তৰ মাথুৰে এটাচীটো খুলি এখন কেছেট ডাঃ বেনাৰ্জীৰ হাতত দিলে। ডাক্তৰ বেনাৰ্জীয়ে কেছেটটোৰ ওপৰত পঢ়ি চালে—ৰঙা বলপেনৰ হাতৰ আখৰেৰে লিখা—
—কাহিনী :—ৰহিম বেগ
—পৃষ্ঠপোষক :—মাডাম ইয়ানী
—নিৰ্দ্দেশক :—ডাঃ এছ-এন-মাথুৰ
ডাঃ বেনাৰ্জীয়ে একো বুজিব নোৱাৰি কেছেটখন টেপ ৰেকৰ্ডাৰত সোমাই দি চুইছটো অন কৰি দিলে। ৱালীখানৰ সকলো ৰহস্য শুনি কাৰো মুখত মাত নাই। দহ মিনিটৰ পিছত কাহিনী শেষ হৈ গ'ল। ডাঃ বেনাৰ্জী চুইছটো অফ কৰি দি আকৌ আগৰ ঠাইত বহিল।
—মিচেছ বেগ, আপোনাৰ মিঃ ক কাইলৈ দহ বজাত ৰিলিজ দিব পাৰিম। তেওঁ সম্পূৰ্ণ সুস্থ মানুহেই নহয় এজন প্ৰকৃত জ্ঞানী ত্যাগী দাৰ্শনিক পণ্ডিতো, অৱশ্যে তেওঁক মিঃ ৱালীখান হিচাবেই ৰিলিজ দিব লাগিব। ডাঃ মাথুৰে এটা কৃতকাৰ্য্যৰ হাঁহি মাৰিলে। উপস্থিত সকলোৱে একে মুখে ডাক্তৰ মাথুৰ চাহাবক এই অভূতপূৰ্ব্ব কৃতকাৰ্য্যৰ বাবে ধন্যবাদ জনালে। ডাক্তৰ মাথুৰে থিয় দি হাত জোকাৰি জোকাৰি এই মন্তব্যৰ প্ৰতিবাদ কৰিলে।
—যদি এই কামৰ কাৰণে কিবা প্ৰশংসা পাব লগা হয় তেন্তে সেই প্ৰশংসাৰ অধিকাৰিণী হব একমাত্ৰ মাদাম ইয়ানীহে। তেখেতৰ এইটো এটা অদ্ভুত আবিষ্কাৰ। তেখেতৰ আবিষ্কাৰ সূত্ৰক মই মাথোন বাস্তৱত ৰূপ দিছো। ইয়ানীয়ে এক মধুৰ হাঁহি মাৰিলে—যি হাঁহিয়ে সকলোকে সমানে সুখী কৰিব পাৰিলে।

—●—

## ॥ ষোল্ল ॥

আবেলি ৪-৩০ বাজিছিল। মলয়া মুন্‌মী আৰু প্ৰশান্ত একেলগে হস্পিতেললৈ গ'লাল। মুন্‌মী আৰু প্ৰশান্ত শহুৰ/দেউতা মানিক বৰুৱাৰ কোমত সোমাল। মলয়া আগবাঢ়ি গৈ গিৰিয়েক খানৰ কোমত সোমাল।

—আজিও দেখোন তোমাৰ দেৰি হ'ল, মলয়া?

—এৰা, দেৰি হ'ল। আহিবলৈ ওলাইছোঁহে এনেতে গৈ ওলাল ডাঃ মাথুৰ।

—ডাঃ মাথুৰক তোমালোকে এতিয়া লগ পাইছা?

—লগ পোৱাই নহয় আৰু বহুতো।

—তাৰ মানে ডাঃ মাথুৰে মোৰ বিষয়ে কিবা কৈছে?

—হয়, তোমাৰ অতীত কাহিনীৰ কেছেটখন আমি সকলোৱে আচৰ্য্যৰে শুনিলো। সেয়েহে দেৰি হ'ল। তুমি বৰ সাংঘাতিক মানুহ। অন্ততঃ তুমি নিজৰ নামটো লুকাব নেলাগিছিল।

—তুমি সচাঁকৈয়ে অকৰা হৈয়ে আছা মলয়া। ভাৰতবৰ্ষৰ এনে এখন থানা নাই য'ত মোৰ নাম সুন্দৰ চেহেৰাৰ ফটো নাই। মোৰ ককাইদেউহঁতে আজি দুবছৰৰ পৰাহে জোৰদাৰ অনুসন্ধান কৰিছে। মা ঢুকুৱাৰ পিছৰ পৰা। বাতৰি কাকতত নিৰুদ্দেশ

খবৰ বাহিৰ হৈছে। অৱশ্যে মাজান টুকুৱাৰ পিছৰ পৰা ককাইদেউ-হঁতে মোৰ বিষয়ে পাহৰিব ধৰিলে। পিতৃ মাতৃৰ বাহিৰে সন্তানৰ প্ৰকৃত মৰম কোনে বুজিব ? ই এটা স্বাভাৱিক সত্য। ৰালীখান নামটোৱে মোক দুটা কথাত সহায় কৰিলে মলয়া ! প্ৰথম কথা মই ধৰা পৰাৰ পৰা ৰক্ষা পৰিলো। দ্বিতীয় সুবিধাটো হৈছে—ধৰা নপৰা আৰু ঠিকনাৰ দৰ্কাৰ নোহোৱা জীৱিকা। এই কাবুলীৱলা বেশেৰে পাঠান নামেৰে মই সমগ্ৰ উত্তৰ পূৱ ভাৰতত জনাজাত হলোঁ। শ্বিলংবাসী ৰাইজৰ মনত পাঠান কাবুলীৱালাৰ পাশান ছবিখনত শুভ্ৰ ৰং সানি দিলো। ... ... ... 'সকলো কাবুলীৱলাই একে বুলি ভাবিছিলো ভাই, কিন্তু তাৰে দুই এজন বৰ দৰদী, দয়ালু মানুহও থাকে। ৰালীখানকে চাওঁকনা কি ভদ্ৰলোক' এইটো এটা কম ডাঙৰ কথা নহয়। তুমি বাৰু নামটোত কিয় বেছি জোৰ দিছা মলয়া, কামতহে মানুহৰ পৰিচয়। সদৌ শেষত মোৰ তৃতীয় সুবিধা হ'ল মলয়াৰ মাজেৰে এলিজাক ঘূৰাই পোৱা। ৰালীখান হৈ কাবুলীৱালাৰ অভিনয় নকৰিলে হয়তু মিছ মলয়া দাস কাহানিবাই মিচেছ কাকতি হৈ গ'লহেতেন। মৰমৰ মলয়া, মোৰ এই গুপুত কাহিনী পৰিস্থিতিৰ মোকাবিলাৰ কাৰণে ব্যক্ত কৰিব আৱশ্যক হ'ল। মোৰ গা-মন এতিয়া বহুত পাতল পাইছো। মই এতিয়া সম্পূৰ্ণ সুস্থ মলয়া। তুমি মোক ভুল নুবুজিবা। মই তোমাৰ আৰু এলিজাৰ মাজত কোনো প্ৰভেদ নেদেখো। প্ৰভেদ মাথো কায়া আৰু ছায়াৰ। আহা মলয়া তাইৰ পবিত্ৰ আত্মাৰ মুক্তিৰ কাৰণে দুয়ো দোৱা কৰো। দুয়ো আঠু লৈ ভগৱানক প্ৰাৰ্থনা জনালে। এনেতে কোনোবাই দৰ্জাত টুকুৰিয়াইছে। মলয়াই দৰ্জা খুলি দিলে। সোমাই আহি প্ৰশান্তই—'হেল্লো মিঃ ৰহিম চাহাব -কেনে আছে', বুলি সম্বোধন জনালে।

—মিঃ কাকতি, ৰালীখানেই মোৰ সম্পূৰ্ণ পৰিচয়। মই ৰালীখান হিচাবেহে জীৱনৰ বাকী দিনকেইটা অতিবাহিত কৰিব বিচাৰো।

—সঁচাকৈয়ে মিঃ খান আপোনাৰ ত্যাগৰ মাহাত্ম্য দেখি শুনি আপোনাৰ প্ৰতি নতুন শ্ৰদ্ধা জন্মিছে। সাধাৰণ ব্যক্তিৰ কাৰণে সুদীৰ্ঘ পশিচ বছৰ নিখুত অভিনয় সহজ কাম নহয়। এই গোপন কাহিনী ব্যক্ত কৰি আপোনাৰ কেনে লাগিছে মিঃ খান।

—মই বৰ মুকলি মুকলি অনুভৱ কৰিছো আৰু আগৰ সেই অলসতা নোহোৱা হৈছে। মোৰ কোনো দুখ নাই মিঃ কাকতি। কিন্তু আপোনালোকে মোৰ কাৰণে অনাহকতে কষ্ট খালে। মলয়াক বৰ কষ্ট দিলো। কিন্তু উপায়ো নাছিল। জীৱিত কালত নহলেও মৃত্যুৰ পিচত হলেও এদিন মোৰ এই অতীত কাহিনী প্ৰকাশ পাব। তেতিয়া মোক মলয়াই. লৰা ছোৱালীহালে ভুল বুজিলে-হেতেন। মলয়াৰ জীৱন হ'লহেতেন এক দুৰ্ব্বহ বোজা। এই চিন্তাই দিন ৰাতি খুলি খুলি খাই আছিল। সেয়ে গৈ অসুখত পৰিণত হ'ল। বাৰু মিঃ কাকতি আপোনাৰ শহুৰেক কেতিয়া ৰিলিজ হব?

– চাৰি দিনৰ ভিতৰতে সম্ভৱ হব বুলি কৈছে।

—আমি একেলগে ওভতিব পাৰিলে ভাল আছিল। ইমান সময় মুন্‌মী আৰু মলয়াই তলমুৰ কৰি ৱালীখানৰ কথাই ভাবি আছিল।

—মিঃ খান, ঘৰলৈ ওভতাৰ কথা আজি ৰাতিয়েই আলোচনা কৰিম। এতিয়া উঠো বাৰু।

ৰাতি খোৱা টেবুলত অন্য কথাৰ আলোচনা বিলোচনা কৰাৰ লগতে ঘৰলৈ ওভোতাৰ কথাও ওলাল। ডাঃ বসুমতাৰী এমাহৰ ছুটিত আহিছিল। তেখেতৰ বোলে আৰু দহদিন ছুটি আছেই। সেয়ে আইৰো বাৰ্ত্তা গঙ্গাৰো যাত্ৰা কৰি এপাক নিজ ঘৰ চাৰি-দুৱাৰলৈ লগে ভাগে যোৱাটোকে ভাবিছে। খান আৰু মলয়াও অহা কালিৰ পৰা খালাচ হব। একমাত্ৰ প্ৰশান্ত আৰু মুন্‌মীৰহে

কাম আছে।

—একেলগে ইমানদিন হাঁহি মাতি বেমাৰ আজাৰ পাহৰি আছো, একে ঠাইৰে মানুহ, তাতে পুৰণা বন্ধু চাৰিদিন আৰু অপেক্ষা কৰি সকলোকেইজন একেলগে যোৱাহে ভাল দেখো। কি কয় ডাঃ বেনাৰ্জী? আপুনিয়েই মাজৰ মানুহ আৰু গৃহস্থও।

—এই দেহৰ বেমাৰী মনৰ বেমাৰী টীমৰ শক্তিশালী সদস্যা ওৰফে অধিনায়িক মাদাম ইয়ানীৰ সিদ্ধান্তক উলাই কৰিব পৰা সদস্য বোধহয় ইয়াত নোলাব। কি কোৱা পবিত্ৰ? বেনাৰ্জীয়ে হাঁহি দিলে। সেই হাঁহিত উপস্থিত সকলোৱে যোগ দিলে। সৰ্ব্বসম্মতি-ক্রমে সকলোৱে একেলগে যোৱাটোৱে সিদ্ধান্ত হ'ল। পিছদিনা প্ৰশান্ত আৰু মলয়াই গৈ ৱালীথানক হস্পিতেলৰ পৰা ৰিলিজ কৰিলে। মলয়াক ডাঃ বেনাৰ্জীয়ে তেওঁৰ গিৰিয়েক মিঃ খানক বেনাৰ্জীৰ কোৱাৰ্টাৰলৈ লৈ যোৱাৰ পৰামৰ্শ দিলে। যিহেতু চাৰি পাচদিনৰ মূৰত আটাইয়ে যাবগৈ। মিঃ খানে ডাঃ বেনাৰ্জীৰ এই পৰামৰ্শৰ কাৰণে ধন্যবাদ জনায়।

—ডাঃ বেনাৰ্জী, আপুনি আমাক বহুত উপকাৰ কৰিছে। মোৰ এটা অনুৰোধ ৰাখক, মোক মলয়াৰ সৈতে হোটেলত যাবলৈ অনুমতি দিয়ক। ডাঃ বেনাৰ্জীয়ে আপত্তি নকৰিলে। আবেলি টেক্সী এখনত বেডিংপত্ৰ লৈ মলয়া আৰু খান হোটেল পালেগৈ। ৱালী খানে জীৱনত কাৰো অনুগ্ৰহৰ পাত্ৰ হবলৈ ভাল নেপায়। সেই আদৰ্শ তেওঁ কঠোৰ ভাৱে পালন কৰি আহিছে। আজি বহুদিন মলয়া আৰু সি একেলগে ফুৰা নাই। মলয়াক টকা কিমান আছে খবৰ কৰিলে। মলয়াই আজি পছিশ বছৰ বৈবাহিক জীৱনত প্ৰথম খানৰ পৰা এনে কথা শুনিছে। তাইৰ বৰ বেয়া লাগিল। যিজন মানুহৰ জেপত পায়খানালৈ যাওঁতেও হেজাৰ টকা থাকে তেওঁৰ হাতত এইকেইদিন মলয়াই এটি ফুটা কড়িও দিয়া নাই।

সকলো টকা পইচাৰ লেন দেন মলযাযেই কৰিছে।
—তুমি কিবা কিনিবা খান?
—এৰা কিনিব লাগিছিল। কিন্তু টকাই আটিলেহে।
—যোৱাৰ খৰছ, হোটেল খৰছৰ কাৰণে ৰাখিও আৰু মোৰ হাতত দহ বাৰ হেজাৰ নগদ টকা ৰব।
তোমাক কিমান টকা লাগে কোৱা খান!
—মই টকা লাগিব খোজা নাই মলয়া, মাথোন সুধিছোহে। বলা বজাৰলৈ যাওঁ। মলযাই হোটেলৰ ৰুমটো বন্ধ কৰি দুয়ো বজাৰৰ ফালে খোজ ললে। সিহঁত বজাৰৰ ভিতৰত সোমাল। আগত খান পিছে পিছে মলয়া। খান এখন কাপোৰৰ দোকানত সোমাল। খানে মাদ্ৰাজ হেণ্ডলুমৰ দুখন শাৰী পচন্দ কৰি বান্ধি দিবলৈ কলে। মলযাই একো নেমাতি খানক লক্ষ্য কৰি থাকিল। দোকানী শাৰী দুখন বান্ধি দি কেছ মেমো কাটি দিলে। কেছ মেমোখন হাতত লৈ খানে চেলচ্‌মেনজনক সুধিলে– তোমালোকৰ দোকানত কিমান ভাল লুঙী আছে এখন বান্ধি দিয়া।
দোকানীয়ে লুঙী এখন উলিয়াই শাৰী ভৰোৱা কাগজৰ পেকেটটোত সোমাই দি নতুনকৈ এখন কেছ মেমো কাটি খানৰ হাতত দিলে। খানে কেছ মেমোখন মলয়াৰ হাতত দি– টকা দিয়া মলয়া বুলি কাপোৰৰ পেকেটটো হাতত ললে।
—তুমি আৰু কিবা কিনিবা নেকি খান?
—আৰু সব আছে। তোমাৰ কাৰণে কিবা কিনা যদি লোৱা মলয়া।
—মোৰ কাৰণেতো তুমি দুখন শাৰী কিনিলাই। শাৰী দুখন মোৰ খুব পচন্দ হৈছে। গৰম ঠাইৰ কাৰণে হেণ্ডলুমৰ কাপোৰ বেচ আৰামদায়ক। পিন্ধিও আৰাম লাগে। এখন শাৰীৰ মই ঘৰত গৈ মেখেলা চাদৰ আৰু এটা ব্লাউজ বনাম। কেনে লাগিব খান

দুয়ো ৰাস্তাত উঠি কথা পাতি আগবাঢ়িছে।

—তোমাক সকলো কাপোৰে শুৱায় যেনেকৈ মেঘক শুকুলা ৰঙে শুৱায়।

—খান, তুমি কালিদাসৰ মেঘদূত পঢ়িছা চাগে'?

—চোৱা মলয়া মই ভাৰতীয় দৰ্শনৰ ছাত্ৰ আছিলো। ভাৰতীয় দৰ্শনৰ ওপৰত গবেষনা কৰিবলৈ হলে সংস্কৃত জানিবই লাগিব। উৰ্দ্দু যেনে কঠিন অথচ জ্ঞান গভীৰ প্ৰাচীন ভাষা সেইদৰে সংস্কৃতো। বৰ্ত্তমান ভাৰতবৰ্ষত আধুনিক প্ৰযুক্তি বিজ্ঞানৰ যুগত ইয়াৰ প্ৰচলন খুব সীমাবদ্ধ। মই কালীদাস ভৱভূতিৰ অমৰ গ্ৰন্থৰাজি অধ্যয়নৰ কাৰণেই সংস্কৃত অধ্যয়ন কৰিছিলো। অসমতো বহুত সংস্কৃত পণ্ডিত আছে। নলবাৰী পাতিদৰং আদি ঠাই সংস্কৃত শিক্ষাৰ কেন্দ্ৰস্থল। ...কম কথা কোৱা খানে আজি মলয়াৰ লগত বহু কথাই কলে।

—এতিয়া বলা মলয়া, বহু দেৰি হ'ল।

—এবা তোমাৰ বহুদিন হস্পিতেলত বহি থাকি খোজ কঢ়া অভ্যাস নোহোৱা হৈছে। ব'লা, হোটেললৈ যাওঁ।

মানিক বৰুৱাক কাইলৈ ৰিলিজ দিব। গতিকে আজি ডাক্তৰ বেনাৰ্জীৰ ঘৰত শেষ বৈঠক বহিব। তাতেই টিকেটকে ধৰি গৃহাভিমুখী যাত্ৰাৰ আলোচনা বিলোচনা হব। মলয়া আৰু খান চয় বজাত ডা: বেনাৰ্জীৰ কোৱাটাৰ পালে। চাহ জলপান পৰ্ব্বৰ পিছত আলোচনা আৰম্ভ হ'ল। পৰহি কোচিন এক্সপ্ৰেছতে যোৱাৰ সিদ্ধান্ত হ'ল। কাইলৈ খান আৰু বসুনতাৰী গৈ অগ্ৰীম টিকেট লব। আলোচনা সিমানতে শেষ কৰি মলয়া আৰু খানে বিদায় ললে।

ৰাতিপুৱা দহ বজাত মানিক বৰুৱাক ৰিলিজ লবলৈ মুন্মী প্ৰশান্ত ইয়ানী আৰু মলয়া হস্পিতেললৈ যাত্ৰা কৰিলে। হস্পিতেলৰ

বিল পৰিশোধ কৰি প্ৰায় এঘাৰমান বজাত আটাইকেইজন আকৌ বৰুৱা চাহাবক লৈ ডাঃ বেনাৰ্জীৰ কোৱাটাৰ পালে। বাৰ বজাত ডাঃ বেনাৰ্জী ডিউটিৰ পৰা ফিৰিল। ডাঃ বসুমতাৰী তেতিয়াও ষ্টেচনৰ পৰা আহি পোৱাহি নাছিল। ডাঃ বেনাৰ্জীয়ে পবিত্ৰলৈ অপেক্ষা নকৰি খোৱা আৰম্ভ কৰিব লাগে বুলি কলে। যিহেতু আজি নতুন আলহী বৰুৱা চাহাবে তেওঁৰ ঘৰত পদাৰ্পণ কৰিছে। ভাত আঞ্জা চেঁচা হলে থিক নহয়। গতিকে আৰম্ভ কৰিব লাগে। মানিক বৰুৱা চাহাবে পবিত্ৰলৈ অলপ অপেক্ষা কৰাই ভাল বুলিছিল যদিও সকলোৱে খোৱা আৰম্ভ কৰাত ভাল বুলি আৰম্ভ কৰিলে। দুই চাৰি গড়া ভাত মুখত দিয়াৰ পিছতেই ডাঃ বসুমতাৰী ওলালহি। তেওঁ ৰগৰ কৰি কলে— জানা সুকোমল, মোৰ উদৰত বৃহস্পতি। গতিকে খোৱা বেৱাত মোৰ ভাগ্য সদায় সুপ্ৰসন্ন।

—বোপা পবিত্ৰ, যোৱা সোনকালে মুখ হাত ধুই আহা, আজি বহু বছৰৰ মূৰত একেলগে বহি এসাঁজ খাওঁ। সকলোৱে খোৱাৰ স্পীড্ ষ্টেচন পাবলৈ ধৰা গাড়ীৰ দৰে হ'ল। ক্ষন্তেক পিছত ডাঃ বসুমতাৰী আহি টেবুলত বহিল। ভাতত টেপা মাৰিয়েই টিকেট হোৱা শুভ সংবাদটো শুনালে।

—আজি আমাৰ বৰ আনন্দৰ আৰু সৌভাগ্যৰ দিন। অসমৰ বিখ্যাত চাহ খেতিয়ক মানিক বৰুৱা চাহাব স্বয়ং হৈ আমাৰ মাজত বিৰাজমান। তেখেতেই বোধহয় আমাৰ ডাঃ বেনাৰ্জী চাহাবৰ আলহী সকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু জ্যেষ্ঠ ব্যক্তি। সেয়ে ভেলোৰ এৰাৰ আগৰাতি জীৱনত মনত থকাকৈ হব লগা পাৰ্টিটো বোধহয় তেখেতেই আয়োজন কৰা উচিত।

—মই বৰ ভাগ্যবান বুলি ভাবিছো মিচেছ বসুমতাৰী। আপুনি মোৰ কন্যাসম। মোক আপোনালোকে যি সন্মান মৰম শ্ৰদ্ধা দেখুৱাইছে তাৰ মূল্য বা প্ৰতিদান কোনো পাৰ্থিব বস্তুৰে দিব

নোৱাৰিম। নিজ গুণে আপোনালোক সন্তুষ্ট হওঁক। মোক আজি ৰাতিৰ পাৰ্টি টাৰ যিমান খৰছ হব সকলো খৰছ বহন কৰিবলৈ অনুমতি দি কৃতাৰ্থ কৰক। ডাক্তৰ বেনাৰ্জীয়ে তেখেতৰ ঘৰতেই এই ভোজ মেলটো হলে ভাল হয় বুলি মত পোষণ কৰে আৰু ডাঃ মাথুৰ চাহাবক বিশেষ অতিথি হিচাবে নিমন্ত্ৰণ জনোৱাৰ প্ৰস্তাবো দিলে। ডাঃ বেনাৰ্জীৰ পৰামৰ্শ সকলোৱে আনন্দৰে গ্ৰহণ কৰিলে। এই সিদ্ধান্তৰ কথা মিঃ কাকতিয়ে গৈ হোটেলত মলয়া আৰু খানক দিব লাগে বুলি বৰুৱা চাহাবে মন্তব্য কৰিলে। এই পাৰ্টিৰ পৰিচালনাৰ ভাৰ ইয়ানী, মুনমী আৰু মলয়াই লব লাগিব বুলিও মত পোষণ কৰিলে।

যেনে কথা তেনে কাম। এই ভোজমেল সকলো দিশৰ পৰা অবিস্মৰণীয় হৈছিল। বিভিন্ন আলোচনা বিলোচনাৰ মাজেৰে খোৱা লোৱা শেষ হ'ল। ৰাতিপুৱা ব্ৰেকফাষ্ট সকলোৰে কাৰণে ডাঃ বেনাৰ্জীৰ ঘৰতে হব বুলিও মত পোষন কৰিলে। ভোজ-প্ৰীতি মেলৰ সমাপ্তিৰ পিছত মলয়া আৰু খান তেওঁলোকে ভাড়া কৰি অনা টেক্সীত উঠি হোটেললৈ যাত্ৰা কৰিলে। টেক্সীৱালাক খানে ৰাতিপুৱা সাত বজাত আকৌ গাড়ী লৈ অহিবলৈ কৈ বিদায় দিলে।

নিৰ্দ্ধাৰিত সময়ত ডাঃ বেনাৰ্জীৰ ঘৰত সকলোৱে ব্ৰেকফাষ্ট কৰিলে। ইয়ানীৰ অনুৰোধ ক্ৰমে ডাঃ বেনাৰ্জীয়ে কেইটামান শ্লেপ ললে। গাড়ীৰ নিৰ্দ্ধাৰিত সময়ৰ কিছু আগতে ষ্টেচন পোৱা ভাল বুলি সকলো বস্তু বাহিনী গাড়ীত উঠালে। ডাঃ বেনাৰ্জীৰ গাড়ীত পবিত্ৰ, ইয়ানী আৰু মানিক বৰুৱা উঠিল। খানে ভাড়া কৰি অনা টেক্সীত প্ৰশান্ত মুনমী মলয়া আৰু খান উঠিল। গাড়ী চলিল। ডাঃ বেনাৰ্জীয়ে ৰেল ষ্টেচনত সকলোৰে পৰা চকুলোৰে বিদায় মাগিলে। ইয়ানীয়ে আবেগত ডাঃ বেনাৰ্জীক— 'তুষ্ট লৰা, কালা-পানীলৈ আহিবা— সকলো ঠিক কৰি দিম'। সকলোৱে আদ্ৰ

হৃদয়েৰে ডাঃ বেনাৰ্জীৰ পৰা বিদায় মাগিলে। এক উকা উকা মনেৰে ডাঃ বেনাৰ্জী গাড়ী চলাই হস্পিতেল পালে। গাড়ী নিৰ্দ্ধাৰিত সময়তকৈ বিশ মিনিট পলমকৈ এৰিলে।

দেহ মনৰ ৰোগ নিৰাময় কৰি এক নতুন আশাৰে নতুন অভিজ্ঞতাৰে ভৰপুৰ হৈ আটাইকেইজন যাত্ৰী স্বৰাজ্য ওভোতাৰ পথত। আনন্দই নধৰে হিয়া। এই ভেলোৰ যাত্ৰা আছিল সকলোৰে কাৰণে অপৰিকল্পিত অপ্ৰত্যাশিত আৰু ৰহস্যপূৰ্ণ। যেন অতীতৰ এক বহুমূলীয়া হেৰোৱা ডায়েৰী উদ্ধাৰৰ কাৰণে নিয়োজিত বিভিন্ন অভিজ্ঞতাৰে ভৰপুৰ এক অনুসন্ধানকাৰী দল। তেওঁলোকৰ ভেলোৰ ভ্ৰমন জীৱনৰ এক বাস্তৱ উপলব্ধি। প্ৰত্যেক জনেই দুশ্চিন্তা/দুশোচনাৰ বাহিৰত। জীৱনৰ বাকী দিনকেইটা সুখ সন্তোষেৰে কটাই দিয়াৰ অদম্য আশা। প্ৰত্যেকৰে বিভিন্ন পৰিকল্পনা। প্ৰায় বাসষ্ঠী ঘণ্টা যাত্ৰাৰ পিছত নিউ জলপাইগুৰি পোৱাৰ অলপ আগৰ দলঙ এখনত তেওঁলোকে ভ্ৰমণ কৰা ট্ৰেইনৰ সাতটা ডবা লাইনচ্যুত হৈ নদীত পৰি গল। এই সাতটা প্ৰথম শ্ৰেণীৰ ডবা এটাত আছিল সেই দুৰ্ভগীয়া অসমৰ যাত্ৰী কেইজন। এই দুৰ্ঘটনাত মৃতলোকৰ সংখ্যা আছিল দুকুৰিজন। আহতৰ সংখ্যা তাতোকৈ অধিক। আহত সকলক নিউ জলপাইগুড়ি ৰেলৱে হস্পিতেলত ভৰ্ত্তি কৰা হৈছিল। সেই আহতবোৰৰ ভিতৰত আমাৰ মানিক বৰুৱাও আছিল। ৰাতিপুৱা ৯ মান বজাত তেওঁ চেতনা ঘুৰাই পাইছিল। চকুমেলি দেখে তেওঁৰ চাৰিওফালে ৰোগীৰ বিচনা। তেওঁ নিজৰ মুৰত হাত দি দেখে মুৰত কাপোৰৰ বেণ্ডেজ মৰা। তেওঁলোকৰ ডাবাটো যেতিয়া নদীৰ দলঙৰ ৰেলিঙত ধাক্কা খায় তেতিয়াই তেওঁ বাহিৰত আচাৰ খাই পৰি যায়। তাৰ পিছত কি হ'ল কব নোৱাৰে। বাকী লগৰ ছয়জন যাত্ৰী অৰ্থাৎ প্ৰশান্ত মুন্‌মী বসুমতাৰী ইয়ানী আৰু খান মলয়া তেতিয়া ঘোৰ নিদ্ৰাত আছিল। ঘটনাটো ঘটোতে তেওঁ বাথৰুমৰ

পৰা ওলাইছিলহে মাথোন। ডবাৰ বাহিৰৰ দৰ্জাখন বোধহয় তেতিয়া খোলা আছিল। তেওঁ বিচনাৰ পৰা একে জাপে উঠিল। তেতিয়া হস্পিতেলত মানুহে ভৰি পৰিছে। তেওঁ কাক সুধিব প্ৰশান্তহঁতৰ কথা। বৰুৱা হতভম্ব হ'ল। তেওঁৰ ওচৰলৈ এজনী বঙালী নাৰ্চ আহিল।

—বাবা, আপনাৰ কি মাথাই চোট লাগছে ?

—চিষ্টাৰ কোছিন একস্‌প্ৰেছৰ ৩ নং ডবাৰ যাত্ৰীবোৰ ক'ত আছে ?

—হস্পিতেল বাৰাণ্ডাই কেজুৱেলি আৰু ইনজুৰ্ড লিষ্ট টাঙ্গাইছি সেই খানে দেখিয়া নেন।

—বৰুৱা চাগাব উধাতু খাই বাৰাণ্ডা পালে। বাৰাণ্ডাত লোকে লোকাৰণ্য। লিষ্ট আৰি থোৱা ঠাইলৈ তেওঁ বেগাই খোজ ললে। বৰুৱাৰ তেতিয়াহে মনত পৰিল তেওঁৰ চকুত চচ্‌মা নাই। বিপদৰ ওপৰি বিপদ। ওচৰতে থিয় দি থকা মানুহ এজনক বৰুৱাই হাতযোৰ কৰি অনুৰোধ কৰিলে বাবা, লিষ্টখন পঢ়ি শুনোৱাছোন। মানুহজনে বৰুৱাৰ অনুৰোধক সন্মান জনাই প্ৰথমতে আহত লিষ্টখন ডাঙৰকৈ পঢ়ি গ'ল। সেই লিষ্টত মুনমী প্ৰশান্ত, ইয়ানী পবিত্ৰ আৰু মলয়া ৱালীখানৰ নাম নাই। বৰুৱাৰ সৰ্ব্বশৰীৰ কপিব ধৰিলে। তেওঁ কেনেকৈ মৃত ব্যক্তিৰ লিষ্ট পঢ়ি শুনাবলৈ অনুৰোধ কৰে ?

—কাকু, ইনজিয়ৰ্ড লিষ্টে যখন তাৰাৰ নাম নেই কি মৃতলোকেৰ লিষ্টেৰ মধ্যে হয়ত থাক্‌তে পাৰে ? শুনবেনতো আমি এটু জোৰে পঢ়ি—মানিক বৰুৱা বাৰাণ্ডাৰ খুটাত ধৰি নিজকে চম্ভালি ললে। সেই লিষ্টৰ একনম্বৰৰ পৰা চয় নম্বৰলৈ পবিত্ৰ, ইয়ানী, মলয়া ৱালীখান প্ৰশান্ত আৰু মুনমীৰ নাম শুনি মানিক বৰুৱা বাৰাণ্ডাতে মূৰ ঘূৰাই পৰি গ'ল। দুজন মানুহে বৰুৱাক হস্পিতেলৰ ভিতৰলৈ লৈ গ'ল। দুঘণ্টাৰ পিছত বৰুৱাৰ চেতনা ঘূৰি আহিল। বৰুৱা প্ৰকৃতস্থ হ'ল। এনে

সময়ত ধৈৰ্য্যৰ খুব প্ৰয়োজন অন্ততঃ মৃত ব্যক্তি কেইজনৰ শবদেহৰ অন্ত্যেষ্টিক্ৰিয়াৰ ব্যৱস্থা কৰাৰ দৰ্কাৰ। তেওঁ বিচনাত পৰি থাকিলে নচলিব। বৰুৱা চাহাব কঠোৰ কৰ্ত্তব্যৰ সন্মুখীন হল। তেওঁ বিচনাৰ পৰা উঠি হস্পিতেলৰ অফিছলৈ গ'ল। তাত গৈ মৃত ব্যক্তিবোৰ ক'ত ৰাখিছে খবৰ কৰিলে। বৰুৱাই পুলিচ অফিছাৰ এজনৰ সহায়ত পুলিছ ভানত উঠি মৃত ব্যক্তি ৰখা ঠাইলৈ গ'ল। বৰুৱাই বহু কষ্ট কৰি জীয়েক জোৱায়েক, পবিত্ৰ ইয়ানী, ৱালীখান মলয়াৰ মৃতদেহ চিনাক্ত কৰি এক ঠাই কৰিলে। বিপদত ধৈৰ্য্যৰ বিকল্প অন্য একোৱেই নাই। এইটো বৰুৱাৰ জীৱনৰ স্বতঃস্ফূৰ্ত্ত উপলব্ধি। মৃতদেহ কেইটা তেওঁ যেনে তেনে ঘৰলৈ লৈ যাব। বৰুৱাই ৰেল কৰ্তৃপক্ষৰ সহায়ত বাগডোগৰা বিমান কোঠৰ কৰ্তৃপক্ষৰ লগত আলোচনা কৰি ডিব্ৰুগড়লৈ মৃতদেহ কেইটা নিয়াৰ ব্যৱস্থা কৰিলে। তিনিখন বাহৰ চাঙত ছটা মৃতদেহ কাপোৰেৰে বান্ধি বগা কাপোৰেৰে ঢাকি প্লেনত উঠাই ললে। বৰুৱা চাহাবে এই চয়টা মৃতদেহৰ ৱাৰিচ বুলি কাগজ পত্ৰত চহী কৰি দিলে। প্লেন উৰা মাৰিলে। যিমানে প্লেন গৃহ মুখী হ'ল সিমানে বৰুৱা চাহাবৰ শোকৰ মাত্ৰা চৰিল। বিমান বন্দৰৰ পৰা মৃতদেহ বিমান বাহিনীৰ এম্বুলেঞ্চেৰে বৰুৱা চাহাবৰ হাউলীলৈ নিয়া হ'ল। গোটেই বৰুৱা হাউলী বিষাদ সিন্ধুত পৰিণত হ'ল। নিচেছ বৰুৱা জী-জোৱাইৰ মৃতদেহত পৰি কান্দি কান্দি মূৰ্চ্ছা গ'ল। মানিক বৰুৱাৰ হাউলী মানুহেৰে ভৰি পৰিল। কিন্তু কোনো উপস্থিত ব্যক্তিয়ে মানিক বৰুৱা চাহাবক শান্তনা দিবৰ যোখাৰে মনোবল নহ'ল। দুই চাৰিজনী মানুহে গৈ বৰুৱানীক মূৰত তেল পানী দি বিচনাত শুৱাই বিচিব ধৰিলে। সেই সময়ত মানিক বৰুৱাৰ কন্দাৰ সময় নাছিল। বৰুৱাই তেখেতৰ ঘৰৰ ডাঙৰ ৰুম এটাত তিনিখন বিচনাত ক্ৰমে মুনমী প্ৰশান্ত, মলয়া ৱালীখান আৰু পবিত্ৰ ইয়ানীৰ মৃতদেহ সুন্দৰকৈ শুৱাই দি বগা কাপোৰেৰে

ঢাকি ৰাখিলে। কমত ধুপধুনা জ্বলোৱা হ'ল— যেন এই তিনি যোৰা, যুবক যুৱতীৰ ফুলশয্যাহে। অনন্তকাললৈ চিৰশান্তিত টোপনি গৈছে।

ৰেডিঅ' আৰু বাতৰি কাকতত জানানী দিয়া হ'ল— যোৱা পৰহি কেইদিন একস্প্ৰেছ দুৰ্ঘটনাত সপত্নীক মৃত্যু মুখত পৰা ডাক্তৰ পবিত্ৰ বসুমতাৰী, প্ৰশান্ত কাৰ্কি আৰু ৱালীখানৰ লৰা-ছোৱালী ভাৰতবৰ্ষৰ বিভিন্ন শিক্ষানুষ্ঠানত পঢ়ি আছে। এই সন্দৰ্ভত সংশ্লিষ্ট কৰ্তৃপক্ষলৈ মোৰ বিনম্ৰ অনুৰোধ যেন তেখেতসকলে উক্ত মৃত ব্যক্তিৰ লৰা-ছোৱালীক তেওঁলোকৰ পিতৃ মাতৃৰ অন্ত্যেষ্টিক্ৰিয়াত উপস্থিত থাকিব পৰাকৈ সুবিধা কৰি দিয়ে। তাৰবাবে হব পৰা সকলো সাম্ভাব্য খৰছৰ দায়ীত্ব মই বহন কৰিবলৈ সাজু। লৰা ছোৱালী সকল পোনে পোনে তলৰ ঠিকনাত তুৰন্তে উপস্থিত হবলৈ কোৱা হৈছে। সকলো মৃতদেহ একেলগে ইয়াতে ৰখা হৈছে।

মানিক বৰুৱা,—
ডিব্ৰুগড় অসম।

প্ৰশান্ত মুন্মীৰ লৰা ছোৱালী হাল সবাতোকৈ আগতে আহিল। সিহতৰ পহুলি মুখতে দেখিয়েই ককাক মানিক বৰুৱাই আকোৱালি ধৰি কান্দিব ধৰিলে — দুৰ্ভগীয়াহঁত, মা-দেউতাৰে মোক আৰোগ্য কৰিবলৈ নি নিজেই সংসাৰৰ পৰা অকালতে মেলানি মাগি তহঁতক অনাথ কৰি গ'ল। হায় ভগবান লগতে মোকো কিয় সিহঁতৰ সঙ্গী নকৰিলা! বলা বোপা, বলা আইজনী তোমালোকৰ সুযোগ্য মা-দেউতাৰ নশ্বৰ দেহত শেষ প্ৰনাম কৰা। দুয়োকো বুঢ়াই লৈ মুখৰ পৰা ঢাকি থোৱা শুকুলা কাপোৰখন গুচাই দিলে। দুয়ো পুত্ৰ কন্যাই মৃতদেহত পৰি হিয়া ধাকুৰী কান্দি গোটেই বৰুৱা হাউলীক শোক সাগৰত বুৰাই দিলে। দুজনমান বয়সস্তলোকে সিহঁতক আকোৱালি ধৰি অন্য কমলৈ লৈ গ'ল।

—বাচাহঁত, সকলো ভগৱানৰে ইচ্ছা। যিমান কান্দিলেও বা যিমান

দুখ কৰিলেও তোমালোকে মা-দেউতাক ঘূৰাই নোপোৱা। এয়া হৈছে ঈশ্বৰ বিধান। জন্মিলে মৰিব লাগে— দুদিন আগ পিছ। তোমালোকৰ মা-দেউতাৰে সংসাৰত মানুহৰ কৰ্ত্তব্য কৰি গৈছে। তাকেই তোমালোকে অনুকৰণ কৰা।

খন্তেক পিচতে গুৱাহাটি ডাঃ পবিত্ৰ বসুমতাৰীৰ লৰাজন সি চিনাকী দি বৰুৱা চাহাবক নমস্কাৰ জনালে আৰু দুহাত চকুপানী মচি মাক দেউতাকৰ মৃতদেহ ক'ত ৰখা হৈছে তালৈকে লৈ যাবলৈ অনুৰোধ কৰিলে। বৰুৱা চাহাবে তাক ইয়ানী আৰু পবিত্ৰৰ মৃতদেহ দেখুৱাই দি কান্দি কান্দি কৰবলৈ ধৰিলে—বোপা সেইয়া চোৱা কি নিৰ্ম্মল মূৰ্ত্তি। যেনে নাম পবিত্ৰ সকলো ফালেই পবিত্ৰ. তোমাৰ মা সাক্ষাৎ হিমালয় জীয়াৰী পাৰ্ব্বতী। জীৱনত মানুহৰ উপকাৰহে কৰিলে। শেষত এই অভগাক কি দাৰুণ আঘাট দি নিজে চিৰশান্তি লভিলে। .... .... .... ....

এনেতে পহুলি মুখত খানৰ লৰা ছোৱালী বিমান আৰু মীনাক্ষী ঘটনা ক্ৰমে পবিত্ৰৰ ছোৱালী ৰুমিও একে টেক্সীতে আহি নামিয়েই কন্দা কতা হুলস্থূল লগাই দিলে। মানিক বৰুৱাই সিহঁতক লৈ আকৌ মৃতদেহৰ ওচৰ পালে। ৱালীখানৰ লৰা বিমানে মাক দেউতাকৰ মৃতদেহ আকোৱালী ধৰি ভনিয়েকৰ গলত ধৰি পাৰেমানে কান্দিলে। ভনিয়েকে মাক দেউতাকৰ গুণ বৰ্নাই হিয়া ধাকুৰী কান্দিলে। ইফালে পবিত্ৰ বসুমতাৰীৰ লৰাই বাইদেৱক দেখি আকৌ কন্দা আৰম্ভ কৰি দিলে। পবিত্ৰৰ ছোৱালী ৰুমি দেউতাকৰ মূৰটো কোলাতলৈ পাৰে মানে মাতিলে— অ'হো মাত নেপালে। নিয়ৰে চকুপানী টুকিলে সৰাপাত গছত নেলাগে।

মানিক বৰুৱাৰ হাউলীৰ কৰুণতা আজি কবিৰ কল্পনাতীত। মানিক বৰুৱাৰ অৱস্থা অজি ভীষ্ম পিতামহৰ অৱস্থা। তেওঁ যেন আজি পত্ৰ পুষ্প হেৰুৱাই থিয় দি থকা শীত কালৰ এজোপা কৃষ্ণচুড়া গছ।

ইমান দিনে ইমান বছৰে মানিক বৰুৱাৰ ঘৰত চলি আহিছিল আনন্দ উৎসৱ এতিয়া আৰম্ভ হ'ল অমাৱশ্যাৰ ঘোৰ অন্ধকাৰ। মানিক বৰুৱা এতিয়া মানিকৰ দৰে কঠোৰ হ'ল। বজ্ৰৰ দৰে কঠিন হ'ল। এই বিষাদৰ সময়ত কঠোৰতাৰ আৱশ্যকতা আছে। নহলে যে সময়ে প্ৰতিশোধ লব।

বৰুৱাই ৱালীখান আৰু মলয়াৰ লৰা বিমানক ওচৰলৈ মাতি বহুৱাই লৈ বুজালে— চোৱা বোপা, ৱালীখান আৰু মলয়া মোৰ জী-জোৱাইৰ দৰে। ৱালী অৰ্থাৎ তোমাৰ দেউতাৰ ধৰ্ম্মত ইছলাম। অৱশ্যে মা-হিন্দু আছিল। কিন্তু হিন্দু ধৰ্ম্মমতে হিন্দু ছোৱালী মুছলমানে বিয়া কৰালে ছোৱালীজনীও সেই ধৰ্ম্ম পায়। কিন্তু তেওঁলোকৰ বিবাহ হিন্দু প্ৰথামতেহে হৈছিল। তোমাৰ মাই শিৰত সেন্দুৰ লৈছিল। তোমাৰ দেউতাৰে বোধহয় ইয়াত আপত্তি কৰা নাছিল। মই অৱশ্যে নেজানো তোমাক ইছলাম ধৰ্ম্মত তুলিছে নেকি? সি যিয়েই নহওঁক তোমালোকক মোৰ নাতি আখ্যা দিছো। এতিয়া এটা কথা তোমাৰ মা-দেউতাক কবৰ দিবানে চিতাত জ্বলাই সংস্কাৰ কৰিবা। মই এই দুই স্বামী-স্ত্ৰীক একেখন চিতাতে জ্বলাবলৈ ইচ্ছা কৰিছো। যদি তোমাৰ আপত্তি নেথাকে তিনি যোৱা স্বামী স্ত্ৰীকে একে চিতাতে জ্বলাই মোৰ মনৰ কামনা পূৰ্ণ কৰিব বিচাৰো।

—ককা, মোৰ ভনীজনীৰ বাহিৰে সংসাৰত আজি আপোন বুলিবলৈ নাই। মৃত আটাইকেইজন ব্যক্তি যে আপোনাৰ মুখে শুনা মতে পৰস্পৰে বহুদিনৰ বন্ধুত্বৰ জৰীৰে বন্ধা। গতিকে আপোনাৰ ইচ্ছা পূৰ্ণ হওঁক। তেওঁলোকৰ শেষ চিতাভস্ম মিলি গৈ শষ্য শ্যামলা প্ৰকৃতি আইৰ বুকুত মিলি নাঙলৰ শিৰলুত মিলি সাৰ হৈ শষ্যৰ জীৱ প্ৰাণ বঢ়াওক। নতুন পৃথিৱী উপকৃত হওঁক। চিতাৰ জুয়ে পুৰি দিয়ক ধৰ্মৰ সংকীৰ্ণ মনোভাৱ।

মানিক বৰুৱাৰ পৰামৰ্শ সকলোৱে মুক্ত কণ্ঠে উদাৰ চিত্তে মানি ললে।

শ যাত্রা আৰম্ভ হ'ল। চন্দন কাঠৰ সুসজ্জিত চিতাত শুৱাই দিয়া শ কেইটাত তিনি পুত্ৰই নিজ নিজ পিতৃ মাতৃৰ নাম স্মৰণ কৰি জুই জ্বলাই দিলে। জুই জ্বলি উঠিল। টিনে টিনে ঘি ঢালি দিয়া হ'ল। তিনি ঘণ্টাৰ মূৰত শ্মশান কাৰ্য্য সমাপন কৰি তিনি নাতিক লৈ বৰুৱা নিজে গাড়ী চলাই ঘৰলৈ ওভতিল। বাকীবোৰ শ্মশান যাত্ৰী ঘৰাঘৰী গ'ল। প্ৰচলিত প্ৰথানুযায়ী তেৰ দিনৰ মূৰত আদ্য শ্ৰাদ্ধ বৰুৱা হাউলীতে সমাপন কৰিলে। সকলো খৰছ বৰুৱা চাহাবে নিজে বহন কৰিলে। সকলো কাম শেষ হ'লত দুদিন পিছত নাতি-নাতিনীহঁত নিজ নিজ কৰ্ত্তব্যৰ আহ্বানত যাবলৈ ওলাল। বৰুৱাই সকলোকে আৰু এদিন বেচিকৈ থাকিবলৈ জোৰকৈ ধৰিলে। বৰুৱা চাহাবৰ হেনো সিহঁতৰ লগত বৰ জৰুৰী কাম আছে।

পূৰ্ব্ব বন্দোবস্ত অনুসৰি ৰাতিপুৱা আঠ বজাত পূৰ্ব্বৰ নিৰ্দ্ধাৰিত সময়মতে বৰুৱাৰ বন্ধু ডিব্ৰুগড় জিলা উকীল সন্থাৰ সভাপতি প্ৰত্যুন্ন চলিহাৰ ঘি ৰঙীয়া এম্বেচাদৰ গাড়ীখন বৰুৱা হাউলী সোমাল। চলিহা ডাঙৰীয়া বৰ ব্যস্ত লোক। বৰুৱা চাহাবৰ অনুৰোধ দুই কৰিব নোৱাৰি কাৰণেহে আহিবলৈ সন্মত হৈছে। গতিকে কোনো কথাৰ পাতনি নেমেলি বহিয়েই এটাচীটোৰ পৰা টাইপ কৰাই অনা উইল দুখন তুৰন্তে বাহিৰ কৰি বৰুৱা চাহাবৰ দৰ্কাৰী চহী-কেইটা যথাস্থানত কৰাই নাতি লৰা ছোৱালী মিচেছ বৰুৱা আৰু উপস্থিত দুই চাৰিজনৰ সম্মুখত উইল দুখন পঢ়ি শুনালে। প্ৰথম-খন উইলৰ মূল কথা হ'ল মানিক বৰুৱাই তেখেতৰ পূৰ্ণ স্বৰ্ত্তত থকা সম্পত্তিৰ অংশ তেখেতৰ জী-নাতিয়েক প্ৰশান্ত মুন্সীৰ একমাত্ৰ পুত্ৰ মানবেন্দ্ৰ, তেওঁৰ জী-জোৱাই তুল্য ইয়ানী আৰু পবিত্ৰ বসুমতাৰীৰ একমাত্ৰ পুত্ৰ ৰাহুল, জী-জোৱাই তুল্য মলয়া আৰু ৱালীখানৰ একমাত্ৰ পুত্ৰ বিমান খান প্ৰত্যেককে একোখনকৈ চাহ বাগান

(তপচিলত বিৱৰণ দিয়া মতে) দান কৰি স্বজ্ঞানে সুস্থ শৰীৰে বৰুৱাই উইলত চহী কৰিলে। ২য় উইলৰ স্বৰ্ত্তানুসৰি এই তিনি গৰাকী মৃত ব্যক্তিৰ লৰা ছোৱালীৰ অধ্যয়নৰ যাৱতীয় খৰছৰ ধন আজিৰ পৰা মানিক বৰুৱাই বহন কৰি বকাকৰ কর্তৃত্ব লৈছে। সকলো-কেইজন নাতিয়েক নাতিনীয়েকে অবাক হৈ মানিক বৰুৱা ককাৰ মুখলৈ চাই ৰ'ল। সিহঁতৰ বাক শক্তি লোপ পালে। উকীল চলিহা ডাঙৰীয়াক চাহ একাপ খুৱাই বিদায় দিলে। বৰুৱানীয়ে সকলোকে ভাতৰ টেবুললৈ লৈ গ'ল। আজি নাতিয়েক নাতিনীয়েকহঁত যাবগৈ মিচেছ বৰুৱাই পুৱাৰে পৰা চকুপানী টুকি টুকিয়েই সকলো কামৰ তদাৰক কৰিছে। সিহঁত যাব ওলোৱাত যেনিবা বৰুৱানীৰ জিউটোহে ওলাই যাব খুজিছে এনে লাগিল।

যথা সময়ত প্রচলিত নিয়ম অনুসৰি নাতিয়েক নাতিনীয়েকহঁতে ককাদেউতা আৰু আইতাকক দণ্ডৱতে পৰি চৰণ ছুই সেৱা জনাই বিদায় মাগিলে। মানিক বৰুৱাও মানুহ, সংসাৰী মানুহ, সংসাৰ বৈৰাগী কর্ম যেন যোগীও বিদায় বেলা থিৰে ৰব পৰা নাছিল— মানিক বৰুৱা কোন কুটা! তথাপিও মানিক বৰুৱা যৎপৰোনাস্তি সংযমেৰে ৰ'ল। মিচেছ বৰুৱাই পাৰে মানে উচুপিছে। মাতৃহৃদয়! নাতি-নাতিনীহঁত আর্দ্র নয়নে গাড়ীত বহিল। বৰুৱা চাহাবে গাড়ীৰ ওচৰত থিয়হৈ শেষ আশীর্ব্বাদ দি কলে—তোমালোক সকলো মোৰ মনত এতিয়াও নাবালক। সংসাৰ কি বস্তু তাৰ তাৎপর্য্য কি বুজিবা। ভগৱানৰ এই সৃষ্টিৰ অন্তৰালত এক বিৰাট ৰহস্য অন্ত-নিহিত হৈ আছে। কর্ত্তব্যক কেতিয়াও হেলা নকৰিবা। সময়ৰ মূল্য বুজি চলিবা। তোমালোকৰ চৰিত্র পিতৃ প্রদত্ত। গতিকে তাত মোৰ অকনো সন্দেহ নাই। সকলোৰে ওপৰত নেদেখাজনৰ কৃপা সদায় থাকিব। এতিয়া তোমালোক সকলোকে বিদায় দিলো। ভগবানে তোমালোকৰ মঙ্গল কৰক। সকলোৱে ককা- আইতাক

হাতযোৰকৈ নমস্কাৰ জনাই আবেগৰ অশ্রুৰে বিদায় ল'লে। ড্ৰাইভাৰক গাড়ী চলাবলৈ বৰুৱা চাহাবে ইঙ্গিত দিলে। ড্ৰাইভাৰে ষ্টীয়াৰিঙত সেৱা জনাই গাড়ী চলাই দিলে।

নাতি-নাতিনীয়েকহঁতক বিদায় দি বৰুৱা বৰুৱানী উদাস মনেৰে লোহাৰ গেটটো বন্ধ কৰিব লৈছেহে এনেতে তৃতীয় বাৰৰ কাৰণে বৰুৱা হাউলীত সেই মগনিয়াজনে গেট খুলি সোমাই বৰুৱা বৰুৱানীক শান্তনা দি খুনজুৰীত চাপৰ মাৰি গাবলৈ ধৰিলে—

মিছা ধনজন মিছা পৰিবাৰ
মিছা এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবেহো অসাৰ
কৰব কাহেৰি সাৰ॥

—অন্ত—

প্ৰবীন সাহিত্যিক শ্ৰীযুত গুৰুদত্ত ভাগৱতীদেৱৰ অভিমত

# প্ৰেম আৰু মানৱতা

প্ৰেমৰ বন্ধন-ভাবৰ বন্ধন। ই ধ্বংসৰ কাৰণ স্বত্ত্বেও ধ্বংস ৰহিত। প্ৰেম অমৰণ, ধন্য—অমৃত। মৰণশীল মৰ্ত্ত্য লোকত প্ৰেম নাই আৰু কোনোদিন নাছিল কাৰণেই প্ৰেম অজ্ঞাত, অনাস্বাদিত, অনৰ্পিত। মৃত্যুই আবৰি থকা এই পৃথিৱীত চিৰ অনৰ্পিত প্ৰেমামৃত প্ৰকট কৰিবলৈ আবিৰ্ভূত হয়—মানৱ অৱতাৰ—প্ৰেমৰ প্ৰতীক। আইনৰ সুখত সুখী, দুখত দুখী হৈ যি মহাপুৰুষে আইনৰ তুলনাত নিজ-শোকৰ তীব্ৰতা লাঘৱ কৰিবলৈ শিকায়, সেই মহামানৱ মনীষীৰ সহানুভূতিশীলতাই মানৱতা।

প্ৰেম আৰু মানৱতা উপন্যাসৰ লেখক শ্ৰীপ্ৰানেশ্বৰ কলিতা। জড়জগতত, অৰ্থনৈতিক হেতুত, জাগতিক জীৱনৰ সুখ-দুখ জীৱনৰ মাপকাঠি হোৱাত, মানুহৰ দৃষ্টিভঙ্গী, জীৱনৰ মূল্যবোধে সাহিত্য ৰসবোধত আমূল পৰিবৰ্ত্তন আনিছে। মানুহৰ হৃদয়ৰ সম্পৰ্ক নাইকীয়া হৈছে। জড়বাদৰ প্ৰভাৱত মানুহে মস্তিষ্কৰ আশ্ৰয় লৈছে। সাহিত্যও মস্তিষ্কধৰ্মী হৈ উঠিছে। সমাজৰ এনে পৰিস্থিতিত অৰুণাচল প্ৰদেশৰ পটভূমিত, লেখকৰ ৰচিত সমাজচিত্ৰৰ প্ৰতিচ্ছবি উপস্থাপন কৰোতে, মূলকাহিনীৰ অন্তৰালত সমকালীন সমাজ, ৰাষ্ট্ৰ, অৰ্থনীতি আৰু লোক মানসৰ সম্পৰ্ক নিৰ্ণয় কৰাৰ প্ৰচেষ্টা প্ৰকট হোৱা দেখা যায়।

জীৱন দৰ্শনৰ নৈতিক বিধানেই ধৰ্ম। সাহিত্যৰ প্ৰধান কৰ্ত্তব্য আনন্দ প্ৰদানত এই ধৰ্মৰ প্ৰতিফলন। দেশ-কালৰ নানা ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাধ্যমত সাংস্কৃতিক ইতিহাসও গঢ়ি উঠে। এটা জীৱন্ত জাতিৰ সামগ্ৰিক বিকাশৰ পৰা সেই জাতিৰ সাহিত্যক স্বতন্ত্ৰ কৰি বেলেগে দেখা সম্ভৱ নহয় যদিও অৰুণাচল প্ৰদেশৰ পটভূমিত এই উপন্যাস লেখা সাহিত্য সমগ্ৰ উত্তৰ পূৱ অঞ্চলৰে লোক-জীৱনৰ ইতিহাসৰ বেঙনিৰ আভা দেখা যায়। লেখকে প্ৰেম আৰু মানৱতা বিচ্ছিন্ন নকৰি, সামগ্ৰিক পৰিপ্ৰেক্ষিতত যি সমাজচিত্ৰ ভাঙি ধৰিছে, তাত প্ৰেমৰ দোলত মানৱতাৰ সৌধ নিৰ্মাণৰ প্ৰচেষ্টা কৰা যেন লাগে। লেখকৰ ভাষা সাৱলীল, যুক্তিপ্ৰয়াসী আৰু তথ্যনিষ্ঠ।

লেখকে যি আত্মপ্ৰত্যয় যুক্তি আৰু ভাষাৰ সহায়ত বক্তব্য উপস্থাপিত কৰিছে, সেয়া লেখকৰ সাহিত্য জগতৰ প্ৰৱেশ পথত প্ৰথম প্ৰয়াস।

শ্ৰীগুৰুদত্ত ভাগৱতী
জনপথ-লক্ষীভৱন-হাতীগাওঁ দিশপুৰ।

---

"ভুবি প্ৰেমঃ প্ৰকটয়িতুম্। ধ্বংস ৰাহিত্যং ভাব বন্ধনম্।"